# কালপুৰুষ

দেবেন্দ্রনাথ আচার্য্য





বহ্নি প্রকাশন
বামুনীমৈদাম : গুৱাহাটী-২১




*A historical novel based on the history of Assam from 1639 A. D, to 1673 A D. written by Debendra Nath Acharya and Published by Mahashweta Acharya, Bonti Prokashan, Guwahati, Assam*

*First Published March, 1976.*
*Second Published June, 1982.*



লিখক :

শ্ৰীদেৱেন্দ্ৰনাথ আচাৰ্য্য

প্ৰকাশিকা : শ্ৰীমতী মহাশ্বেতা আচাৰ্য্য

বন্তি প্ৰকাশন :

বামুণীমৈদাম, গুৱাহাটী-৭৮১০২১

বেটুপাতৰ ছবি আৰু অঙ্গসজ্জা : মহাশ্বেতা আচাৰ্য্য

ছপা : বাণীপ্ৰকাশ মুদ্ৰণী
বামুণীমৈদাম গুৱাহাটী-২১

। মূল্য : চৌধ টকা মাত্ৰ । ১৪'০০.।

মৃণাল,

অকাল মৰণে তোক সাৰটি লোৱাৰ লগে লগে

বহুতো মৰম, বহুতো ৰঙৰ ওৰ পৰিল ,

খন্তেকতে বহুতো হেৰুৱালো।

জানো,

চকুলো টোকাৰ একো কাৰণ নাই।

তথাপি কান্দিছো।

মোৰ চেনেহভৰা এটোপা এটোপা চকুলোৱে

যেন

অমৃত হৈ

তোৰ আত্মাক

অনন্ত শান্তি

দান কৰে।

তোৰ

স্মৃতিত

এয়া

একাঁজলি চকুলো।

—ৰূপাইদাদা—

## ॥ দু-আষাৰ ॥

এই পুথিত উল্লিখিত অথচ বুৰঞ্জীৰ দ্বাৰা অস্বীকৃত সকলো চৰিত্ৰই সম্পূৰ্ণ কাল্পনিক আৰু জীৱিত অথবা মৃত কোনো লোকৰ লগত এইবোৰৰ কোনো সম্পৰ্ক অথবা সাদৃশ্য নাই।

শুনিবলৈ কানত সুঁত লগা নহলেও ঐতিহাসিক সত্য স্বৰূপে তৎকালীন অসমৰ সম্প্ৰদায়সমূহৰ আচাৰ-নীতিৰ বিষয়ে দুই-চাৰিটা কথা এই পুথিত সন্নিবিষ্ট কৰা হৈছে। যিহেতু এই কথাবোৰ বৰ্ত্তমান অসমৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়, ইতিহাসৰ প্ৰতি সন্মান দৰ্শাই আৰু এইবোৰৰ সামাজিক মূল্যৰ পাৰিপ্ৰেক্ষিতত বাইজে যেন দোষ-দায় নধৰে।

॥ লিখক ॥

## দ্বিতীয় প্ৰকাশৰ দুআষাৰ

পৰলোকগত দেবেন্দ্ৰ নাথ আচাৰ্য্যদেৱৰ 'কালপুৰুষ' কিতাপখনৰ সংশোধন কৰাৰ সামৰ্থ্য মোৰ নাই। কিতাপখনৰ দ্বিতীয় সংস্কৰণ পঢ়ুৱৈ সমাজলৈ আগবঢ়ালোঁ।

কিতাপখনি কিছু খৰখৰকৈ ছপাই উলিয়াবলগীয়া হোৱাত অনিচ্ছাকৃত ভাৱে কেইটামান শব্দৰ ভুল হৈ গ'ল। ১৯৬ পৃষ্ঠাত শুদ্ধবণি দিয়া হ'ল। ভৱিষ্যতে ত্ৰুটি সংশোধন কৰিবলৈ আশা ৰাখিলোঁ।

গুৱাহাটী ॥ প্ৰকাশিকা ॥

জুন, ১৯৮২

## ॥ পটভূমি ॥

মাঘৰ বিহুৰ উৰুকাৰ দিনা আবেলি।

অসমৰ ৰাজসিংহাসনত ভেটিয়া স্বৰ্গদেৱ শিৱসিংহ।

অসমীয়া জাতিৰ সাহপিত একতাৰ লাইখুটা, গৃহকন্দল হিংসাকুৰ্চ্চুটৰ উঁয়ে খাই পচাই পেলাইছে।

তিনিকুৰি বছৰ ধৰি মোগল আক্ৰমণৰ বা-মাৰলীয়ে ওলট্-পালট্ কৰি যোৱা অসমৰ ইতিহাস ধীৰ, মন্থৰ।

এখন গাঁৱত ভেটিয়া বাহ্মনী বেলি মাৰ যাওঁ যাওঁ। চৌপাশে মুকলি পথাৰে ঘেৰা অকণমান গাওঁখন—যেন দিচৈখনেও তাত মৰমতে এপাক মাৰি গৈছে। নদীৰ কেঁকুৰিত নৰাবে সজা মে-জিঘৰত গাঁৱৰ ডেকা-বুঢ়াৰ ভোজ-ভাতৰ উছব-সমাৰোহ।

দিচৈ পাৰৰ একাবেঁকা বতিয়াইদি ঢকা কোবাই আগবাঢিছিল এজন জীৰ্ণ-শীৰ্ণ বৃদ্ধ—কান্ধত জোলোঙা, হাতত লাখুটি, পিন্ধনত ছিৰলী ছিৰলী জলম। খীণ দুৰ্বল দেহ—খোজে পতি উজুটি খায়—ৰাবে বাবে হামখুৰি খাই পৰে আৰু উঠে।

গাঁৱৰ কোনোবা ডেকাই লক্ষ্য কৰিলে বৃদ্ধক। আথেবেথে মাতি নি মেজিঘৰত বহুৱাই শুশ্ৰূষা কৰিলে। বৃদ্ধ কিছু সুস্থ হলত সুধিলে তেওঁনো কোন।

'খৰডীৰ নদাই সঁজাতী'—উত্তৰ শুনি সকলো অবাক্ হ'ল। শৰাইঘাটৰ স্মৃতি অসমীয়াৰ মনৰ পৰা ভেতিয়াও মচ্ খোৱা নাই।

গাঁৱৰ বাইজে বৃদ্ধক অনুৰোধ কৰিলে পুৰণা দিনৰ দুই চাৰিটা কথা কবলৈ।

সেই নৰাবে সজা মে-জিঘৰত বহি বুঢ়াই আৰম্ভ কৰিলে কেঁৱে নজনা নুশুনা অতীতৰ স্মৃতি ৰোমন্থন। ইতিহাসক চেবাই যোৱা বহুতো পুৰণি কথা—অস্পষ্ট বুৰঞ্জীৰ গভীৰত পোহৰৰ বেঙুনি পেলাই যোৱা কিছুমান কাহিনী।

খোকাথুকি মাতেৰে বুঢ়াই কবলৈ ধৰিলে—

পাঁচকুৰি বছৰে নেওচা দি যোৱা মোৰদৰে তিনিমূৰীয়াক এনেদৰে আশ্বাস কৰি মাতি আনি যে কালে সামৰি লোৱা অতীতৰ দিনবোৰৰ ছুই-চাবিয়াৰ কথা শুনিবলৈ হাবিয়াস কৰিছাহঁক, বোপাহঁত, তোমালোকে উত্তমহে কৰিছা। ইয়াৰ দ্বাৰাই তোমালোকে অসমীআইৰ আৰু নিজৰেহে মান-যশস্যা বঢ়াইছা. কাৰণ, আজি ছিৰলী ছিৰলী জলম পিন্ধা ৰণত পৰি ৰলীয়া হোৱা এই থৰক্-বৰক্ লাপুং বুঢ়া ডোখৰ হৈছে নিৰহ্-নিপানী আহোমৰ বংশধৰ, অসমৰ সোণোৱালী বুৰঞ্জীৰ এখিলা পাত, আইমাতৃকাৰ গলপতাৰ এটুকুৰা বাখৰ, মহাকালৰ চাকনৈযাত পাক্-ঘূৰণি খাই লুকাই পৰা অতীতৰ ৰংচঙীয়া দিনবোৰৰ সাখী। ডা-ডাঙৰীয়া নহয়, ফুকন ৰাজখোৱা নহয়—এই বুঢ়াটি আছিল খাচ্ বৰহোলোঙৰ স্বযং সৰ্গদেৱৰ একান্ত বিশ্বাসী সঁজাতী, যাৰ নাও, সৰ্গদেৱৰ নাও, যাৰ কথা সৰ্গদেৱৰ কথা, যাৰ দায়িত্ব অসম ৰাজ্যৰ দায়িত্ব।

পিছে মোৰ কথা শুনোতে বাছাহঁত বুৰঞ্জীৰ দোহাই নিদিবা; কাৰণ সঁজাতীয়ে বুৰঞ্জীৰ ভিতৰখন হাড়লৈকে দেখিছে। বুৰঞ্জীয়ে কিন্তু সঁজাতীৰে চিনাকি নেপালে, ভিতৰখন জানিব কিৰূপে? মৰ আঁউসীৰ নিশা মৈদামৰ পৰা ওলাই আহি স্বৰ্গগামী স্বৰ্গদেউসকলৰ প্ৰেতাত্মাবোৰে যদি কেনেবাকৈ এইবোৰ কথা শুনে, তেতিয়া ভাবিব বোলে, 'বৰহোলোঙৰ মাজমজিয়াতে ভাল পাখীৰ থুৱাই ফেটীগোম পুহিছিলোঁ—এতিয়া কালত চেগ্ চাই ডাকিলে'। ধৰমৰ টোকাৰি পিছে বতাহে বায় বোপাহঁত, সজাতত্তকৈ সত্য ডাঙৰ। কিন্তু বাহিৰত জলমলাই থকা সোণ-ৰূপ বাখৰ পনিয়লীবোৰ চেৰাই যদি বুৰঞ্জীৰ ভিতৰলৈ চোৱা, দেখিবা চোলবিবিৰ দৰে সোণৰ পাতৰ তলত লাখ খাঁজ। লিখকসকলে সজাই-পৰাই ৰংবহণ সানি উলিওৱা বুৰঞ্জী আচল বুৰঞ্জী নহয়। বয়ৰস্ত হাতী-ঘোঁৰা দিন-মাহ বছৰৰ হিচাপ লৈ বুৰঞ্জী নহয়। সি কাকতিৰ

লেখছে। মানুহৰ মন, আশা, হেঁপাহ, লোভ, খিয়াল এইবোৰেহে বুৰঞ্জীৰ সোঁত বদলায়, এইবোৰেইহে আচল বুৰঞ্জীৰ সমল। যিজনা ঈশ্বৰে পিথপীথন চলিছিল তেওঁৱেই এই বুঢাক এতেকাল জীয়াই ৰাখিছে, এই বুঢাৰ জৰ্জৰীয়া হাড়কেডালৰ লগতে আজিৰ কেৰেঁ নজনা নুশুনা অনেক পুৰণি কথা মৈদামত জাহ যাব খুজিছিল।

পিছে তাহানি সাগৰ মথোতেও বোলে গৰল ওলাল। তাকে খাই মহাদেউ নীলকণ্ঠ হ'ল। এইবোৰ কথাৰ মাজতো কণমান গৰল ওলাব পাৰে সেই—অসন্তোষ নকৰিবাইক, তেতিয়া বুঢাৰ দায়দায়ো নধৰিবাইক। ভালে-বেয়াইহে পিথপীথন। অমৃত খাই অমৰ হোৱা দেৱতাইতকৈ গৰল খাই নীলকণ্ঠ হৈ অমৰ হোৱা মহাদেৱৰ মহত্ত্ব বেছি। বিষ খাইনো কোন অমৰ হব পাৰে?

হে স্বৰ্গদেউসকল! বন্দীক নিজগুণে ক্ষেমিবা—অন্তকালে বুকুত সাঁচি থোৱা এইবোৰ কথা মোৰ হতুৱাই এতিয়া কালে কোৱাইছে—মোৰ একো দোষ নাই।

সঁজাতীৰ কথা পাছত কম—সেইবোৰ নিজাৰে জয়ঢোল কোবোৱাৰ দৰেহে কাণত বাজে। এতিয়া সেই অতীজৰ কথাকে কওঁ—যি কালত ছৱালে কঁকালত পানীগামোছা অঁৰাৰ আগতে টঙালি বান্ধিব জানিছিল, গোঁফ-ঠুটি ওলোৱাৰ আগতে দুইহাতে হেংদান চলাবলৈ শিকিছিল, ওঁঠ চেপিলে গাখীৰ ওলোৱা বয়সতে জাত্ জাত্ মাৰনাও বাব পাৰিছিল, ডৰ বাৰিষা বাহুবলে সাঁতুৰি দিখৌ নৈ ইপাৰ সিপাৰ হৈছিল। শৰীলত বল, বুকুত সাহ, মনত উছাহ—সাতকুৰি বছৰ ধৰি আমি এমুঠি অসমীয়াই বাজৰ শত্ৰুকতক ৰণকৌশল শিকালোঁ, উজীৰ তুৰকবপৰা মনচৰ খালৈ, বুৰৈৰ পৰা শৰাইঘাট মানাহলৈ, মোগল কছাৰী-কোচ-জয়ন্তাক জুলুকিয়ে জুলুকিয়ে পানী খুৱালোঁ। এতিয়া চলিহা পৰি যোৱা হোৱা এইহাল চকুৱে হয়ামৰা ৰণত বহুবাৰ লুইতৰ পানী তেজেৰে ৰঙা-ৰাঙলী হোৱা দেখিছিল, এতিয়া শিলগধুৰা এই দুখন কাণে বহুবাৰ অসমীয়া ৰণুৱাৰ 'নাই ৰঙামাটি নাই গুৱাহাটী' আকাশফলা হৈ-ধ্বনি শুনিছিল মাথোন এইখন মুখে এতকালে সেইবোৰ কবিবলৈ সুযোগ পোৱা নাছিল—এই বুঢাক যমে বুকুলৈ চপাই লোৱাৰ আগতে

এইহেন সুযোগ দি তোমালোকে সেই যুগৰ সকলো অসমীয়াকে ধন্য কৰিছা বোপাইহঁত, তোমালোকৰ গুণ এদিন নহয় এদিন অসমীয়ে সুঁৱৰিব।

এতিয়া নথৈ বুঢ়া হলো নহয়, হাড় জৰ্জৰ্—দেহা লৰৰ-থৰৰ। শেতেলিত পৰিলেই হাড়ে হাড়ে লাগে—দুখ পাওঁ। ৰাতি ঘুমটি নাহে। চকুৰ পতাত পতা লাগিলেই অপাৰ অমযা সপোন দেখো—কঁকালত টঙালি, হাতত ভাগে ভাগে ছিলৈ-হেংদান-জামদাৰ লৈ ক'লা সাজ পিন্ধি একোচপৰা মেঘৰ দৰে দলাদাপ্ হেন্দালদোপ্ কৰি শতুৰ ৰণ্-কঠীয়া মাৰিবলৈ আগুৱাই যোৱা হেজাৰ-বিজাৰ অসমীয়া ৰণুৱাৰ ছয়াময়া সপোন, ভৰিৰ খোজেপতি ভুঁইকঁপ, চৰগ-ভগা হেন মাত, দেখি লুইত শুকায়, পাহাৰে-চাপৰি বাট এৰি দিয়ে। আৰু কুৰিহাল ব'ঠাৰ জোৰত বাবিযা ভৰা লুইতৰ বুকুফালি পাখিলগা কাঁড়ৰ দৰে উৰিযোৱা আমাৰ মাৰনাওবোৰ, হাবি-বন মথিমূৰ কৰি প্ৰলয় মূৰতিৰে আগবঢ়া আমাৰ গজহস্তীৰ দল। সেলেঙী বোৱা তামোলৰ মোকাৰাৰে কঁকালত সুনীযা হেংদান আঁৰি আমাৰ গোহাঁই ৰাজখোৱা সেনাপতি সকল, জয়ঢোল শিঙা কিৰিলী হৈ-ধ্বনিৰ ঘমঘণ্টা অট্টৰোল, ৰঙাবগা ধূলিৰ ধূৱলী কুঁৱলীৰ মাজত বালিচন্দাৰ দৰে হেংদানৰ চিকমিকনি · । ঘুমটিৰ মাজতে শিৰে শিৰে তেজ তপত হৈ যয় বোপাইহঁত—কিবা এক ৰাগীত আপোন পাহৰা হওঁ। পুৱতি বেলা চৰাই-চ্ৰকতিৰ মাতত চক্‌মক্ খাই চকুমেলি দেখো—দুখৰ নিশা পাৰ হ'ল—মোৰ আই অসমীৰ অকাশত পূৰবকণ, কপালত সেন্দুৰী ফোঁট। জলক্ তবক্ লাগি্ যোৱা চকুহাল মোহাৰো-ৰাতি ৰাতিটো বৈ থকা লোতকৰ ধাৰ, যেন লুইতৰ বান—গাৰুৱে কঁথাই সেমেকি থাকে—মোৰ সোণহঁত ঐ—।

এইইহেনখন দেশৰ গৌৰৱ বখানিবলৈ যাওঁতে গুৰিতে পুৰণা কথা দুই-চাৰিষাৰ কৈ ললে তোমালোকে মোৰ ধৰিবলৈ সুচল পাবাইক, বোপাইহঁত, নহলে এতিয়া কিবা বোলোনে সেই ৰামো নাই অযোধ্যাও নাই নহয়।

কি বুজিলা? আঁতিগুৰি মাৰি? বেছ্ কথা-বেছ্ কথা। শুনাহঁক তেনেহলে—

তাহানি লুকুলুখানৰ বৰগোঁহাই অবাই বোলাজন হোলোঙ্‌ৰথীয়া ঘকৰা হৈ আছোতে সেইবেলা বাতি হোলোঙত বৰঢাক বাজিল। সমস্তে গড়গাওঁ জাগিল, ডা-ডাঙৰীয়া সকলো চাপিকুচি আহিল—মনতে বোলে কিবা হল। অবেলাত নিদ্ৰাভঙ্গ হৈ সৰ্গদেৱো মহা অসন্তোষ হল। পুং যেদি উমান পালে হোলোঙ্‌ৰথীয়াই নিশা তুপৰত চাঙত উঠি ঘুমটি যায়, পুৰতি বেলিকাহে আলস্য কৰি আটিমুটিকৈ নামে। ইফালে নাকখেচ্‌খেচী চৰায়ে হোলোঙৰ চালত বাহ বান্ধিলে। বাতি তুপৰীয়া চৰাইৰ কিৰিলী শুনি ডঁৰত সৰ্গদেৱে তুৱাৰো বাহৰ সলাবলগীয়া হল। ইবিলাকত মহা অসন্তোষ হৈ চেতিয়া পাতৰ নওহক বুঢাৰজা সৰ্গদেৱে ন-কৈ হোলোঙ্‌ৰথীয়া পাতি চাঙলৈ তুলি ওচৰ চপাই ললে। তেতিয়াৰ দিনত সৰ্গদেৱৰ ৰাজ্যখন তিনি শতুৰুৱে তিনিপিনে খুলি খুলি খাইছিল, হাজোৰ পচিম বঙাল, এবাগে জয়ন্তা, এবাগে কছাৰী। উত্তৰ কোলীয়া কোচানক বঙালে মাৰিলত সিহঁত জানিবা সৰ্গদেৱৰ বইচ্‌ হৈ আছিল—অৰ্থাৎ লোক দেখুৱাই আশাহত ভক্তিছিল দেই। পেটে পেটে না-আছিল সৰ্গৰাজাৰ ফালে, না আছিল বঙালৰ ফালে। ভাবিছিল, আহোমাও ভেজাটো লৈ উত্তৰ কোলৰ পৰা প্ৰথমতে বঙালক খেদাই লব পাৰিলে পাছত আহোমক গাঁতি মাৰি উলিযাই দিবলৈ কেত্‌পৰ?

এনে দিনতে আকৌ জয়ন্তাৰ কুচক্ৰত পৰি সৰ্গদেৱে ধানচৰীৰ বাটেদি চাউপেত্‌ বুঢাগোঁহাইইতক আৰু কলাঙদি ভটীয়াই থামাচনকে সোন্দৰক পঠিয়াই কছাৰী মৰালে আৰু ফুলবৰুৱাযে লাইসন্দিকাযে সৰ্গদেৱৰ আজ্ঞাত সাতগাঁৱেদি দুই কন্যা নমাযো আনিলে। তেনতে বাৰিষা পৰিলত কছাৰীৰ ভীমবল কুমাৰ আহোমৰ লগত মিলো-নিমিলাকৈ লু-লু-চু-চু কৰি থাকিল। কছাৰীৰ, বোপাইহঁত, আঁহে আহ বুধি। কিবা ঘকৰা বতৰাত সোন্দৰ ফুকনৰ মনত দুখ হৈ অসাৱধান হৈ আছোতে এদিন চেগ্‌চাই কছাৰীয়ে হিলৈত পানী ভৰালে। সেই সুযোগতে দগা দি দুই গোহাইকো কাটিলে, আকৌ কাৰ্যকামৰ নিমিত্তে দুই গোহাইৰ মূৰকো নপঠালে। এনে প্ৰবন্ধ কৰি কছাৰীও খাটনিয়াৰ গুচিবৰ দেখি সৰ্গদেৱে বিস্তৰ অসন্তোষ কৰি থাকিল।

ইফালে কোচানৰ ৰজাবোৰো বঙালেৰে মিতালি হলত বাবাকৰ বঙালে হাজোত থানা দি বহিলহি দেখি অপাৰ কষ্ট কৰি সৰ্গদেৱে ভৰলী পাৰত

বঙালক মৰালে। পিছে গিয়ানী সৰ্গদেৱে ভেতিয়াই বুজিছিল—বঙাল মৰিও নমৰে, বৰ লিকটীয়া জীৱ। গতিকে আগলৈকে বুলি কাজলীত পিছলিলে খোপনি ধৰিবলৈ ভমৰাৰ পৰা চামধৰাত লগাই পৰ্যন্ত সদৃশ গড় বান্ধিলে। তেনেতে বঙাল আহি হাজোত আছোতে আমাৰ ডাঙৰীয়া সবেও গৈ হাজোতে ৰলগৈ। সেইবেলা পিছে তলয়া পৰ্বতৰ যুঁজত আমাৰ থকুৱকো পৰিল, বাকীবোৰো ভাগি পলাই উৰাই গল। সৰ্গদেৱ উজাই আছিল, কোচানৰ সহিত এক যুক্তি হৈ বঙাল খেদিবৰ মনেৰে কোচানৰ ঠাইক বিৰো কাৰ্জিক পঠালে। তাতো বিফল হল, ডা-ডাঙৰীযাবোৰো গাইগোটা পেটে উবাল হল। সেই আপাহতে হুইঁকি অহা মানুহ-তন্ত্র চপাই-কোচাই অনা লাজি পানীসিযাক খাক টেমী দি বৰফুকন পাতিলে।

বুঢ়াৰজা সৰ্গদেৱৰ দাধ গিযানী আৰু চতুৰ ৰজা পিথপীত দুজন নোলাৰ দেই। বোলে, এবাৰ চুৰনিৰ জুতি পোৱা শিযালে ঘূৰিবাৰ চকলৈ চান্দে—অসম কামৰূপৰ সুনীযা সঁফুৰাৰ ভু পাই লটালগা বঙাল যে বাবেকোপতি আহিব, ইবাই আহিব হাজোত বহিবহি, সিবাই আহিব কাজলীলৈকে উজাব—ত'ত ভেৰাই গুৰিতে বুজি পাইছিল। পিছে দেৱৰ বয়সো ভাটি দিছে—শৰীল-বলো পৰি আহিছে ইপানে ডা-ডাঙৰীযাবাৰা একগোট নিসিজে গতিকে নাৰেতবে নিজে উজনি ভটীযনি কৰি ত'ত শদিযাৰ পৰা হাতীচলা বৰীতলালৈকে দেশখন চম্ভালি চলাবলৈ অসুচল পালে। চৌদিশে বাৰে ৰৰণীযা শত্রু। বিষযা-ডাঙৰীযাবাৰৰ হল 'কাক মাৰি কাক খাওঁ' ভাব। ইটোৱে বোলে 'মইহে চাব', সিটোৱে বোলে 'মইহে চাব'। নামনিছোৱাত ফুকনবোৰে পোৱা আ-ওলৰ বযবস্তু গডগাঁৱত সৰ্গৰাজালৈ নপঠায়। সৰ্গদেৱলৈ অহা কটকীকো নিজে কাকত ফালি তুলি মেলি ৰাখে। শাসনৰ নিকট্‌কটীয়া বান্ধ ঢিলা-সোলোকা হল—নপতা যুকনেৰে দেশ ভবিল। ৰাজ্য অৰাজ্য হবৰ দেখি আৰু বঙালৰ আটিমুটিত ডঁৰি বুঢাৰজাই নিজে যুকুতি কৰি সঁজাতী বুলি একফৈদ মানুহ অতি সঙ্গোপনে পাতিলে। ইবোলাক সৰ্গদেৱৰ আপোন বঙ্গহৰ বিশ্বাসী লোক—কোমল বয়সতে গা-ৰখীয়া বুলি বাহৰলৈ আনি তুলি-তালি সৰ্গদেৱৰ মনৰ জোখাই জুইশালে কমাৰশালে গঢ়িলোৱা লোক। ইহঁত পাকৈত ৰণুৱা, ধনুৱে হিলৈয়ে হেংদানে সমানে চলাব পাৰে, ইহঁত চৰীয়াও

কটকীও, দূতো। সৰ্গদেৱৰ আজ্ঞামতে সমস্ত ৰাজ্যত ইবোলাক ভ্ৰমি ফুৰিব, সৰ্গদেৱক তাঁৰৰ বাতৰি তাঁকে জনাব, ডাঙৰীয়া ফুকনবোৰক ৰাজআজ্ঞা পৰামৰ্শ দিবগৈ। বোলে, ইয়াতে মাৰিলে টিপা, গড়গাওঁ পালেগৈ শিপা। শত্ৰুক মিত্ৰুক সকলোবো গুপুত বতৰা দেৱলৈ ভেজিব, থানিত গৈ ঘটনাৰ বুজবাজ লৈ উবহী গছৰ ওৰ উলিয়াব। ফুকন বৰুৱা ভঙাৰ বতৰা সঁজাতীয়ে দিবগৈ, ধৰি আনিব লাগিলেও আনিব। মুঠতে সঁজাতী হল সৰ্গদেৱৰ নিজৰ ভিতৰুৱা সকচ'ৰা। বাহিৰৰ বৰচ'ৰাত ডাঙৰীয়াসকল, ভিতৰৰ সকচ'ৰাত সঁজাতী। বেলেগটো হল—ডাঙৰীয়াৰ বৰচ'ৰাত ফুকনবোৰে যি জনায় তাকেহে জানে, সঁজাতীৰ সকচ'ৰাই গোপন খা-খবৰ লয়, ফুকনবোৰে লুকোৱা কথাবো ভু-ভা ৰাখে। সকচ'ৰাৰ শলা মতেহে আচলতে সৰ্গদেৱ চলে, সেই মতেহে আদেশ হয়। বাকী বৰচ'ৰাখন হল লোকক দেখুউৱা বৰচুৰীয়াৰ ফেৰহে।

পিছে সেইবেলা মাজুলী বালিত হাৰিলতো ভাগি নগৈ বঙালে কালপানীত খুন্দা এটা মাৰি জিৰিলহি। ইফালে মিৰ্জাহিনা নবাব পালতহি আচাম ভাগি আহি চামধৰাতে ৰ'ল আৰু কলিযাবৰৰ পৰা শ্ৰীসূৰ্যালোক আচাম ৰাজ্য বঙালৰ হাতত পৰিল।

সেইকালত আমি পাৰাত পানীগামোছা এৰি দিখৌৰ বুকুত সাঁতুৰি নাৰ্হেৰি উমলি ফুৰা ছৱাল, গাত কথা নালাগিলেও ৰণুৱা পাইকৰ ঢাল তৰোৱালখান হাতত লৈছিলোঁ, কলগছৰ ভুৰ সাজি দিখৌৰ বুকুত বাইছিলোঁ, বালিত গড় বান্ধি লগৰ সমনীয়াৰ সতে যুঁজ-বাগৰ কৰি ৰং-ধেমালিও কৰিছিলোঁ।

এনেহেন দিনতে এদিনাখন বৰপাত্ৰৰ পো আৰু ভঁৰালী বৰুৱাৰ পোইতোৰ ঔগুৰিঘাটত উমলিছিলোঁ—বালিৰ গড় সাজি ঝাউগছৰ ঠানিৰে গোহাই-ফুকন-ৰাজখোৱা-নেওগ-পাইকবোৰ বজুৱাই কছাৰীৰ লগত ৰণ পাতিছিলোঁ। তিনিচুকীয়াকৈ গড়, আগবাটি অহা কছাৰীক তুবাগে পাছ-কান্ধি দি ধৰিছো—এইবাৰ কছাৰী কলৈ সাৰে। পিছ মই গোহাইটো থানিত বহুৱাওঁ, ই ভঁৰালীবৰুৱাৰ পোৱে নেদেখাকৈ ভৰিৰে গুৰিয়াই ভাক ভাঙৰায়। ইপোনে বৰপাত্ৰৰ পোৱে কছাৰী চলাই বৰভগা ভগাদি

পভৰ ভিতৰলৈ হোঁহোৱাই সোমাই আছিল—থানিত বিষয়া নাই, পাইকবোৰ ছেদেলি-ভেদেলি হল—আহোম হাৰে এতিয়া। মই বোলো, 'ৰণত গোহাইটো ভৰিৰেহে চলাৱ, ভইনা কি ওলালিছি'? সি বোলে, 'বাপেৰৰ ৰৰপুত্ৰাক'। বুপাক ঘালি কথা কলত গায়ে ন-সহিলে—কি সকৰ মুখত ৰৰকথা। হাতৰ বুঢা ঝাওঠাৰিৰে তাক অটীয়া-পটীযাকৈ কোবালোঁ—গাত সেৰা সেৰ দাগি ৰহিল, মুখে ফেনগুটি বঁতিযাই বালিতে মুচ্‌কুঁচ্‌ গল। ৰৰপাতৰৰ পো পলাল। মায়া "ই মৰিল" বুলি এৰি থৈ দুখোজমান আহি দেখা খুলন দোলা-কাখৰীয়া এইফালে আহিছে। মোক বোলে, 'গাতে গামোছা এখন লৈ ততালিকে আহ্—সৰ্গদেৱে বুলিছে'। বালিৰ সিমূৰে ফুলকটা হেঙুলীয়া কোঁকাৰা দোলা কান্ধত লৈ চাৰিটা দোলাভাৰী—দোলাৰ চাৰিউফালে চিক্‌চিকীযা পাটকাপোৰৰ আবুৰ। এচৰ চাপি সেৱা এটি জনালোঁ। পাটকাপোৰৰ আবুৰ লৰিল। ভিতৰৰ পৰাই মাত দিলে বোলে, 'কাৰ পো'? মই তলমূৰ কৰি বোলো, 'বুপাক চেতিয়া পাতৰ বোলে। —হোলোঙৰখীয়া'। সৰ্গদেৱে বোলে, 'সিটো কাৰ'? উত্তৰ দিলোঁ, 'ভৰালী বৰুৱাৰ'। সৰ্গদেৱ 'বাৰু যা হঁক' বুলিলে—দোলা আকৌ চলিল।

সেইদিনা মুনিচুনি বেলিকা বুপাক সৰ্গদেৱে চাওলৈ বুলিছিল। উভটি আহি মৌন হৈ ৰল। ৰাতি সাঁজ খাই আমি তিনিউটি পোৱালি নিমাও-মাৱে শোভলিত পৰি থকাত ঘুমটি যোৱা বুলি হবলা বুপাই আইতায়ে মেল কৰিছিল। আইতাই উচুপি উচুপি বোলে, 'মই নিদিওঁ। মোৰ পো—মাৰে যদি মোৰ ঘৰতে যমে মাৰকহি। ৰজাঘৰত জীযাই জীযাই জীযাতু ভুগিবলৈ নপঠাওঁ।' বুপাই বোলে, 'সৰ্গদেৱৰ চকু পৰিছে—তোৰ পো কালত ডাঙৰীযা হব। ভাল আহোমৰ জাতত উঠিব।' আইতাই বোলে, 'ৰজাঘৰৰ বাবখোৱা ইবোৰাক পাইছেগৈ—এতিয়া মোৰ দুখৰ ছৱালেহে ৰজাঘৰত খেতুৱক হৈ পাইক গেবাৰি খাটিবলৈ বাকী আছে। থক্ থক্ ইমানে আঁটিছে।' বুপাই বোলে, 'খেতুৱক নহয়, শিকাই-বুজাই লৈ নেওগ-ফুকনহে পাতিব বুলিছে। ৰজাঘৰলৈ নদাইক্ দে, তোৰ তেও পাছলৈ দুটা থাকিব। তাকে ফুকাৰি।' আইতাই হিয়া ঢাকুৰি কান্দি

কান্দি বোলে, 'বজাই নিলেনে যমে নিলে ঐ—নিজৰ মঙহলৈ তোমাৰ আশ্বাসে মুজুৰিলে—যি মন যায় কৰক। মোৰ পো ঢুকাল বুলি ধৰিলোঁ।'

আইতাই ঘৰতে কাটি বোৱা নতুন চুৰীয়া কাপোৰ এসাজ পিন্ধাই বুপাই পিছদিনাখন মোক হাউলীলৈ লৈ গল। ভিতৰুৱালে বাহৰৰ বাজতে ইটো সিটো আগগুৰি দেখুৱাই শুনোৱাই কতোক দিন ৰাখিলে।

এইদৰেই পষেক চেৰাল। তাতপৰে এদিনাখন মুগাৰ চোলা চুৰীয়া পিন্ধাই সজাই-পৰাই ভিতৰুৱালে নি পুৱাবেলা হোলোঙৰ দুৱৰী চাউদাঙৰ হাতত মোক গতাই দিলেগৈ। হোলোঙত সৰ্গদেৱৰ আগত কেনেদৰে আঁঠু লব লাগিব, সৰ্গদেৱৰ মুখলৈ নোচোৱাকৈ আসনৰ নামৰ ফালে চাই তলমূৰকৈ দুখাজ কুইঁকি সোধা কথাৰ চমু উত্তৰ কেনেকৈ দিব লাগিব, 'যিবা আজ্ঞা সৰ্গদেউ' বুলি কওঁতে মাতত কেনেকুৱাকৈ সাহপিত ফুটাই তুলিব লাগিব—এই সকলোবোৰ আখৰা ভিতৰুৱালৰ বাহাত আগতেই হৈ গৈছে। চাউদাঙে নি সৰ্গদেৱৰ আগত ভেটিলত শিকোৱা মতে আঁঠুলৈ সেৱা কৰি মূৰ ডাঙি চালো।

সেইদিনাহে নৰহোলোঙৰ ওপৰ চাঙৰ ভিতৰুৱা কোঠালীৰ ঢকা-চমকা পোহৰত জীৱনত প্ৰথমবাৰ সৰ্গদেৱৰ দৰিশন পালোঁ—সি কি দৃশ্য বোপাইহঁত কি সুকুমল দিব্যকান্তি ৰূপ—এইমাত্ৰ যেন সৰগৰ পৰাহে সোণৰ জখলা বৈ সাইলাখ চোমদেও নামি আহিছে। মনত উথল-মাথল লাগিছিল, বুকুখনত এহজাৰমান ঢেকীয়ে ধান বনাদি বানিছিল। সৰ্গদেৱে বেৰৰ জালি ফুটাইদি গড়ৰ উত্তৰ ফালে চাই আছিল—আমি আহিবৰ পৰত তাতে বহুত বণুৱা গোট খোৱা দেখি আহিছিলোঁ। মই সেৱা কৰি উঠোঁতে মুগাৰ সাজৰ খম্‌খমান শুনি সৰ্গদেৱে ঘূৰি চালে, মই হাতযোৰ কৰি তলমূৰকৈ থাকিলো।

খন্তেক পৰ মোৰ মূৰৰপৰা ভৰিলৈকে চাই থাকি সৰ্গদেৱে ক'লে, 'ভইহে গায়ে গাৰিয আটিল দেখিলোঁ—ইয়াতে থাকি যুঁজ-বাগৰ ভালকৈ

শিক্। সকলোতে পাকৈত হলে যাব পাৰি। ভিতৰুৱালে যেনেদৰে চলায় তেনেদৰে চলিবি, চকু-কাণ মেলি ফুৰিবি। আগলৈ হাতত ডাঙৰ কাম আছে।' সৰ্গদেৱে পুনৰ অলিন্দৰ কাষলৈ গৈ বাঁজলৈ জুমি চালে আৰু হাত বাউল দি মোক কাষলৈ মাতিলে। মনতে ভয় ভয় লাগিলেও ওচৰ চাপিলোঁ। উত্তৰৰ মুকলিত বণুৱাবোৰে ৰণচালি ধৰি আছিল, আঙুলিৰ ঠাৰেৰে তালৈ দেখুৱাই বুলিলে, 'এইবোৰ বণুৱা পাইক। দেহাকো ৰাজ্যৰ কাৰণে উছৰ্গা কৰি থৈছে। পিছে প্ৰাণ দি যুদ্ধ জিতিব নোৱাৰি—কৌশলেৰে শত্ৰুৰ প্ৰাণনাশ কৰিহে পাৰি। যুঁজত মৰিবলৈ কিছো মানুহ লাগে হয় পিছে শত্ৰুক মাৰিবলৈহে বেছি মানুহৰ প্ৰয়োজন।'

সৰ্গদেৱ কিছুপৰ মৌন হৈ ৰল, তাৰপাছত কুঠৰীৰ একোণত পৰি থকা বৰাপেৰা এটা দেখুৱাই কলে, 'সেযা চোমাদৰৰ পেৰা—তাতে চুই কাললৈ বিশ্বাস ৰাখিবি বুলি শপত খা। মোৰ গালৈকো কেতিয়াও বেযা নহবি বুলি ক—।'

সৰ্গদেৱ মৌন হৈ থাকিল দেখি পাছকাটি আহি পুনৰ সেৱা জনালোঁ। মাটিৰ পৰা মূৰ নোতোলোতেই সৰ্গদেৱে কলে, 'আজি হস্তে তই চেতিয়া পাত্ৰৰ পো নহয়—অসম ৰাজ্যৰহে পো। তোৰ নামগুৰি নাই, কুটুম বণ্ডহো নাই। ভিতৰুৱালে যি শিকায় বুজায় শিকিবি। এতিয়া বাৰু যা, পাছত সময় হলে বুলিম।'

চাউদাঙৰ লগত ওলাই আহি ঘাই দুৱৰীৰ কাষত ভিতৰুৱালক দেখিলোঁ, মোলৈ বাট চাই আছিল। আথেবেথে হাউলীলৈ লৈ গল।

সেইদিন ধৰি দুবছৰলৈকে দিন নাই ৰাতি নাই, সোণাইহঁত, শোৱন খাৱন হেৰাল। দিনেপতি কাৰ্ফাই, হেংদান হাতহিলৈ বৰহিলৈৰ মহলা, মালযুঁজ, সাঁতোৰা, নাওঁবাবাৰ আখৰা, ঘোঁৰাছোৱাৰী হাতী ছলোৱাৰ শিকনি, সন্ধিয়া বৰহোলোঙত বহি ৰাজ্যত কি ঘটিছে বৰচ'ৰাই কি পাতিছে বুজবাজ লোৱা, চ'ৰাত ডাঙৰীয়া বহিলে বৰখুটাৰ আঁৰত চোপ্ লৈ মেল শুনা, ৰাতি বিযলি হলে কাকত পঢ়িবলৈ শিকা। মুঠতে শিকাক হিচাপে দিনৌ পুৱতিৰ পৰা ৰাতি এডোখৰলৈকে থস্তেকো জিৰণি নোলোৱাকৈ, হাউলীত থকা সেই দুবছৰত যিমানবোৰ কথা দেখিলো শুনিলো শিকিলো, বাছাইহঁত,

কোনো মানুহৰ গোটেই জীৱনটোৱেই নোজোৰে, সেই দুটাকৈ বছৰ কেনি পাৰ হল গমকে ধৰিব নোৱাৰিলোঁ। ৰৰ ৰৰ মানুহেৰে চা-চিনাকি হল, লেখৰ পাকৈত যুঁজাৰু, চ'ৰাৰ ফা-ফুকন, বিষয় বাবখোৱা নেওগ ৰাজখোৱা দৈবজ্ঞ দেউসকল, আইচুদেউতা আইকুঁৱৰীসকল, হোলাওৰ বাহিৰে ভিতৰে ক্ষণমাত্ৰ চলাচল থকা সৰু-ডাঙৰ সকলো লোকেৰে সেই দুবছৰতে পৰিচয় হল। চলিত নিয়মমতে এই দুবছৰত ভিতৰুৱাল মোক একদণ্ডৰ কাৰণেও গড়ৰ বাহিৰ হবলৈকো নিদিলে। গতিকে বাহিৰৰ পিথপীৰ লগতো সম্বন্ধ টুটিল।

তেতিয়া মোৰ বয়স পোন্ধৰ পাৰ হওঁ হওঁ, গায়-গাৰিয়ে সুঠাম জাঙ্, তেজে-মঙহে আটিল ঠগ। সকলো অস্ত্ৰশস্ত্ৰ চলোৱাও পাকৈত হলো, কাৰ ত ফালিবলৈকো কিছু শিকিলোঁ। গমগতি চাই চাই ৰাজকাৰ্যৰো দুই-এটা কথাৰ আওভাও পোৱা হলো। পোন্ধৰ বছৰীয়া চফল ডেকা নদাই এইছোৱা কালৰ ভিতৰতে নিখুঁত পূৰা মানুহটো হৈ পৰিলোঁ।

পিছে সেই দুটা বছৰ বোপাইহঁত, মোৰ জীবনৰ সেউজীয়া কাল— আজিও প্ৰায়েই সোঁৱৰো। গড়গঞা পিছল বাটত খোপনি ধৰি থাকিবলৈ সততে যে কিমান সাৱধান হৈ থাকিব লাগিছিল, মুখেৰে কৈ বুজাব নোৱাৰো। ভাৰৰ খোজেপতি ডৰ্বি, কথাই পতি কটা যোৱাৰ ভয়। কৰিও মৰে নকৰিও মৰে। বেৰে-চালে কেউফালে কাণ, কোৱাটোও শুনে ভবাটোও শুনে। কটাৰীৰ ডাবেও কাটে— এনেহেন গড়গঞা বমাৰৰ হাত। সেইহাতে গঢ়া চুলি চিগা ধাৰৰ হেংদান তোমাৰ মূৰৰ ওপৰত অহৰহ ওলমি আছে। চিনাকি চাণ্ডালেও কাটে, অচিনাকিৰতো কথাই নাই। বাট-ঘাট পিনাপিনদি ফুৰা চৰীয়া, ঘৰে-বাহিৰে ডা-ডাঙৰীয়া, ৰজা-প্ৰজা, টুটকীয়া লগনীয়া সকলো-বোৰৰ মূৰত ভৰি দি এই গড়গাওঁহেন মযাপী চহৰত যিলোকে দুটাকৈ বছৰ টিকি আছিব পাৰিলে সি লোক জীৱনৰ সকলো মহলা পাৰ হল বুলি ধৰিবা। তাৰ আৰু পিথপীত ডৰ্বি নাই।

তোমালোকে শুনিবলৈ ভাল পোৱাইক যদি সেইদিনৰ দুই-চাৰিটা কথা কওঁ—তেতিয়াহে বুজি পাবা সেইদিন কেনে ধৰণৰ আছিল। কি কৈছা ?

অ' হয়নে। বেছ্ বেছ্—শুনাইক তেনেহলে—।

নিতাই চমুৱা পাইকৰ ভাগ খাটিবলৈ গৈছিল আইকুঁৱৰীৰ তাত সেইবেলা গোধূলা। ঘূৰি আহিচোন মোৰ বাহৰত ওলালহি, বোলে, 'তোক আই কুঁৱৰীয়ে পাচে, পুৱতি নিশা পানীদুৱাৰেদি যাবি—দুৱৰী চাউডাঙ, হোলোঙ-ৰখীয়াক বুজ নিদিবি। নলাৰ সিমূৰে শিলৰ দুৱাৰ গুচাই থব—চ'ৰাৰ কাণতে আইকুঁৱৰীয়ে লাগ দিব।' বোলো, 'কথাটো কি?' সি বোলে, 'নকলে; কিবা গুপুত। নিগাম যাবি, আহিবি'।

নিতাই গ'লত খন্তেক নিৰলে বহি চিন্তা কৰি বিবুধি হলো, পেটে পেটে ডৰিলো, এইবোৰ ৰজা-ৰাজোৱানৰ কথা, মানিলেও মৰণ, নামানিলেও মৰণ। আইকুঁৱৰীৰ আজ্ঞাতে লুকাই-চুৰকৈ যাম হয়, বাট-পথে চাউডাঙৰ হাতত পৰিলে কি কথা তাকো নোসোধে—পোনেই কাটিব। দিন-কালৰ এই গতি—বৰ বৰ ডা-ডাঙৰীয়াৰে যি নাঙল নাথল অৱস্থা হৈছে। ভাটীকুছিত বঙাল, মধুপুৰে বাৰেপইতাই আহোমক ঠেলিযাইছে— এনেহেন সময়ত সৰ্গদেউৰ মতিগতিৰ একো ঠিৰাং নাই। সেয়া লান্‌মাখৰু বৰফুকনক কাটি কেইমাহ আগতে মাথোন পিকচাইক বৰফুকন পাতি কাজলীত বঙাল মাৰিবলৈ পঠালেহে, এতিয়া গুৱাহাটীৰ পৰা তাকে লোৰা লগাই আনি গড়ৰ কোখৰ হাতীশালতে বন্দী কৰি থৈছেহি। বাতবিষ খাই কোঙা কৰা সৰু চকুৱাক বৰফুকন পাতিছে—সৰ্গদেউৰ ইচ্ছা। চ'ৰাই একো ফুটাক নাপায়। দেৱে কাক কেতিয়া কাটে, কাকো বঁটা বাহন দিয়ে তাৰোবা কি ঠিক। এনেহেন সময়ত এই দুৰ্ভগীয়াক কিবা বোলোন আইকুঁৱৰীয়ে পাচিছে—পানীৰ নলাইদি বগাই লুকাই-চুৰকৈ বৰহোলোঙত সোমাবলৈ লাগে—তাকো এই মৰজাৰৰ দিনত পুৱতি ৰাতি। কপালৰ ফেৰ পৰিলে এনেই হয়। চিন-স্বৰূপ বাখৰুৱা আঙঠি এটিও নাই, দুৱৰী চাউডাঙৰ হাতত পৰিলেই চিলিম ছিগিল—এই চাটকপলীয়াৰ কান্ধত মূৰটো ঠিয় হৈ থাকিলেই বা নাথাকিলেই তাতোনো আইকুঁৱৰীৰ কি কাঁহীৰ পাতে গা কাটিব। কি কুগ্ৰহখনে পালে তাকে ভাবি-চিন্তি বেলাটো কটালোঁ—ৰাতি সাঁজো খাবলৈ নহল।

বাহভঙা বানকক্ চৰায়ে পুৱতি ৰাও দিলে। তাতে কুকুৰাযো ডাক দিলত মনে মনে নেওচা কেওচা দি কঁকালত টঙালি মাৰি হেংদানখন খুচি ললোঁ।

তাৰ পিছত নাকুৰি দেৱৰ চৰণত শত সহস্ৰ প্ৰণিপাত জনাই কপালক খুঁধিয়াই ৰাওনা হলো।

কাতি-আঘোণ মহীয়া ৰাতি তিনিপৰ—সমস্ত গড়গাওঁ ঘুমটিত লাল-কাল—কেউফালে নিস্তাল নিসাব সাব। মাজতে এবাৰ এজাক শিয়ালে ৰাউচি জুৰিছিল—গড়গঞা কুকুৰৰ জাউৰি জাউৰি ভুক্‌ভুকনিত আকৌ নিমাত হল। হাতত সাৰে ভৰিত সাৰে প্ৰথম দুৱৰী পাৰহৈ আহি হোলোঙৰ চৌহদ পালোহি। পশ্চিমৰ ঘাই দুৱাৰত তিনিটা চন্তৰীয়ে পহৰা দি আছে আৰু এটাই খুটাতে আউজি শুই আছে। হোলোঙৰ শেন চকুৰা পহৰা—সেয়াহে আচল আপদ।

পানী দুৱাৰখন হল হোলোঙৰ উত্তৰফালে—মই আহিছো দখিণৰপৰা। পূবৰ পালি দুৱৰিতো চাৰিটা প্ৰহৰী—সেইফালে ভিতৰুৱাকৈহে অহা-যোৱা কৰিব পাৰি—পাছে সৰ্গদেৱৰ আজ্ঞা লাগে।

দৈত্যাহেন বকুল জোপাৰ আঁৰত খন্তেক গা-ঢকা দি এন্ধাৰতে চিন্তা কৰিলোঁ—কি কৰা যায়। চকুমুদি নাকৰ পোনে লৰ মাৰিবলৈকো কেউফালে মুকলি—কেনেবাকৈ দুৱৰীয়ে উমান পালে সাৰিবৰো উপায় নাই। ৰজাঘৰীয়া দুৱৰীৰ দৌৰত ৰণুৱা ঘোৰাও পাছ। পিছে অসহায়ৰ চোমদেও সহায়—এনে সময়তে উপায় এটা মনত খেলালে।

বয়স পোন্ধৰ হলে কি হব—এই নদাইৰ উপস্থিত বুদ্ধি আৰু কৌশল তেতিয়াই জাতপাত পকা। মোৰ মনত পৰিল, হোলোঙৰ পূবদুৱাৰৰ নামদি এটা খাৰৈ আছে আজি কেবাদিনা বৰষুণ নাই যেতিয়া খাৰৈটো শুকানেই হব। সেই খাৰৈটো একেবাৰে পানীদুৱৰিলৈকে গৈছে, বা-বৰষুণ হলে বৰহোলোঙৰ পানীবোৰ তাতে গোট খায়। গতিকে নশিকাৰু চোৰৰ দৰে এথুজি-ভুথুজিকৈ পূবৰ ফালে আগুৱাই গৈ খাৰৈটোত নামি উত্তৰৰ ফালে খোজ দিলো—খোজ মানে আচলতে কুকুৰ লৰহে দেই—আজিৰ নদাই সঁজাতীৰ গহীন গম্ভীৰ কইনাখুজীয়া খোজ নহয়।

খাৰৈটোত পাছে পানীহে নাছিল দেই, উধৰ পৰা মূধলৈকে শুকান গছ-পাতেৰে ঠাহ্ খাই আছিল। খোজটো দিলেই ভৰিটো এহাতমান সোমাই যায়, পাতবোৰ মৰ্‌মৰাই উঠে আৰু ক'ৰবাত কোনোবাই শুনে

বুলি মোৰ কলিজাটো ধান বনাদি বানে। এনেহেন অৱস্থাত কুকুৰ লৰ মাৰিবলৈকো অসুচল— গতিক বুজি চুখুজীয়া খোজত বাট বুলিবলৈ ললোঁ। পুব দুৱৰিৰ পহৰীয়া কেইটা ঘুমটিত লালকাল দি আছিল হবলা— কেঁৱে 'চুঃ' বুলিও সঁহাৰি নিদিলে। তথাপি দুৱৰীৰ আগেৰে পাৰ হওঁতে খাৰৈতে দীঘল দি পৰি পেটে-বুকুৰে বগুৰা বাইহে চলিছিলোঁ। দেই—সাৱধানৰ আও-মৰণ নাই। হওঁতে বুকু পেটৰ মাখিছাল এছাল গ'ল, অ'ত ত'ত খোচাবিন্ধাও খালো, ছালো নিকুটি গল কেইবাঠাইত। পিছে মনৰ সুখেৰে খাৰৈয়েদি দুৱৰী ডোখৰ ভালেকালে পাৰহৈ গলো বোপাইহঁত—অপঘাত মৰণৰ মান ভয় নাই।

হোলোঙৰ পানীদুৱাৰখন কবলৈহে দুৱাৰ—আচলতে সেইখন মানুহ-দুনুহ অহাযোৱা কৰা বাট নহয়, পানী যাবলৈ সজা চাপৰ ঠেক এটা সুৰুঙাহে —এহাত মান বহল, এহাত মান ওখ। আঠুকাঢি মূৰ দোঁৱাই মোৰ মান আটিল মানুহটো কোনোপধ্যেহে সৰকিব পাৰে, শকত আৱত হলে তোকা নোৱাৰে। সেইখন পাৰ হলেই নলীটো পায়, সেইটোও আকৃতি প্ৰকৃতিত একেই, মাথোন এন্ধাৰ আৰু সেমেকা। নলীটোৰেদি আঠুকাঢি বগুৰা বাই উজাব লাগে, তাৰ সিমূৰে হোলোঙৰ মজিয়াত আৰু এখন পানীদুৱাৰ— গধুৰ শিল এচটা দি ঢাকি থোৱা থাকে। শিলচটা ওপৰলৈ খোলে, চাঙৰ নাওৰাপতাৰ তলত। তাৰপৰা মাৰল কুঠৰী পাৰ হলেই আইকুঁৱৰীহঁতৰ টোল— অৰ্থাৎ ভিতৰ মহলা। তালৈ আহ্ যাহ্ কৰিবলৈ পিছে এইটি পথ প্ৰশস্ত নহয় দেই— অৰ্থাৎ সেই ভিতৰৰ পানীদুৱাৰখন যদি বন্ধ হৈ থাকিল, তোমাৰ দফা ঠাণ্ডা। সেই নলাটোত তুমি ঘূৰিবও নোৱাৰা, বগুৰা বাই পিছ ভুইকি আহিবও নোৱাৰা। জখলা ওভতাবলৈ যোৱা অসংখ্য মানুহ তেনেকৈ ঠিলা লাগি ধৰি উশাহ-নিশাহ নাপাই মৰিছে। আগতে কাৰোবাৰ হতুৱাই শিলচটা তোলাই নথলে সেইপোনে সৰকিব নোৱাৰি। সাক্ষাৎ যমৰ দুৱাৰ।

মই আছিলো চিৰিপণি হেন লিচ্‌পিচীয়া লেকেচীয়া ডেকা, নলাইদি বগাওঁত মোৰ বিশেষ কষ্ট নহল। এইটি কাজৰ নিমিত্তে অতখন প্ৰজাক চেৰাই আইকুঁৱৰীৰ চকু এই এলাবাদুৰ ওপৰত কেনেকৈ পৰিবলৈ পালে তেতিয়াহে বুজিলোঁ, এইটি কম যাৰে তাৰে কৰ্ম নহয়। এই কৰ্ম কৰাজনৰ অকল

সাহপিত আৰু কৌশল থাকিলেই নহব, সি গায়ে গাবিয়েও চেকনী এচাৰিহেন হুব লাগিব। বগাওঁতে কষ্ট নহলেও পাছে মই হেন সাহিয়াল ডেকাৰো ভয়ত বুকু ঢুকঢুককৈ কঁপিছিল দেই—মিছা মাতিলে কি হব—সিমূৰে পানীতুৰাবৰ শিলচটা তুলি থোৱা দেখা পাইহে বুকুৰ ধপ্‌ধপনি কমিল। আইকুঁৱৰীয়ে অৱশ্যে শিলচটা তোলা থাকিব বুলি বতৰা দিছিলেই—পিছে ৰজাঘৰীয়া কথা কি ঠিক। ঢেৰ লগুৱা লিকচৌ কেউফালে পিনাপিন্ দি আছে. ৰৰষুণ বাদলো নাই. তাৰ কামকাজ নোহোৱা কোনোবা এটাই কামহেন দেখি তুৱাৰৰ শিলচটা নমাই থৈ গলেই লেঠা হল।

ভিতৰৰ পানীতুৱাৰেদি ধিমিকি ধিমিকি পোহৰ এছাটি অহা যেন দেখি পিছে মোৰো মনটো পোহৰ হল আৰু হবিষ চিতেৰে গাঁতটোৱেদি মূৰ উলিযাই ইভিতি সিভিতি চকু ফুৰালোঁ। মাবল কুঠৰীৰ সিমূৰে শিলৰ নেজ লগোৱা চাকি এটা জ্বলি আছিল—তালৈ চাওঁতেই কাষৰতে ভৰিৰ খোজহেন শুনি গাঁতটোত আকৌ মূৰ সুমুৱালোঁ—ক'ৰবাত কিবা ফন্দীও হব পাৰে। পিছে লগে লগে দেখোন হবি নিজগাল—ঘপকৰে এন্ধাৰ মুধাৰ হল। মোৰ হৃদযখন ধুপুচ্‌কৈ বন্ধ হৈ যোৱা হেন হল, বোপাইহঁত, পিছে মনতে বোলো বিপদ চাপি আহিলেই যেহিয়া ধৈৰ্য ধৰাটোহে বীৰৰ লক্ষণ। সেইকাৰণে গাঁতটোতে মূৰ সুমুৱাই থাকি ধৈৰ্য ধৰিলো আৰু সেই ঘিট্‌ঘিটীয়া এন্ধাৰত এনেযে তলকা মাৰি থাকোঁতে মনতে বহুত চিন্তাও কৰিলোঁ। অন্ধকাৰ হ'ল—তাৰ মানে চাকিটো নুমাল। হোলোঙৰ ভিতৰ মজিযাৰ চাকি বতাহত নুনুমায—বতাহ সোমাবলৈকো কেনিও সন্ধি নাই। গতিকে নিশ্চয় কোনোবাই আহি চাকিটো নুমুৱাইছে। চোৰ ধৰিবলৈ অহালোক চাকি নুমাবৰ কাৰণ নাই—সেইটি কাম কৰিবলৈ পোহৰহে সুচল বেছি। এতেকে যি আহিছে সিও চোৰ—অৰ্থাৎ নিভৃতে মোক লগ পাবলৈ আহিছে. তাৰমানে আইকুঁৱৰী। বচ্—ভালকৈ থৰচি মাৰি চিন্তা কৰিব জানিলে বোপাহঁত সকলো কথা অতি সহজতে বুজিব পাৰি। নহলনো এনে সময়ত কাণৰ কাষতে মুগাৰ সাজৰ খম্‌খমনি আৰু ফুচ্‌ফুচাই মতা মোৰ নামটো শুনি খিতাতে মূচ্‌কঁচ্ নগৈ এই নদায়ে মূৰটো উলিযাই এন্ধাৰতে উমানে উমানে গাঁতৰ পৰা ওলাই আহিলোহেঁতেন কেনেকৈ ?

আইকুঁৱৰীৰ কুঠৰী পাইহে উশাহ সলালোঁ, মোৰ সোণাইহঁত, ভেতিয়াহে নিজৰ পিন্ধাসাজৰ ফালে মোৰ চকু পৰিল। চাপ্‌কানচুৰীয়া, বোকাই-জেলু্‌কনিয়ে লুতুৰি-পুতুৰি , কঁকালত টঙালি আছে, হেংদান নাই। ইফালে হাতত সময় কম, সেইবোৰ চিন্তা কৰিবলৈ আহৰি ক'ত ? গতিকে আইকুঁৱৰীক সেৱা এটি কৰি বোলোঁ, কিবা আজ্ঞা কওঁক।'

আইকুঁৱৰীয়ে বৈ বৈ উচুপিছিল। দুই চকুৰ পৰা দুধাৰি লোতকৰ মুকুতা শিলৰ চাকিৰ পোহৰত তিৰবিৰাই বৈ আহি জৰি জৰি সৰিছিল। ৰিহাৰ আঁচলেৰে তাকে মচি মচি থোকাথুকি মাতেৰে বোলে, 'অথাই সাগৰত পৰিহে তোক মাতিছো,,নদাই, তই নতবাল আৰু ভৰাওঁতা নাই।' কথা শুনি মোৰ ধপ্‌ধপাই থকা বুকুখন, সোণাইহঁত, পোনছাটেই এহাতমান উলাহি উঠিল। বয়সত কুমলীয়া হলে কি,হব—আইকুঁৱৰীয়ে যি মূলা বাঢিব তাৰ দুপাতত্তে চিন পাইছে। গুণৰ মোল বুজিবলৈকো গুণ লাগে নহয়—তাক আইকুঁৱৰীয়ে সুবুজিনা ক'ৰবাৰ ভেবেলা ভালিয়ে বুজিবনে ? হাতজোৰ কৰি বিনয়ভাৱে মুখ ফুটাই বোলোঁ, 'আজ্ঞা কৰক। বন্দীয়ে প্ৰাণ দিও পালিম।' বোলে, 'বৰ বিশ্বাসৰ কাম—প্ৰথমে তই কথা দে।' বোলোঁ, 'কথা দিছোৱেই—পাতনি এৰি ঘাই কথা কওঁক। আইকুঁৱৰীয়ে চকু দুটা মচি মচি বোলে, 'সেইযে পিক্‌ছাইক লোৱা লগাই থৈছে, তাক মোকলাব লাগে।' মই বোলোঁ, 'সবনাশ। সৰ্গদেউৰ আজ্ঞাতহে এইবোৰ কাৰ্য। আমিবোৰ বন্দীহে। জান পালে আলুৰে কলাপুলিয়ে তুলিব।' মেঘৰ মাজৰ বিজুলী সদৃশ জগমোহিনী হাঁহি এটি মাৰি আইকুঁৱৰীয়ে বোলে, 'কাম কঠিনেই হয়—পিছে তই পাৰিবি। মৰঙ্গি খোৱা পাতৰ বাহৰত আছে তাক বাৰ্তা দিব লাগে।' দুৱৰী চন্দ্ৰৰীসোপালৈ মনত পৰি বোলো, 'আৰ পৰা ভালে-কালে ওলাই যাব পাৰিলে সি কাৰ্য সিজিব। বাৰ্তা কেনে ?' বোলে, 'পাতৰে জানেই। মাথোন জনাবি যে পিকছায়ে হেনো জুমিয়াইছে বোলে সাদিন আগলৈকে ববৰুকন আছিল, এতিয়া লোৱা লগাইছে। আৰু সাদিনত লোৱা খুলি ববৰুকন পাতিলেহে তাৰ মুখখন সি থব, নহলে সোপাই কেলেঙ্কাৰী ৰটাই জগত জাননী কৰিব।' মই বোলোঁ, 'ভাল 'সেইমতে কোৱা হব। এতিয়া আহোঁহে।' এইবুলি সেৱা কৰিলত বোলে, 'কথাটো আজিকে

গুপুত। বৌজাল-বৌজাল হলে পাতবো কটা যাব, ময়ো কটা যাম। তাকে চাই কৰিবি।'…

ওঁ—কি কৈছা? কেলেঙ্কাৰীটো কি সুধিছা? ভাল কথা সুধিছা, বোপাইহঁত—তোমালোকৰ কপাল ভাল আজি চাৰিকুৰি বছৰ পাছুত জনমা ধৰিলা। এই নদাইৰ ঠাইত সেইদিনা তোমালোক হোৱাহাল থিতাতে ঠিয়ৈ ঠিয়ৈ কটা গলাহেঁতেন। আইকুঁৱৰীৰ আগত ঠিয় হৈ সেইবাৰ হেন কথা সোধাৰ মৰসাহ হোৱা হলে পাছদিনা ৰাতিপুৱালৈ আৰু এই নদাইক কেৰেঁ জীয়ন্তে দেখিবলৈ নেপায় দেই। বোলো সেইসকল ৰজা-ৰাণী, আমি আজ্ঞা লোৱাবহে গৰাকী—আমাৰ কি গৰজ তেৰাসবৰ কেলেঙ্কাৰী-কলঙ্কৰ উৰহী গছৰ ওৰ লৈ ফুৰিবলৈ?

পানীছুৱাৰদি সোমাই আগৰ বাটেদি বগুৱা ব্বাই ওলাই আহি বাৰু পালেহি। নলাটোও ভটিয়াই আহিবলৈ উজু দেই। বাহিৰত দেখিলে, পুহৰি পুহৰি হৈছে যদিও আন্ধাৰ মহীয়া ডাঠ কঁৱলীয়ে গোটেই গড়গাঁও ঢাকি থৈছে—এহাতো দূৰলৈকো নমনি। আগৰদাৰ খাৰৈযদি আহি হাতত সাৰে ভৰিত সাৰে চাও সোমাওঁতেই ভিতৰুৱালে সাৰ পাই 'কোন' বুলি মাত দিলে। 'মই, বাজলৈ উঠিছিলোঁ' বুলি থোৰাতে কৈ শুই পৰিলোঁ।

শুই পৰিলো মানে শোতলিত উঠিলো কি নামিলো কি। পুৱা হিলৈ কাৰ্ডাইৰ মহলা দি অটাই বেলা এপৰীয়াত গৈ মৰঙ্গিখোৱা পাতৰক বিচাৰি উলিয়ালোগৈ। বতৰাও দিলোঁ। শুনি গোহাই থক্থক্কৈ কঁপিবলৈ ধৰিলে আৰু থৰ থৰ বিমূৰ্চ্ছিত হল। তেওঁক তেনকৈ তাতে এৰি মই হোলাও পালেহি—বৰচ'ৰাৰ খেন পাৰেই হল—তাঁতো খাস্তক থিত দিব লাগে, সৰ্গদেৱৰ আজ্ঞা আছে। তাৰ উপৰিও সময় সঙ্কট, বাৰেপইতাত আচাম ভাগিছে পোলোঙা কোঁৱৰক ধৰি নিলে। ফুলবৰুৱাৰ ককাই-ভাই হালেই ভাগি আহিছে। টঙচুৱে জানিবা কোনো প্ৰকাৰে এৰাই আহি বতৰা দিছহি বোলে, 'জাৰ পৰোতেই সৰুচকুৱা বৰফুকনৰ পুৰণা বাতে উক্ দি বোঙা কৰিলে, উঠিব লৰিবকে নোৱাৰে।'

মই গৈ পাওঁতে বৰচ'ৰাৰ এধা-এধি পাৰ হলেই, বাকী এধাকে শুনি ওলাই আহিলোঁ। চ'ৰাৰ মুখতে ফৰিঙা কটকীক লগ পাই কোলো, 'কিবা

বিধাৰণ হল ?’ ফৰিঙাই বোলে, ‘এতিয়া বাজত কব নাপায়—চালে বাবে শুনিব। গধূলা ভিতৰ চ’ৰালৈকে আহিবি—তাতে সমস্তে শুনিবিছি।’

ঘূৰি আহি বাহৰ পাওঁতে আঘোণমহীয়া বেলি লহিয়ালেই। ভিতৰুৱালে চোতালতে কামী চাঁচি আছিল, মোক দেখি বোলে, ‘গেন্ধুৱা চাউদাং আহিছিল খবৰ কৰিবলৈ। তোক নেপায় তোৰ হেংদানখন দি গৈছে।’ এবাৰ লগ পাবলৈকো কৈছে।’ মোৰ বুকুখন চিৰিংকৈ গল—গেন্ধুৱা হল হাউলীৰ ছুৰবী চাউদাঙৰ মুখিয়াল, বয়সস্থ লোক। ৰজাঘৰৰ পুৰণা মানুহ—স্বয়ং সৰ্গদেৱৰ বিশ্বাসী—এনে লোকে কি কৰিব নোৱাৰে। সি বাৰু হেংদানখন পালে ক’ত ? মোৰ বুলি চিনি পালেই বা কেনেকৈ ? ভাগ্যে পোনেই সৰ্গদেৱত নেভেটিলেগৈ, নহলে কৈচু খান্দোতে সাপ ওলাই এই নদাইৰো আধ্যা পাৰে।

দুপৰীয়াৰ সাঁজ খাই চাউদাং শাল পালোগৈ—আগ কথা আগ। তাতে গেন্ধুৱাক দেখিলো, আহৰি সময় পাই অকলে অকলে গদা ঘূৰাইছে। মোক দেখি বোলে, ‘আহিলি হেঁও। অস্ অস্—আমাৰ বাপৰ শামুকৰ সাহ যেন সাহ। পিছে তহঁতি কেতিয়াবা আও মৰণেৰে মৰিবি দেই—পৰুৱাৰ পাখি গজিছে। পানী নলাত হেংদান এৰি আহ।’ ঘপহ্‌কৰে বোলো, ‘সেইখন জানো কাৰ হেংদান মোৰ বাহৰত দি আহিলা—মোৰ নহয়।’ বোলে, ‘হেঃ হেঃ। লুকাই চুৰকৈ নলা বগাই হোলোঙ্‌ সোমাবি, পানী নলাত হেংদান এৰি আহিবি, হোলোঙ্‌ৰখীয়ানো কিহলৈ তেনেহলে ?’ বুজিলো ইহঁতে সকলো গম পায়, কথা লুকাই লাভ নাই। অণ্ঠেকণ্ঠে শুকাই গৈছিল, তথাপি বোলে, ‘থ—থ—৷ গম পাইছিলি যদি খেদি নধৰিলি কেলেই ?’ বোলে, ‘আইকুঁৱৰীয়ে বধ দি থৈছিল। নহলে খাৰৈয়েদি যিহে হাতী যোৱাদি হুৰহুৰাই গৈছ, ৰাতিপুউৱাৰ আগতে শূলত উঠিলি হয়। সোমাওঁতেও দেখি আছো, ওলাওঁতেও দেখি আছো—ওলাওঁতে পিছে কঁকালত হেংদান নাই। ৰাতিপুৱা পহৰা এটাক পঠাইহে নলাৰ পৰা অনাইছো।’

মোৰ জিভাখন বোপাইহঁত, শুকাই কৰ্কৰীয়া মাৰিলে—ভাবেই ওঠছুটা চোলেকি থকাটো মন কৰি হবপায় গেন্ধুৱাই ক’লে, ‘বাৰু সেইবোৰ এৰ। এতিয়া কি কথা কি হল তাকেহে ক।’ মই কোনোপধ্যে মাতটো উলিয়াই

বোলো, 'ভিতৰৰ কথা জানিলেও কব নাপায়—তাতে নাজানোওঁ। মৰঙ্গি খোৱা পাটক এটি বক্তৃতা দিব লগা হল—পিছে, বক্তৃতা পাই ত'ত ঠিয়ৈ ঠিয়ৈ বিমূৰ্চ্ছিত। বুজবাজ নাপালোঁ।' শালৰ এচুকলৈ মাত্তি নি গেন্ধুৱাই বোলে, 'বয়স হলে এনেও বুজিবি। পিছে আইকুঁৱৰীৰ কথা যেতিয়া মই বুধি এটা দিওঁ—কৰ। কটকীশাললৈ যা—তাতে ফৰিঙাক পাবি। তাক, সকলো খোলাখুলিকৈ কবি।' বোলো, 'কি ক'ম ?' বোলে, 'যি জান তাকে বুজাই কবি। সি পুৰণা লোক থোৰাতে বুজিব। আইকুঁৱৰীক বৰ ভাব কৰে, সি নিশ্চয় কিবা এটা দিহা কৰিব।'

ফৰিঙাক সকলো কথা আঁতিগুৰি মাৰি ক'লত সি বোলে, 'খেনটো ভাল। সেই নোমটেঙৰ ৰস্ত্র বন্দলীটো এতিয়া নাই। মাধই বিৰিণাই আছে সিহঁতকে মাতো।'

মাধ আৰু বিৰিণা আহিলত ফৰিঙাই বোলে, 'কটকীয়ে চৰীয়াই মাৰেও তাৰেও। পিছে শুনো বোলে আজি কালি ডাঙৰীয়াবোৰৰ বৰ অহংভাব হৈছে, কটকীও ভালকৈ নোসাধা হল ?' বিৰিণাই বোলে, 'এ—নকৰা আৰু। ফৰিঙাই বোলে, 'তহঁত যে গুৱাহাটালৈ গলি, নামজানি বৰফুকনে তহঁতক কেনেকৈ তুলিলেনো ?' মাধই বোলে, 'তুলিলে আৰু। এতিয়া পিছে চোটাকাটো পাইছে।' ফৰিঙাই বোলে, 'শুনো হেনো উত্তমৰ ভণ্ডাই খাংলায়ে বহুত বযবস্তু পালে শাওনত। বেকী পোবৰা জাখলীবন্ধাতো বোলে ঢেৰ বস্তু গোটালে। তহঁতক শাৰ কিবা দিলেনে নাই ?' বিৰিণাই বোলে, 'শ্ৰীবিষ্ণু। ভাল কথা কৈছা। বৰফুকন কেবাবিযে বস্তু দিব। খুজিলাতো নাই বুলি ক'লে।' ফৰিঙাই বোলে, 'অৱশ্যে বস্তুবাৰীনো কেলেই ? মানে-যত্নে ৰাখিলেই হল।' মাধই বোলে, 'সেই অনাও ডেইছ। ৰোজ বাজো নিদিলে। উছৰা চাউলৰ এসাজ খাই হাতীশালাত এৰাতি থাকি গুচি আহিলোঁ। নামজানিৰ বোন্দা ম'হে এৰাতি খচি খচি বৰভোজ খালে।' ফৰিঙাই বোলে, 'ভাল বৰফুকন হয—উচ্চপদ পাই টেৰীয়া পাগ মাৰিছে হয়নে ? ফুলচন্দন ঘঁহি মালা পিন্ধিছে বোলে বহে ?' বিৰিণাই বোলে, 'হয। আৰু ছুই তিৰীৰো কন্দলত টোল বৌজাল বৌজাল, বৰফুকনে তাকো ভাঙিব নোৱাৰে—ফুকন নেওগৰ কিনো বিচাৰ কৰিব ?' ফৰিঙাই বোলে, 'নোৱা

লগাবলগীয়া বৰফুকনেই হয়। ভালেই হৈছে।' চকলিয়াই খোৱা গুৱা একন একন দি মাধকে বিৰিণাকে বিদায় দিলে।

কথা-বতৰাৰ একো মোৰ ধৰিব নোৱাৰি ফৰিঙাক ৰোলো, 'কথাবোৰ দে'খোন কোনবাখন হৈছে—আঁ'তই নাপাওঁ।' ফৰিঙাই বোলে, 'পাছত বুজাই কম বাৰু। এতিয়া কাৰ্য্যাহে সিদ্ধি কৰিব লাগে।'

গধূলা ভিতৰুৱা চ'ৰাত স্বৰ্গদেৱে বোলে, সৰু চকুৱাৰ বাতৰ বেম্মাৰ—গুৱাহাটাৰ কাৰ্য্যকাম নচলা হৈছে। নকৈ বৰফুকন পাতিবলৈ দেওধাইৰ কুকুৰা ঠেঙত ন-বৰা আৰু চেংধৰাৰ নাও উঠিছে। পিছে সিহঁতৰ এটাতো সঞ্চাত নাই—বঙালেৰ জোঁট হৈ ৰাজ্যকে বেচিব। এতিয়া কাকনো পঠিওৱা যায়? ডাঙৰীয়া সবে খাণ্ডাধৰাৰ কথা কৈছে।' কোৱেঁ মাত মাতিবলৈ নৌ-পাওঁতেই ঘপহ্ কৰে আইকুঁৱৰীযে বোলে, 'পুনৰ পিকৃছাই'ক পঠিয়ক।' সৰ্গদেৱে উচপ্ খাই উঠি আইকুঁৱৰীলৈ চালত ফৰিঙাই বোলে, 'এৰা সৰ্গদেউ, আইকুঁৱৰীযে উত্তমহে কয়। দৰাচলতে সি মানুহটো বেয়া নহয়, কটকীয়ে বস্তু খুজি নেপাইহে তাৰ এনেখন গতি কৰিলে। টুটকীয়া লগনীযাই আসৈ মাতে, বিষয়াৰ শাস্তি কৰায়।' সৰ্গদেৱে বোলে, সি মুনিহ অকামিলা, বৰ-ফুকনৰ পদৰ জানো যুইগ হয়?' ফৰিঙাই বোলে' 'হয়। ফুলচন্দন পিন্ধাৰ যে কথা কৈছে, এমান দলদোপ যুঁজবাগৰৰ মাজতো যে সি তেনেকৰি বঙালক চমক লগাব পাৰিছে, ই সৰ্গদেৱৰ প্ৰতাপৰ হে যুগ্য। ইতৰ বণুৱাৰ দৰে বৰফুকান হেংদানত শান দিয়া জানিলে বঙালে বুলিব আচামে ডৰাইছেহে। সিনো কিহৰ বৰফুকন! আৰু দুই কুঁৱৰীৰ কন্দল ভঙা সামান্য লোকৰহে কাম—এতেক ডাঙৰীয়াক সি কামে শোভা নাপায়। বৰফুকনে তিৰীৰ কন্দল ভাঙি সময় নিযালে নামজানিত বঙালক ভেটে কোনে?'

সৰ্গদেৱে বোলে, 'চৰীযাৰ মুখে কটকীশালৰ সমাস্ত বখনা মই শুনো, পিছে তই ফৰিঙাইনো কি আপাহত এনেবোৰ কথা হলি তাৰেহে বুজ নাপালোঁ।' ফৰিঙাই বোলে, 'আইকুঁৱৰীয়ে পিকছাইক চাবলৈ গৈছিল—হাতীশালত। তাতে দুই-চাৰি কথা সুধি-পুছি নিৰ্দোষ হেন পালে। মোক বোলে অঘটনৰ গুৰি ক'ত উৱাদিহ লৈ চা। তাতে এইবোৰ কথা ওলাল।'

সৰ্গদেৱে বোলে, 'কটকীশালৰ মেল বখনা সমস্ত শুনিছোঁ—পিছে এবাৰ

ধৰি আনি পিক্‌ছাইক আকৌ বৰফুকন পাতিবলৈ এতিয়াই উত্তম নহয়—দহে মন্দ বুলিব, এবাৰ ঘাঁতী খোৱা লোক গুণে ৰাজ্যলৈকো বেয়া। সাধ্যে বাক লোৱা ভাঙি ঘৰলৈকে পঠিয়াওঁক—কতোকদিন ইয়াতে ৰাখি আলেখলেখ চাওঁ। ইফালে পাণ্ডুলৈ কোন যায়?'

ফৰিঙাই বোলে, 'সন্থহতে মৰঙ্গিক খাণ্ডাধৰাকে পঠিয়ালেই ভাল।' কতোপৰ মৌন হৈ থাকি সৰ্গদেৱে বোলে, 'বাক, তাকে হক।' মন কৰিলোঁ, আইকুঁৱৰীৰ পদুমবুলীয়া মুখখন থিতাতে তেনেই কেঁহেৰাজ বটা যেন হল।

ৰাতি এপৰত চাঙৰপৰা ঘূৰি আহোতে ফৰিঙাক বোলো, 'ক'তা! কুহুলিয়াইহে থাকিলি—কি কথা কি বতৰা তাৰ আগগুৰি একো নকলি দেখোন। ফৰিঙাই বোলে, 'নতুন আইকুঁৱৰীৰ লগত মৰঙ্গিৰ পাটৰ লেনদেন বহুত দিনৰ। সৰ্গদেৱ চাঙত নাথাকিলে মৰঙ্গি আহে, সৰ্গদেৱ চাঙত থাকিলে কিবা এটি অচিলা উলিয়াই আইকুঁৱৰী বাজলৈ যায়। পিছে হাউলীৰ পৰা ঘনাই বাজ ভিতৰ কৰিবলৈ আইকুঁৱৰীসকলৰ পক্ষেও বৰ অসুবিধা দেই—বাৰেকোপতি সৰ্গদেৱৰ আজ্ঞা লব লাগে। গড়ৰ ভিতৰত চৰীযাই পহৰীযে গিজ্ গিজ্, সেই কাৰণে বাজ ওলালেই গড়ৰ বাজ পাযগৈ। পিছে পৰহি গধূলা জানিবা হাতীশালতে ভুমধা লগ হৈছিল। মুনিচুনি বেলিকা হাতীশাল উদং, মাউতো নাই, ঘাঁহীও নাই। তাতে যে আকৌ ই পিক্‌ছাইক বান্ধি থৈছে এটিযেও নেজানে। পিক্‌ছাযও কাণসৰালি মাৰি ইহঁতৰ সকলো কথা-বতৰা শুনি থাকিল। পাছত মাত লগাই দিলত ভয়খাই মৰঙ্গি লৰমাৰি পলাল। আইকুঁৱৰীযে গৈ দেখিলে পিক্‌ছাইক। তাতে এইবোৰ কথা হল।'

খন্তেক ৰৈ ফৰিঙাই বোলে, 'ই মৰঙ্গিৰ পাট ইযাত থাকিলে অশান্তিহে হব—তাক নেদেখিলে আইকুঁৱৰীও থাকিব নোৱাৰে, আইকুঁৱৰীক নেদেখিলে সিও থাকিব নোৱাৰে। পিছে ইযাৰ কলিজা সৰু, পাৰৰ কলিজা। গতিকে চকুৰ আঁতৰ কৰি পাণ্ডুলৈ খেদাবলগীয়া হল। আইকুঁৱৰীৰ মনো আঁতৰ হক। মানুহটো এলাবাহু। নহলেনো আপদৰ বতৰা পাই ডেকা মুনিহটো বিমূৰ্চ্ছিত যাযনে? আইকুঁৱৰীযে এতিয়া বিষম পাইছে অৱশ্যে—পিছে কথাটো ৰাজ্যলৈকো ভাল, তেওঁলৈকো ভাল। এতিয়া ই পিকছায়েও আক গা কৰিব নোৱাৰে।'

মই বোলো, 'তই কটকীহে, ইমান কথাৰ ভূ পাব ক'ৰপৰা ?' বোলে, 'ঘুম্ঘুমিবি। যিদিনা চোমদেও চুই শপত খাবি সেইদিনা নিজে নিজে জানিবি। মই কব নাপায়।'

পাছত জানিলো ফৰিঙা বাহিৰৰ লোক দেখুৱাইহে কটকী—আচলতে বুঢ়াৰজা সৰ্গদেৱৰ সঁজাতী ফৈদৰ মুখীয়ালহে।

হাউলীৰ ভিতৰতে তুৰছৰত নানা প্ৰকাৰৰ ৰণুৱা বিদ্যাৰ মহলা মাৰিলোঁ—সকলোতে পাকৈত হ'লো। সেইকালত শৰীলত তেজ-বল আছিল বোপাইহঁত, দুইহাতে হেংদান বিজুলী চমকত ঘূৰে, ঠেঙৰ তলত ভাল ঘোঁৰা এটা হ'লে সেই দিনত এই নদাইক বাল পাবোতা অসম ৰাজ্যত নাছিল। ভিতৰুৱালে সকলো বিদ্যাৰ মহলা লৈ বোলে, 'তই পকিলি—এতিয়া সৰ্গদেৱত ভেটিবহে লাগে'।

তেনে দিনতে এদিনাখন পুৱাবেলা পলঙা চাউদাং আহি খাৰঘৰতে ধৰিলেহি, বোলে, 'সৰ্গদেৱে বুলিছে।' ইফালে কমাৰশালত লোৱা ৰঙা-ৰচঙা, খুন্দি চাক্ কৰিব লাগে, সিপানে খাবৰ যোগান কম, খাৰঘৰীয়াৰ গাত চুক্তি নাই। তথাপি সৰ্গদেৱে বোলে যেতিয়া যাব লাগিব—পলঙাক 'ভাল বাৰু' বুলি কৈ চাকৃতলীয়া সোলোকাই গাত চাপ্কান দিলো। দুৱৰিত দেখো ভিতৰুৱাল—সি বোলে, 'পৰখ কৰিবলৈ মাতিছে, চাই-চিতিহে খোজটো পেলাবি। নেচাই ডেলে গালৈকে ঘাটি।'

তিনিজনা ডাঙৰীয়াৰ সমুখত প্ৰণিপাত কৰি ঠিয় হওঁতে মইহেন সাহিয়াল ডেকাৰো বুকু ভুৰ্ভুৰ্কৈ কঁপিছিল দেই। তিনিউজনাই মোৰ মূৰৰ পৰা ভৰিলৈকে বাৰেকোপতি নিৰিকি নিৰিকি চাই চাগৈ ভালেই দেখিলে—গাত জৰীবন্ধা এৰীয়াৰ চাপ্কান, পিন্ধনত এৰীয়াৰ জোঠা চুৰীয়া, কঁকালত পাটৰ টঙালী। বুকফিন্দাই ঠিয় দি থাকোতেও পিছে আঁঠুদুটা কঁপিছিল। শেহত জানিবা মোৰফালে টেকুৰা টেৰিকৈ কেইবাবাৰো চাই প্ৰথমতে চাউপেত বুঢ়াগোহাঁইদেৱে ৰবৰুৱা দেৱৰ ফালে বুলিলে। বোলে, 'গায়ে গাৰিয়ে ভালেই

পাইছো, পিছে গৌফেই চোন খুঠুটিয়ায়—ইনো কি কৰিব ?'

ৰৰপাত্ৰদেৱে মোৰ পোনে কেৰাহিকৈ চাই বোলে, 'ঘোঁৰাত চৰিবলৈ, হেংদান—তলোৱাৰ চলাবলৈ ভালমতে শিকিছনে নাই ?' মই বোলো, শিকিছো।' তাতে বোলে, 'অকল শিকিলে নহয়—পকিব লাগিব। নহলে নিজলৈকো বেয়া, ৰাজ্যৰো ঘাটি। গতিকে পৰথ কৰি চাইহে পঠাম।' এইবুলি বৰগোঁহাই দেৱলৈ চালে। বৰগোঁহাইদেৱে দুৱৰীক মাতি বোলে, 'তিনিমূৰীয়াৰ পুত্তেকক বেঁকা তৰোৱাল দি চোতাললৈ পঠাবি। আৰু ঘোঁৰা বৰুৱাক ক—কলী ঘোঁৰাজনী শালৰপৰা আনি তাতে বান্ধক।'

খেনেক পাছতে বাহৰৰ কাষেৰে তিনিজনা ডাঙৰীয়া মুকলি চোতালৈ ওলাই আহিল। ঘোঁৰা-শলীযাই কলীঘোঁৰা এজনী হাজিৰ কৰিলেহি। ঘোঁৰা-জনীৰ কাণ এখন কটা—পোক কামোৰাৰ দৰে উচ্‌পিচাই আছিল। ডাঙৰীয়াই মোক বোলে, 'উঠ্। লেকামত ভালকৈ ধৰিবি।' এইবুলি মই উঠিবলৈ নৌ-পাওঁতেই হাতৰ চাবুকেৰে সাৰৌপ্ কৰি ঘোঁৰাজনীৰ তপিনাতে একোৰ মাৰিলে। ঘোঁৰাজনীয়েও আকাশচোৱা উধাজাপ এটা মাৰি বিজুলী বেগে চেকুৰ মেলিলে—মযো তাইৰ ডিঙিতে দুই হাতে প্ৰাণপণে সাৱট্ মাৰি ধৰি ওলমি থাকিলো। চিকৰাৰ দৰে লেকামত কামোৰ মাৰি ধৰি বগুৱা বাই পিঠিত উঠিব খোজোঁতেই ঘোঁৰাজনীয়ে কিবা দেও-ভূত লম্ভাৰ দৰে ত্ৰিধগতি জাঁপ মাৰি আলসনিয়ে পোৱাদি অঁকাই-পকাই চেকুৰিবলৈ ধৰিলে, এবাৰ আকাশ চোৱে—এবাৰ পাতাল চোৱে। এবাৰ পূবে চলে—এবাৰ পচিমে। মোক টেটুৰ পৰা একৰাবলৈ ঘনাই ডিঙি জোকাৰে—পিছ ঘোঁৰাই ডালে বগালে মই পাত বগাওঁ—মোক সকৰাব নোৱাৰিলে দেই, মায়া গলৰ মণি যেন ওলোম্‌ধোলোম্‌হৈ ডিঙিতে ওলমি থাকিলো।

বহুত ঘোঁৰাত চৰিলো বোপাইহঁত, পিছে সেই কলীজনীৰ দৰে বাঘৰ আগতেল খোৱা নটিনী ঘোঁৰা হলে কেতিযাও দেখা নাই দেই। মইহেন মুনিহটোৰ ভৰি মাটিত চুঁচৰি গৈছে, গোৰহা ফাটি তেজেৰে ৰঙামাটি হৈছে—ত্ৰিভুবন ভ্ৰমি অঁটালে, তত্ৰাচ ঘোঁৰা নৰয়। মোৰ এটা হাত ঘোঁৰাৰ গলত, আনহাতে-মুখে লেকামত টানি দুহাত জাঁপ মাৰিলে ভাই নাটেশৰীয়ে ঠাইতে মূৰটো বেঁকাকৈ লেকাম টিলাই চাৰিহাত উধাজাঁপ মাৰে। যোৱা দুৰছৰত

সৰ্গদেৱৰ ঘোঁৰাশালৰ এটাইবোৰ ঘোঁৰাত চৰিলো—মোৰ সোণাইহঁত, এনে এজনী মতাকালু ঘোঁৰা কস্মিন্‌কালেও দেখা নাই।

মোৰ মূৰ অচম্ভ্ৰাই কৰিছিল—আকাশৰ গ্ৰহ-তৰাই ভটাগুটি খেলিবলৈ ধৰিলে বাছাহঁত, কিমান আৰু চুঁচৰি-বাগৰি থাকিম ? এবাৰ দিলো গাৰ জোৰেৰে জঁাপ মাৰি। তায়ো মাৰিলে উধাজঁাপ—পিছে মই ঘোঁৰাৰ পিঠিত চৰিলোদেই—পেট পেলাই লেকাম আজুৰি বোলো 'এইবাৰ কত সাৰিবি ?' ঘোৰাই চাগৈ এনেকাণ্ড দেখা নাই—থৰ কাচুটি চেকৰাই জঁপিয়াবলৈ ধৰিলে—তাৰ মাজতে এবাৰ চেগ বুজি বহি লৈ মনতে সন্তোষৰ হাঁহি এটি মাৰি ঘূৰি চাই দেখো, বাহৰৰ কঁৰবাতে থাকি আহিল—মই গড়াৰ এচোৰা পাৰ হৈ আহিলো। লেকাম টানোহে টানো, তাই নৰাযা মুখ্যৰেও। অনেক কষ্টেৰে বলাই শেষত জানিবা ঘোঁৰা ওভটালো আৰু চাৰিখুজীয়া জঁাপত আহি বাহৰৰ তুৰৰি পালোহি। পাছে বিধিৰ বিপাক—মোৰ অত কষ্ট অথলে গল—তাত ডাঙৰীয়া এজনো নাই।

জেঁঠা এৰীযাৰ চৌগা-চুৰীয়া ফাটি চিৰাচিৰ্ হল—ভৰিয়ে-হাতে তেজে তুম্‌বলি—এনেহন অৱস্থাতে ঠিযে ঠিযে জঁাপমাৰি নামি পৰিলো। ভৰিত ভৰ দি ঠিয় হবৰ শকতি নাই, মূৰত বিজুলী খেলিছে। থৰক্-বৰক্‌কৈ মাটিতে বহি পৰিলো। গোৰাহাৰ তেজ নোৰোৱা হেন দেখি চুৰিযাৰ আঁউঠি ফালি টানকৈ বান্ধি ঘাঁহনিতে দীঘল দি পৰিলো।

হাউলীৰ তুৰৰিয়েদি মূৰত মুগাৰ পাগমৰা আদহীযা চানেকীয়া মানুহ এজন ওলাই আহি মোৰ কাষৰতে থিত্ দি ৰ'লহি। ওখকৈ সুন্দৰ সুঠাম দেহ, ফুটি যাওঁ ফাটি যাওঁ তেজগোৰা মুখ। দুই কোৱাৰিযেদি বৈ আহিছে এমোকোৰা তামোলৰ সেলেঙী। মুগাৰ সাজৰ ওপৰত আটি বন্ধা পাটৰ টঙালি—তাতে চাৰিহতীয়া বেঁকা তৰোৱাল। মোৰফালে চাই মিচিক্ কৰে হাঁহি এটি মাৰি বোলে, 'অ'—দেহি। অৱস্থাই নাই দেখোন। যুঁজিবানো কেনেকৈ ?'

ডাঙৰীযা তিনিজনা বাহৰৰ পৰা ওলাই আহিছিল, আদহীয়া বণুৱাজনে মূৰৰ পাগুৰি থহাই হাতত লৈ দণ্ডৱৎ কৰিলে, তালৈ চাই মিচিকিয়াই হাঁহি বৰগোহাই দেৱে বোলে, 'তিনি মূৰীয়াৰ পুতেক, ইয়াৰ লগত এহাত তৰোৱাল

খেলিব লাগে—তোক তালৈহে মাতিলো।'

দুৱৰীয়ে মোৰ হাতত দিয়া তৰোৱালখন পোন আৰু চুটি আছিল—দুয়োফালে ধাৰ থকা। আমি দুটা মুখামুখি হলত বৰগোহায়ে বোলে, 'প্ৰাণপণে যুঁজিবি, পাছে কৌশলহে দেখুৱাব লাগে—প্ৰাণে মৰাকৈ কেঁৱে নাহানিবি।' আমি দুয়ো কঁকালত হাত দি সষ্টম হলত বৰগোহায়ে টিলিকি এটা মাৰিলে। নিমিষতে তিনিমূৰীয়াৰ পুতেকে মোৰ ওপৰত জঁপিয়াই পৰি পোনছাটেই মূৰলৈ তৰোৱাল পোনালে। ময়ো মোৰ তৰোৱালেৰে ভেটিলো। তাৰ পিছত তৰোৱালৰ ঠেকা-ঠেকিৰ শব্দত কেউফালে কাঁহ পৰি জীন্ গল—চিক্‌মিকনিত বিজুলী খেলিলে। তৰোৱাল যেন মনিবই নোৱাৰি, মাথো চমকনি আৰু ঠেকাঠেকিৰ শব্দ। দুয়োটাৰে পেটে-হাতে-ভৰিয়ে আঁচৰ খাই তেজ বিৰিঙিল। এবাৰ আগলৈ—এবাৰ পিছলৈ, এবাৰ ওপৰে, এবাৰ তলে, সোঁৱে-বাৱে কৌশলৰ শেষ নাই—আঃ কি পাৰ্গতালি। বুজিলো এৰাক সহজে বলাব পৰা পুৰুষ নহয়। ইফালে মোৰ দেহা উজান-ভাটি—বেছিপৰ ভত্তি থকা সম্ভৱ নহয়, ভৰি কঁপিছে, চকুৰ আগত হোলোঙ্‌ঘৰ দুৱৰি-গোহাই সকলো চক্ৰাকাৰে ঘূৰিছে—কোন মুহূৰ্ত্তত গিযান হেৰায় ঠিক নাই। এনে অৱস্থাত পিছ এবাৰ মৰো জীওঁ সোঁ আধিকৈ হাতৰ তৰোৱাল বাওঁফালে ওপৰলৈ টোঁৱাই বিজুলী সঞ্চাৰে ঘূৰাই দিলো সোঁ পাকে তললৈ আৰু কিবা এলাপাকত তিনিমূৰীয়াৰ পুতেকৰ হাতৰ তৰোৱাল উফৰি গৈ গোহাইসকলৰ চৰণৰ কাষতে পৰিলগৈ—সি তৰ্কিবই নোৱাৰিলে হুবপায। যুঁজৰ নিযম মতে তিনিমূৰীযাৰ পুতেক ঠাইতে আঠুকাঢ়ি মূৰদোঁৱাই বহি পৰিল।

মোৰ ঠাইত সি হোৱাহলে চাগৈ ঘৈযালোইতেন দেই—পিছ মই হাতৰ তৰোৱাল পেলাই তাক সাৱটি ধৰিলো। সৰ্গদেৱৰ বাক্য মনত পৰিল, বোলে 'আহাম আহাম আছে—ভাল-বেযা চাই-চিত্তিহে ঘৈযাব লাগে। গাৰ ভাল এডাখৰ কাটিলে নিজৰাহে বলহীন হয।'

বেজবৰুৱাৰ কুঠৰীত কটাছিঙাবোৰত অ'ষধ-পাতি লগাই থাকোতে কথা ওলাল, বোলে, 'তৰোৱাল যুঁজত এটা মূৰ কটা গলে আৰু দুটা মূৰ ওলায—এতেকেহে তাৰ বাপেকৰ নাম তিনিমূৰীয়া। এতিযাহে সি বুঢ়াহে আচল

তিনিমূৰীয়া হৈছে।' মনতে বোলো তই তেওঁ আজি নিমূৰীয়া হলি। তিনিমূৰীয়াৰ পুতেক তৰোৱাল খেলত পাকৈত—তেওঁ পিছে বণুৱা-পাইকক নিশিকায়, ডা-ডাঙৰীয়াৰ লৰা-লুৰিকহে শিকায়। ৰিখাবন বা শিঙৰিৰ উচ্চৰত বা কোচ-কছাৰীৰ দেশৰ যুঁজাক আহিলে সৰ্গদেউ আৰু ডা-ডাঙৰীয়াক খেল দেখুৱায়। পিছে সিবাৰ ৰিখাবনত খেলোতে হাতৰ জোৰা লৰিল—নহ'লে তেওঁৰ মুঠিৰ পৰা তৰোৱাল নোফৰে।

গধূলা ভিতৰুৱালে বোলে, 'বৰ চ'বাই ৰাজহুৱাকৈ তোক কটকী কৰাব বুলি ওলাইছে। ভিতৰুৱাকৈ সৰ্গদেৱে সঁজাতীও বৰিব চাগৈ। তেতিয়া তই ইয়াৰ পৰা যাব লাগিব। সৰ্গদেৱৰ গাৰ কাষতে থাকিবি—ডাঙৰীয়া নহলেও তাতকৈ ডাঙৰহে হবি। তোক দুবছৰ প্ৰতিপাল কৰিলো—পাছত এই বুঢ়ালৈ পাহৰি নেযাবি বোপাই, কণমান দায়া ৰাখিবি—হাক বিহুকে কৰিব পৰাটো কৰিবি।' ভিতৰুৱালৰ চকুত পানী বিৰিঙিছিল—মোৰ চকুত ভবিষ্যতৰ চমকনিয়ে ছাঁট মাৰি ধৰোতেও বুকুৰ কোনোবা এচুকত এপাত শেলে হানিছিল, দুটাকৈ বছৰ একেলগে থাকিলে অচিনাকি লোকলৈও মনে কাৰে বোপাইহঁত—নহলেনো—এই ভূ-ভাৰস্তত কোন কাৰ কিহৰ কিটো?

সাঁজ লগাৰ পিছত এন্ধাৰে-মুধাৰে তন্মুৰাম নিজ্ ভিতৰুৱাল ওলালহি—হাতত লাখুটি এপাত লৈ—থৰক্-বৰককৈ। তন্মুৰামৰ বয়স কমেও চাৰিকুৰি হব তেতিয়া— মূৰত চুলি নাই, মুখত দাঁত এটিও নাই—এই এতিয়া মোৰ নিচিনা আৰু। মিহিকৈ খুন্দা গুৱাগুড়ি অকণ মুখত দি তপালি তপালি বহিল। বোলে, 'সৰ্গদেৱে তোৰ কথা কৈছে বোলে সাহে-পিতে-কৌশলে উত্তম, কোনোবাই অপাৰ্থকত ঘৈয়াই নেমাৰিলে একাল খাব। সেই গতিকে তোক সঁজাতী বৰিবলৈ গুণাগঁঠা চলিছে আজি ৰাতিয়েই। পিছে সধো তোক কেইটামান কথা কবলগা আছে—.

সঁজাতী সৰ্গদেৱে নিজে বাচি তোলে—তহঁতক এনেয়ে শিকাই বুজাই সকলো বিদ্যাত পাকৈত কৰা নাই—ইয়াত কথা আছে। বৰহোলোঙৰ অলিন্দত বহি স্বয়ং সৰ্গদেৱে তহঁতৰ অভ্যাস চাইহে তোলে—তাকো বছৰত দুটা বা তিনিটা। আৰু যি দিন ধৰি সঁজাতী ভুলিলে, তোৰ আপোন বঙহ সকলো মৰি ঢুকাল বুলি বুজিবি—তই ৰাজ্যৰ বঙহ। সৰ্গদেৱৰ

মানত ৰাজ্য একালে, সঁজাতী আনকালে—অর্থাৎ তহঁতৰ কথা শিলৰ যেথ্—দহ্ বুলিলে দহ, পঁচি বুলিলে পঁচি। সেই গতিকে সদায় চাই-চিতিহে বচন বুলিবি, কাজকর্ম কৰিবি। ৰাজ্যখন তহঁতৰ ওপৰতে—আৰু সজ্ঞাত আছে মানেহে সঁজাতী, সজ্ঞাত হেৰুৱালে ইতৰ আহোমহে হয়। নিয়মত চলিব লাগিব, আগ-পাছ গুণি খোজটো দিব লাগিব, সাত-পাঁচ গুণিহে আঙুলিটোও লৰাব লাগিব। ৰাজ্য ভাঙিবি পাতিবি, যুঁজ-বাগৰ কৰি পগা৷ ৰাজ্য চলাই থাকিবি। গতিকে বুজি খোজে পতি সাৱধান।

বিষয়-আশয়, বঁটা-বাহন নেপায়, দপ্‌দৰত তামুলী পীৰাও নাই। সঁজাতী বুলি পৰিচয়ো নাই, তিৰী-ভার্য্যা পো-পৰিয়াল নাই, আগলৈ নাই পাছ-লৈকো নাই। সর্গদেৱৰ ৰাজ্যই ঘৰ, ৰাইজ প্ৰজাখিনেই পো-পোৱালি। আকাশ ফুটি ওলায়, নেজাল তৰাহেন চিন-চাব্ নোহোৱাকৈ নাইকিয়া হয়। তাৰ নিমিত্তে দুখ পুহিব নেলাগে। সর্গদেৱে যিহলৈকে পাচে সঁজাতী তালৈকে যাব, বৰচ'ৰাত লাইখুটাৰ আঁৰ লৈ সলা আলোচনা শুনিব, কটকী তোলোতে চাব, সর্গদেৱক বুধি দিব। পিছ তেওঁ বুলি পাতৰ তলহে দেই—বিষয়াৰ কাজত হকাবাধা কৰিব নোৱাৰে, পাছতহে সর্গদেৱত জনাব লাগে। বিশ্বাস ভঙ্গ কৰিলে, নিয়মৰ খেলাপ্ কৰিলে সঁজাতীৰ শাস্তি হয়—একমাত্র শাস্তি হল ছেও-ছেওকৈ কাটি নাগিনী গাঁতত পেলাই দিয়াটো।

পোটে পোটে বহু সংশয় হৈছিল। তনুৰামক বোলো, 'নাওগুৰি কেতিয়াও শুনা নাই—ই সঁজাতীনো হল কৰ পৰা ?' বোলে, 'সিবেলা চামধৰাত দুইকি বঙাল গুৱাহাটাত ৰলগৈ আৰু আলাৰ থাক ভাটীৰ ৰথীয়া কৰি মিৰ্জাহিনা নবাৰ গল, সেইবেলা সর্গদেৱে দখিণে সোমাই তামুলী আৰু উত্তৰে পিকৃছাইক কৈ পঠিয়ালে, বোলে বাৰেও বছৰ বঙালেকে যুঁজি আমাৰ আহিলা-পাতি কিছো কম পৰিছে—বল শক্তিও টুটিল। এতেকে কতোকদিন বঙালেৰ লোক দেখুৱাই মিলাপ্রীতি হৈ থাকিব লাগে, সৰঞ্জাম কিছো যোগাৰ হক। আতে মোমাই তামুলীয়ে উত্তৰে বৰনদী, দখিণে অসুৰৰ আলি সীমনা কৰি ৰাজ্য বঙালক ছাড়ি দিলে। পিছে সর্গদেৱে বঙালৰ লগত ভালকৈ এথুন্দা যুঁজিবলৈ পাতি আছিল। সেই

পৰতে বণুৱা পাইকবো গোট সলালে, মাটি-বাৰীবো পৰ্ত্তাল কৰিলে আৰু ভিতৰে ভিতৰে সঁজাতীৰ ফৈদো তুলিলে।'

মনতে বোলো—কপালত যি আছিল হল। মুখ ফুটাই বোলো, মোকো পাচিছে নেকি—এইহেন সঁজাতীৰ নামত?' বোলে, 'আজি মাজনিশা চোৰবাটে সোমাবলৈ আজ্ঞা হৈছে।'

চোৰবাটৰ মুখত বাতি তুপৰত তুৰৰী চাউদাং খাপ্ দি আছিল। এন্ধাৰে-মুধাৰে তাৰ পিছে পিছে অকাই-পকাই গৈ সিটো মূৰত দেখিলো ফৰিঙা বৈ আছে। মোক দেখি আগবাঢ়ি আহি বোলে, আজি ৰাতিয়েই তোক সঁজাতী কৰিব। গাত বঙা লোৱাৰে দাগি দিব। কেট্কুটকে নকৰিবি—সেইটোৱেই পৰীখা। দাগী লগাওঁতে গাৰ ছাল পুৰি চৰ্চ্চৰাই উঠিব, পিছে গা নলৰাবি, চকুৰ পিৰিকতি এটাও যেন লৰচৰ নকৰে। দেওধায়ে শপত খুৱাব—সেইমতে শপত খাবি। আৰু চিৰকালৰ নিমিত্তে এটা কথা মনত ৰাখিবি—সঁজাত হোৱাটো টান, ভগাটো অতিকে সহজ।'

বৰকুঁৱৰী আৰু সৰ্গদেউ তামুলী পীৰাত বহি আছিল—কাষত দেওধাই, গেন্ধুৱা আৰু তিনিটা চাউদাং। ফৰিঙাই শিকোৱামতে মই তুৰৰি চেৰাযেই আঁঠু ললো আৰু আঠুকাঢ়ি গৈ তামুলী পীৰাৰ কাষৰ পাট কঁকালৰ পৰা হেংদান খুলি শৰাইতে থলো আৰু সৰ্গদেৱৰ চৰণত মাটিত মূৰ লগাই সেৱা কৰিলো। তুটা চাউডাঙে তুফালৰপৰা মোক ধৰিলেহি আৰু কথা নাই বতৰা নাই, এটাই মোৰ চাপ্কানটো খহাই তুই বাউসীৰ মাজত পিঠিখন উদং কৰিলে। তাৰ পিছত বোপাইহঁত বঙাকৈ তপত কৰা লোহাৰ চুঙাৰ মুখেৰে ৰাজহাড়ৰ ওপৰতে গলধনৰ তলত ঘূৰণীযাকৈ চাব্ দিলে। চাবৰ লোহা গাত লাগি পকাতেলত মাছ পৰাদি চৰ্চ্চৰাই উঠিল—খন্তেকৰ নিমিত্তে দেহা জ্বলিপুৰি গল—তুই চকুৰ আগত সৰিয়হ ফুল ফুটিবলৈ ধৰিলে। গাৰ নোমবোৰ উলু বন যেন ঠিয় হল, অসহ্য যন্ত্ৰণাত শৰীল ডেইপুৰি গল। মই পিছ দাঁতমূৰ কৰচি সহি সামৰি থাকিলো দেই—কণমান সময়হে। তাৰ পিছত দেওধায় পেৰাৰপৰা চোমাদেও উলিয়াই আনি মোৰ বাওঁহাতে শৰাইত থলে, সৰ্গদেৱে তুই পাও মোৰ মূৰত তুলি দিলে। দেহা জুৰ পৰি গল বাছাহঁত, মোৰ হিয়াত

আনন্দৰ থৌকিবাথৌ লাগিল। সৰ্গদেৱৰ দুই চৰণ শিৰত লৈ সোঁহাতে তামুলীপীৰা আৰু বাওঁহাতে চোমদেউ দুই দেওধায়ে শিকাই দিয়ামতে শপত খালো, বোলো, 'যিদিন পৰ্যন্ত চন্দ্ৰ-সূৰ্য্য লোপ নাপাব আৰু সিংহাসনত স্বৰ্গমহাৰাজা খুনলুঙ্ খুনলাইৰ পো-নাতি বহিব, সিদিনালৈকে বিশ্বাস ৰাখিম, আজ্ঞা মানিম, অনুগত থাকিম, দ্ৰোহ নাচৰো আৰু একান্তমনে ৰাজ্য আৰু ৰজাৰ সেৱা কৰিম।'

এইবুলি শপত খাই মূৰতুলি বাওঁ আঠু মাটিত লগাই সোঁ আঠু তুলি বহিলত সৰ্গদেৱে শৰাইৰপৰা সুনীয়া হেংদান আৰু বাখৰপতোৱা আউঠি এটি দি বোলে, 'এই হেংদানেৰে নিজক, দেশক, ৰক্ষা কৰিবি, শত্ৰুৰ কণকঠীয়া মাৰিবি। আজি হন্তে তই ৰাজাৰ সজাতী, তোৰ ভৰণ-পোষণ ৰাজাৰ দায়। বিশ্বাস নেভাঙিবি। সততে ৰাজ্য আৰু ৰজাৰ মঙ্গল চিন্তিবি, তাৰ হাকাহ কৰিবি। দিগম্বৰ গণকে গণিপিতি তোৰ নাম কালনেমী ৰাখিছে—সেই নামে তোৰ পৰিচয়।' এই বুলি সৰ্গদেৱে অলিন্দৰ কাষলৈ মাতি নি আকাশলৈ আঙুলি টোঁৱাই বোলে, 'সৌৱাযে এহাতত ধেনু, এহাত তূণত, কঁকালত টঙালিৰ পৰা ওলমি থকা হেংদানৰ সৈতে ঠিয় হৈ থকা বীৰপুৰুষজন দেখিছ তেওঁ কালপুৰুষ, তোৰ ভাগ্যদেৱতা।' ওপৰলৈ চাই দেখিলো এজাক তৰাৰে গঢ়া বিৰাট পুৰুষ—শকতিৰ আকৰ, ৰথী-মহাৰথীৰ ভঙ্গী। কৰজোৰে প্ৰণাম কৰিলো।

মূৰত এমানহেন গধুৰ দায়ৰ ভাৰ আৰু মনত অপাৰ আনন্দ লৈ ৰাতি তিনিপৰত ৰাহৰৰ পৰা যেতিয়া ওলাই আহিলোঁ বোপাইহঁত তেতিয়াও পচিম আকাশত মোৰ কালপুৰুষ তিৰ্বিৰাই আছিল, মোলৈ চাই চকু টিপিয়াইছিল, ঠাট্টা-মস্কৰা কৰিছিল। তেতিয়া বুজি পোৱা নাছিলো কি এনাজৰীৰ বান্ধানত নিকপ্‌কপীয়াকৈ বান্ধ খাই পৰিলো, দায়িত্ব আৰু কৰ্ত্তব্যৰ ৰৰজালত কেনেকৈ জীৱনটোলৈ মেৰ খাই পৰিলো। কেনেকৈ মনৰ সকলো আশা হেঁপাহ ৰাজ্য আৰু সৰ্গদেৱৰ চৰণত বলি দি খনিকতে নিঃকিন হৈ পৰিলোঁ। ডা-ডাঙৰীয়া নহয়, ফুকন-ৰাজখোৱা নহয়, খাট-পাম বিষয়-আশয় নাই, নিজৰ বুলিবলৈ ঘৰ সংসাৰ নাই, কাললৈ খিযাতি ৰাখি যোৱাৰ থলো নাই। হাবিত ফুলি উঠি হাবিতে মৰহি যোৱা কেতেকী

ফুলৰ দৰে আহোম ৰাজ্যৰ সঁজাতী হলো বোপাইঁত, এই দেহা এই প্ৰাণ ৰাজ্য আৰু সৰ্গদেৱৰ নামত উছৰ্গা কৰি দায়িত্বৰ খাতিৰত, কৰ্ত্তব্যৰ গৰজত নিজে লাওলোৱা হলো। সোণৰ জখলা বৈ সৰগৰপৰা নামি অহা সৰ্গদেউ সকলৰ একান্ত বিশ্বাস শিৰত লৈ ৰাজ্যৰ সেৱা কৰা এইচাম লোকক বুৰঞ্জীয়েও নেওচা দি গল—কাৰণ ইহঁত বুৰঞ্জীতকৈ ওপৰত বৈছিল। নিজকে সৰ্বজ্ঞান বুলি গঙ্গাটোপ্ হৈ ওফন্দি ফুৰা বুৰঞ্জীয়ে সঁজাতীক দেখি লাজতে মূৰ দোঁৱালে। সঁজাতীয়ে বুৰঞ্জীক চৰ্জিলে, এযাৰ কথাত তাৰ সোঁত বদলালে, এটা আঙুলিৰ ঠাৰত বুৰঞ্জীক ওলটপালট কৰি দিলে। বিমোৰ হোৱা বুৰঞ্জীয়ে ইহঁতক নেদেখা ভাও জুৰি থাকিল। পিছ বুৰঞ্জীয়ে নজনা কথা ইহঁতে জানে, ডাঙৰীয়া দেওধাই কটকীয়ে নুশুনা কথা ইহঁতে শুনে, চৰীযাই চাউদাঙে নেদেখা কথা ইহঁতে দেখে। সঁজাতীৰ চকুৰ আগত ৰজা উঠিছিল, ৰজা নামিছিল—সিহঁতৰ আঙুলিৰ চিঞাৰত ডা-ডাঙৰীযাই বঁটা পাইছিল, কটাও গৈছিল। মন্ত্ৰণা-কুচক্ৰৰ আঁত উলিযাইছিল সঁজাতীয়ে, চকুৰ পচাৰত নেওগক ফুকন পতাইছিল, আকৌ ফুকনক লোৱা লগাই গাহৰি সজাত ভৰাই অনাইছিল। সঁজাতীৰ চকুৰ টিপত বুৰঞ্জীযে বাগৰ সলাইছিল বোপাইহত—ইহতৰ কথা লিখি নামপুৰুষক জনাবলৈ বুৰঞ্জীযে সাহ নকৰিলে। সৰ্গদেৱৰ ৰাজ্যত বঙালে আখটি আৰম্ভ কৰাৰ দিনধৰি এই এমুঠি সঁজাতীয়ে সমস্ত ৰাজ্যতে বিহলঙনিৰ দৰে বিযপি ৰাজ্য তলওপৰ কৰিছিল। গড়গাঁৱত সৰ্গদেৱক ডাৰৰ বাতৰি ডাৰে যোগাইছিল, বৰচ'ৰাই নজনাকৈ সকলো ঘটনাৰ ভিতৰুৱা আঁতিগুৰি লৈ শাসনকাৰ্য্যত সৰ্গদেৱক মন্ত্ৰণা দিছিল, সৰ্গদেৱৰ এইহেন বিশাল ৰাজ্যত কাৰোবাৰ দাঁতত ভাত এটা লাগিলেও দেৱে জানিব পাৰিছিল—এনেহেন লোক সোণাইহত আৰু এজাত নোলাব!

ভণ্ডাৰী চেতিযাৰ ফৈদৰ পেটকামুৰীযাৰ জীয়েক চুটিযা ৰজাৰ ঘৰত পৰিছিল, তেওঁকা চুৰম্ সৰ্গদেৱে তেওঁকে চপাই-কোচাই আনি বিবাহ কৰাই ৰৰকুঁৱৰী তুলিলে আৰু তেওঁৰে লগত অহা পো-টিকো আপোনাৰ বুজি

মোৰাই লৈ তোলনীয়া কৰিলে। এতিয়া আৰু ৰুবলৈ ডঁৰি নাই বোপাইহঁত সৰ্গদেৱৰ এই কাৰ্যত সকলো লোকজন বিস্তৰ অসন্তোষ হ'ল। সৰ্গদেৱৰ অবিহনে এতিয়া আহোমৰ ৰাজ-পাটত বহে চুটিয়াৰ পো লগত অহাটোহে। সৰ্গদেৱ আৰু বৰ আইকুঁৱৰীৰ বাহিৰে এই কথা আনোলোকে কেঁৱে নসলে, সকলোৱে জীয়া কুকুৰা কাটি দেওপূজা কৰিলে, বাৰীয়ে বাৰীয়ে ক'লা চকত চূণ সানি কপাহগুটি দি পুতিলে। পিছ এদিন শাওনমহীয়া ৰাতি ডুপৰীয়া কালখেনত সেই লৰাটি হানি হ'ল।

লোকে কয় বোলে মৰাণৰ লাকো বৰ পাতৰেৰে লগ হৈ লাপ্লুপ্ বৰজনা গোহায়েহে এই কাণ্ডটি কৰিলে। বৰকুঁৱৰীয়েও ৰজাদেৱত তেনেমতেই গোচৰ দিলে। বৰকুঁৱৰীৰ কথা সৰ্গদেৱৰ মানত শিলৰ ৰেখ্হে—ত'ত কিঞ্চিৎমান বচনা পেলাব নোৱাৰে। সৰ্গদেৱে ততালিকে মুৰৰীয়া গোহাইৰ মাসুহ-তন্তুটো কাটি লৈ লঠঙা কৰিলে আৰু কুঁৱৰীৰ মাতত্তে হয়ভৰ দি ডা-ডাঙৰীয়া সৱাকো বুলিলে বোলে, 'আপোনাসবেই মোৰ পোৰ অমঙ্গল চিন্তিলে। এতিয়া মোৰ মৰা পোৰ লগত মৈদামত যাবলৈ তহঁতৰো পো-পোৱালি একোটা দিয়া হওঁক।' ডা ডাঙৰীয়াসৱৰ গাৱে নসহিলে বোপাইহঁত, ত'ত আগতে বহু অসন্তোষ আছিল সৰ্গদেৱে আনো কিছু গৰিহিত অপকৰ্ম্ম কৰাৰ নিমিত্তে। সবাৱে ল'ৰা দিব নোৱাৰে বোলাত সৰ্গদেৱে সকলৰো হতুৱাই বহু ইতৰ কাৰ্য্য কৰোৱালে।

সৰু লোকৰ বৰ কৰিলে যেনেকৈ ৰাজ্য ভাগে বাছাহঁত, বৰলোকৰ সৰু কৰিলেও তেনেকৈয়ে ৰাজ্য ভাগে। ডা-ডাঙৰীয়া সকলো বিস্তৰ অসন্তোষ হৈ মৰ্ম্মাহত হ'ল। সেইদিনা গধূলা পৰত বুঢ়াগোহায়ে এই বন্দীক পাচিলে বোলে, 'তুৰান্ত মাছাওলৈ যাব লাগে।' 'যিবা আজ্ঞা' বুলি ততাভুকুতাকৈ গৈ পাই দেখো—ভৈয়াই ঐ—বৰমেল বহিছে। তিপাম ৰজা, লাকো বৰপাতৰ, পানীফুকন, পিলিঙা বৰগোহাই, লাপ্লুপ্ বৰজনা শুকুলাহুতু, সকলোটি দেখোন অ'ত। মোক দেখি বুঢ়াগোহায়ে বোলে, 'কালনেমী, বৰমেলত গোচৰ হৈছে যে সৰ্গদেৱৰ জখলা ওভোটাব লাগে। কুকুৰাঠেঙত তোৰ নাম উঠিল—সেই নিমিত্তেহে বুলিলো। বাকী সকলো বেবস্থা হৈছে এতিয়া তইহে কামফেৰা সাধিব লাগে।' মোৰ মূৰত ঠিয়ৈ ঠিয়ৈ চৰগ ভাগি পৰিল—বোলো, 'কি সৰ্ব্ব-

নাশ। সৰ্গদেৱৰ পাৱৰ তলত মূৰ থৈ চোমদেও চুই শপত খোৱা সঁজাতী মই—পাপে চুৰ, এনে কাৰ্য্য কিকৈ কৰিম।' লাকুৰে বোলে, 'সঁজাতী ৰাজাৰহে, সৰ্গদেৱৰ নহয়। ৰাজ্য ভাগিলে সৰ্গদেৱেই বা ক'ত সঁজাতীয়েই বা ক'ত?

বৰমেলৰ দুৱাৰত বোপাইহঁত, কেইবাটাও চাওদাং থাকে। সিহঁতৰ ফালে কেৰেহা-কোৰেহিকৈ চাই শুকুলাহুহুৱে বোলে, 'ডাঙৰীয়াসকল একমত হলেই ৰাজ-আজ্ঞা হয়। ৰজাও হয ডাঙৰীয়া সবে পাতিলেহে। তাতে বিধাৰণ আছে, পেৰা হেংদান কালহীৰা পালেই পাটত মুঠে, খুন্‌লুঙ্ খুন্‌লাইৰ কুলৰ তিনিঘৰ আহোমে তুলিব লাগিব। এতেকে ই কাৰ্য্য দোষৰ হব নোৱাৰে।'

মুখ ফুটাই কব খুজিছিলো বোলো—মই বন্দী, সেইবোৰ ডাঙৰীয়া—বিষয় বৰীযা নহয। পিছে লাইখুটাৰ আঁৰতে চোপ্‌লৈ থকা দেখিলো ফৰিঙাক। ৰজাঘৰৰ পুৰণা সঁজাতী—এতিযা বযসে ভাটি দিছে গুণে অকল মেলতহে থাকে, বেছি লৰাধপৰাৰ কামকাজ কৰিব নোৱাৰে। মোলৈ এচকুৰে টিপ্‌মাৰি সঁকিয়াল বোলে,—'যি কৈছে যুকুত কৈছে—বেছিকৈ বিতৰ্ক নকৰি তাকে কৰাই ভাল।'

এনে একোটা সময়ত বোপাইহঁত, অতি খৰ্‌তকীযাকৈ চিন্তা কৰিব লাগে—দিনটো শুই আছিলো, মূৰটোও কিবা গধুৰ জঠৰ লাগিছিল, খাস্তক খেন্‌লবলৈ কলো বোলো, 'দেৱসকলে উত্তম বুজিছে যেতিযা কৰিব লাগিবই—যুকুতি অযুকুতি আমাৰ বন্দীৰ কিটো আছে। পিছে আপোনাৰ মন তাপৰিবলৈ বন্দীয়ে কাৰণটো জানিলে কৃতাৰ্থ হওঁ।' তাতে লাপ্‌লুপ বৰজনাই বোলে, 'চুটিযা ৰজাৰ তিৰী আহোমৰ বৰকুঁৱৰী হব পায জানো? আগতে লৰী মাকৰে ঘৰ কৰি তেওঁকে দহন কেঁকোৰা দোলা দিছিল, তাৰো সহি সামৰি থাকিলো। এতিযা পোঙ্ক্ বহা কলাধলা, নেজ মাটিত লুটি খাই বাধে এনেহেন লগত অহাটোহে সৰ্গদেৱৰ পুতাই হল—আমি কিবা জাঁজীনৈত উটিহ আহিলোঁ। ভাগ্যে সেয়া কালে হৰিলে, এতিয়া ডাঙৰীয়া বোৰক লৰা খোজে লগত পুতিবলৈ। নিদিলত ভাত নেখাই মেলঠাল এৰিছে। এনেহেনটো ৰজা হলে ৰাজকাৰ্য্যই সিজেনে ৰাজ্যই ৰয।' পিলিঙাই বোলে, 'বৰকুঁৱৰীৰ কথাতে যে উঠাবহা কৰে, ৰাজ্য ৰসাতলে গল। এতিয়া জখলা নোভটালে কাৰো ৰইখা নাই বুজিবি।' মই বোলো, 'নবীন ৰা কোন হয়? লাকোৰে

বোলে, 'কেলেই আমাৰ চুক্তিংফা দেৱ। এনেয়েও তেওঁহে আগতে ৰজা হুব লাগিছিল—ৰুগীয়া বেথীয়া মানুহ শুণেহে পালিপাচি খাব নোবাৰিব বুলি নহল। এতিয়া ৰাজ্যৰ খাতিৰত তেওঁক বুজাই-বৰাই পাতিম—মোৰ জোঁৱাইহে হুৱ, মানিব। তাতে সৰ্গদেৱে মানুহ-তনু কটালত অসন্তোষ হৈ আছে। আগলৈ পাছলৈকো আশাও আছে—।' লাপ্‌লুপে বোলে, 'হওঁতে কামটো কঠিনেই। পিছে তই শঙ্কা কৰিব নেলাগে—আগে-পিছে লোকজন থাকিব। ৰাজ্যৰ কামত আকৌ তই চঞ্চল ডেকা মুনিহটোৰ ভয় কিহৰ?'

ডাঙৰীয়া সকলে অৱশ্যে উত্তম কৈছে। তাতে ভযশঙ্কাৰ দোহাই শুনি এই নদাই সঁজাতীৰ গায়ে নসলে। বীৰৰ দৰে বুকু ফুলাই ঘপহ্‌কৰে বোলো, 'ভাল। আপোনাসৱৰ কাৰ্য্যভাৰ মই গাত ললো। মুৰৰীযাদৰক আপোনা-লোক ৰাজী কৰাওঁক। আৰু দিন-খেন বা কি চাইছে? লাকোৰে বোলে, 'আজি ৰাতি তুপৰীয়াতে—এইবোৰ কাৰ্য্যত বিলম্ব কৰা উচিত নহয়।' বুঢ়াগোহাযে বোলে 'চাওত ৰাতিযেই লোকজন থম—তই লেচামৰ ঘোঁৰা লৈ যাবি পুব দুৱাৰে। ঘোঁৰা ভাল বিজুলী বেগত চলে, তাত শঙ্কা নাই। লাপ্‌লুপে চা-চোৱাৰী লৈ তোৰ পাছে পাছে যাব। মযে তিপামে লোকজন সহিত পচিম দুৱাৰত ৰম। তোৰ হিলৈৰ মাত শুনিলেই সোমাম।'

জখলা ওভোটাবলৈ গাত ললো হয—বাহাত আহিহে পেটতে হাত-ভৰি লুৱাল। শুনাতহে উজু, আচল কামফেৰা কঠিন। কাৰ্য্য সাধিবৰ পথত দুৱৰী চন্তুৰীযে পাল কাটিব, কাৰ্য্য সিদ্ধি নহলে আগৰজনা বা পাছৰজনা দুযাজনা সৰ্গদেৱে শূলত দিব। পুব দুৱাৰৰ তীখৰ পহৰা পাৰ হৈ চকুৰ পচাৰতে ভিতৰ সোমাব লাগিব, সিহঁতৰ তৰোৱালৰ এৰোব, কাঁড এছাটি বা হিলৈৰ খাৰ এজঁাই তোমাৰ গাত লাগিল,—লেঠা হল। ঘুণীযা সঁজাতীয়ে জখলা ওভোটাব নেপায। গতিকে সিহঁতে তকিব নোৱাৰাকৈ সোমাবা, হিলৈযে চুকি নোপাৱা হলেহে পিছটাকি চাবা। ঘোঁৰা চলিব বৰদৈচিলাৰ বেগত। তাৰ পাছত হোলোঙ্‌ৰথীযাৰ হাতৰ বাৰু কাঁড কাৰ্ফাই চেৰাই নিঘুণী শৰীলেৰে গৈ খাচ্‌চাঙৰ মাজ খোটালীত থকা সৰ্গদেৱে নিজ বৰ-মেললৈ নামাতে ব্যৱহাৰ কৰা সোণখটোৱা জখলাডাল ওভোটাই ধৰি লেখৰ তিনিজঁাই খাৰ উৰাবা, আৰু কাষৰ পালি জখলা বগাই চাঙলৈ উঠি

সৰ্গদেৱৰ ঘাই কুঠৰীৰ দুৱাৰত শলখা আটি দিবা—তেতিয়াহে তোমাৰ কাম সিজিল। তেহে ঘুমটিৰ পৰা উঠি সৰ্গদেৱে আলিন্দৰে জুমি চাই দেখিব যে জখলা ওভোটাই থোৱা আছে—কাষত ৰাজ্যৰ লাইখুটা তিনিজনা গোহাই ঠিয়। তেতিয়া ৰজা ভাগিব, তিনিজনা ডাঙৰীয়াই এক যুকুতি হৈ ন-ৰজা পাতিব পাৰিব। সময় সুবিধা সকলো মিলিব লাগে—নহলে এনে কুচক্ৰ সম্ভৱ নহয় জানিবা। ৰাজ্যৰ শত্ৰুবোৰে যাহাতে ৰজা ভগাৰ চেলুলৈ মূৰ তুলিব নোৱাৰে, সৰ্গদেৱে যাতে আগেভাগে উমান পাই সাৱধানে থাকিব নোৱাৰে এনেহেন গুপুতভাবে সকলো কাম কৰিব লাগিব—এনেহেন নিয়াৰিকৈ কামফেৰা সাধিব লাগিব।

এনেবোৰ কাৰ্য্যত হতাহতি কটাকটি যুঁজ লাগে—কিবা প্ৰকাৰে কাৰ্য্যৰ সাধন হলেও প্ৰাণ লৈ সাৰি অহা টান। হোলোঙৰ দুৱাৰে দুৱাৰে, ভিতৰে-বাহিৰে পালিপহৰীয়া গিজ্‌গিজ্। এবাৰ ভাবিলো বোলো কথা দিলো ভাল হল, এতিয়া সময় মূৰকত নগালেই লেঠা ছিগিল। নিজৰ জীৱনেই যদি ৰইখা নপৰিল, ৰজা আৰু ৰাজ্যকেনো কেনেকৈ সেৱিবা? শেহত পিছে মনে নসহিলে—কথা মানে হল এৰাই যোৱা বাস্ত। ঘূৰাই আনিব নোৱাৰি। তাতে কথাৰ খেলাপ কৰিলে সঁজাতী কিহৰ—তাৰচোন সঁজাতেই হেৰাল। কপালতাতো এদিন মৰণ আছেই

এইখন দোধাৰ-মোধৰত পৰি চাঙাত মূৰে-কপালে হাত দি বহি আছিলোঁ—এনেতে মগজুত এটি বুধি খেলালে। সঁজাতীৰ বাছাইত, উপস্থিত বুধিটোৰেই ঘাই সম্বল। সময় মূৰকত যদি উপযুক্ত বুধিটো খেলালে তেনেহলে জী থাকিলা, নহলেই নিগম মৰণ।

কথাতে কয় বোলে, 'সন্ধিৰ বাঁহ বুধিৰে কাটিবা।' মনতে বোলো —মোৰ কাৰ্য্য ফেৰাত যদি কোনোবাকৈ দুৱৰী চাউদাঙক হাত কৰিব পাৰোঁ, তেনেহলে পোনছাটেই ভবা কথা সিদ্ধি হল। ৰঙামাটি গুৱাহাটীও নহল, মিতিৰো ৰল, চাউলো সিজিল। পিছে তালৈকে ধৰা যায় কাক? এইবোৰ অতিকৈ গুপুত কথা যাকে তাকে কব নোৱাৰি নহয়—বিশ্বাসী লোক লাগে। নহলে হিতে বিপৰীত— সাহে বাঁহ যাব। তেনেতে জানিবা গেন্ধুৰাৰ কথা মনত পৰিল। এৰা হয়—মোক নিজৰ পো-হেন দেখে, গতিকে ঠেকত নেপেলায়।

তভাভুক্কুতাকৈ চাপ্‌কানটো গাত লৈ চাউদাংশাল পালাগৈ—সঁজাতীৰ যেনে চিন্তা তেনে কাম, বিলম্বৰ থলি নাই। তাতে জোৰ পুৰি হাত পালেহি। গেন্ধুৱা শোতেলিত পৰিছিল—মোক দেখি উঠি আহি বোলে, 'ৰাতিখন দেখোন ওলালিহি?' বোলো, 'কথা আছে।' বোলে, 'ৰাওত চিনিছোঁ। পিছে কথাটোনো কি?' মই বোলো, তোক আপোন বুলিহে বিশ্বাসতে কৈছো, ইলুটি সিলুটি নকৰিবি। মোক মাৰ-কাট শূলত দিয় যি কৰ কৰ, কিন্তু তই নতৰালে আৰু তৰাওতা নাই।' এইবুলি তাক আদ্যোপান্তে সমস্তে বৰ্ণাই কলোঁ। তভক্‌মাৰি শুনি থাকি বোলে, 'ভাদমাহত চুৰম্‌ফাদেৱৰ কলীগুৰু জগিছে—সি ভালকৈ হোৱা নাই। পিছে তইঁতৰো পকৰাৰ পাখি গজিছে দেই পৰ্‌কিতি লৰিছে। নহলেনো মই সৰ্গদেৱৰ তুৰৰী চাউদাংটোৰ আগত জানিশুনি এনে কথা কৰ।' মই বোলো, 'দায় দোষ নধৰিবা। দেহাৰো লেঠা, ৰাজ্যৰো লেঠা।' তোমাক আপোনাৰ বঙহ বুলিহে পশিছোহি—এতিয়া কাটিলেও কাটা, বঁটা দিলেও দিয়া। মোৰ কিন্তু আন উপায় নাই।' থুতৰিত আঙুলি বুলাই সি বোলে, 'মেলত আনোৱা কোন কোন আছিল? সকলোৰে নাম কলত বোলে 'ফৰিঙাই এইবোৰ জানেনে নাজানে?' মই বোলো, 'জানে।'

এঁদাৰমান বেলি তভক্‌মাৰি বহি থাকি গেন্ধুৱাই বোলে, 'মই বুঢা হৈছো—দেহা জৰজৰ। কাণেৰেও নুশুনো, চকুৰেও নমনো। তই বোন তাকো চিনি পোৱা নাই, তোৰ কথা-বতৰাও কি কলি এবা শুনি পোৱা নাই। এতিয়া যা—আন কাৰো আগত আগলৈ'কা এনেদৰে বৰমুখখন নোমেলিবি।' এইবুলি থ' ভাবেৰে পীৰাৰপৰা উঠি গেন্ধুৱাই চাপ্‌কানটো পিন্ধিলে আৰু 'ইয়া মোৰ কপালত আছিল' বুলি ভোৰভোৰাই শালৰপৰা ওলাই গল। মোৰ ফালে ঘূৰিও নাচালে।

উ.—চাওঁ বোপা, মোৰ হাতখনত কণমান ধৰা চান—ঠিযহৈ কঁকালটো পোনাই লওঁ। আঁঠুছুটা কুট্‌কুটাইছে, তপিনাত শিৰামূৰিয় ধৰিছে। ভেজা এটা নহলে ঠিয় দিব নোৱাৰো—ধৰা, ধৰা, থেৰোগৰো নকৰিবা। শুকাই শৰণ খেৰৰ ছানি যেন হোৱা এই দুখন হাত যেন-তেন হাত নহয—এইহাতে তুৰাৰকৈ সৰ্গদেৱৰ গা- বচাইছিল, এবাৰ জখলা ওভোটাইছিল। এইহাতে সৰ্গদেৱৰ সুনীয়া হেংদান লৈ যুঁজত নামিছিল, স্বয়ং লাচিত বৰফুকনক

সাৰটি ধৰি শৰাইঘাটৰ ৰণত নমাই মোৰ দুখুনী আই মাতৃৰ মান ৰাখিছিল। হেজাৰ-বিজাৰ বঙালৰ তেজেৰে ৰাঙলী হোৱা সুনীয়া হেংদান এই দুখন হাতে কৰতোৱা গঙ্গাত পখালি আহিছিল। এই কিৰ্‌কিৰীয়া আঙুলি-কেইটা এদিন কলথকৰাৰ দৰে নোদোকা আছিল—তেজে ফুটোফাটো, যেনে চিকণ তেনে নিপুণ। হোঃ! সেই দিনত এইখন হাত চুবলৈ পালে বহুতেই নিজকে ধইন মানিলেহেঁতেন—জনম সাৰ্থক হল বুলি ভাবিলে-হেঁতেন। এতিয়াহে তেজ শুকাই গটৰচেলাই হোৱা ফপৰীয়া হাত ঠুকুঠুকৈ কঁপিছে—তেতিয়া ই সমস্ত ৰাজ্যকে কঁপাইছিল। পিছে দুখ কৰিবলৈ একো নাই মোৰ সোণাইহঁত, মানুহৰ একাল বাঁহৰ একাল। উস্—এতিয়াহে শান্তি লাগিছে, অকণ টানি ধৰা বোপা—মোৰ গাত থৰ নাই।

আঁ কি কৈছিলোঁ? গেন্ধুৱাৰ কথা? এৰা, মনতে আশা একণ পুহিছিলোঁ বোলো গেন্ধুৱাই তুৰৰী চাউদাঙক কৈ-মেলি সহজতে ওলোৱা সোমোৱাৰ সুবিধা এটা কৰি দিব। পিছে সেই অনাগতা ডেলেই এতিয়া গেলাতে টেঙা দিবলৈ ৰৌজাল-বৌজালখন নলগালেই ৰক্ষা পাৰোঁ। আইধৰতকৈ বাইধৰহে চৰে এতিয়া। পুৱাৰ আগতে শূলত নুঠিলেই হয়। মনতে বিস্তৰ হতাশা ভাব লৈ বাহালৈ ঘূৰিলোঁ—ৰাতিও ভালেমান হল।

কপালৰ লিখন কোনে খণ্ডাব? দায়িত্ব এটা নিজে মূৰপাতি ললো যেতিয়া, এতিয়া আৰু আকাশ-পাতল গুণি থাকি কি হব? ভাতমুঠি খাই উঠোঁতেই লেচামৰ ঘোঁৰা ৰখীয়াটোৱে মাত লগাই গল—ঘোঁৰা নেওৰাপতাত বান্ধিলে-হিয়েই। বাহিৰলৈ চাই দেখিলো, ঘিটঘিটীয়া এন্ধাৰৰ মাজত ভাদমহীয়া বৰষুণ কলহৰ মুখে ঢালিছে। মনে মনে হেজাৰবাৰ চোমদেও নাকুৰিদেৱৰ নাম লৈ প্ৰথম কুকুৰাৰ ডাকলৈ বাটচাই ৰলো।

নিশা কিছুপৰ যাওঁতে বৰষুণ-গাজনি কমিল। বাহিৰত মাত শুনিলো, বোলে, 'কালানমী সাজুনে?' বোলো, 'দৌতা—বন্দী সাজু আছোঁ।' ওলাই দেখো মুগা ঘোঁৰাত উঠি পিলিঙা বৰগোহাই, লগতে এজাক কাঁড়ী পাইক। বোলে, 'তেনহলে যাব লাগে।' কাষ্‌লতিৰ তলত হাত হিলৈটো লৈ ঘোঁৰাত উঠি দাৰিকা দুৱাৰৰ ফালে ঘোঁৰা চেকুৰাই দিলোঁ। বেছি আহিলা-পাতিৰ কাম নাই—এইটো মৰণৰ যাত্ৰাহে। কপাল ভাল থাকিলে উভতি আহিম—

চাল ভৰোৱালে বচাব নোৱাৰে। চিন্তা কৰাৰ খেনত একোবাৰ দুৰ্বল হলেও আচল কামৰ পৰত এই নদাই সবল। আকাশলৈ চাই দেখিলো বৰষুণজাক এৰিলে যদিও মাজ আকাশ ডাৱৰে ছাটি ধৰিছে। পচিমৰ আকাশত উজ্বলি আছে মোৰ কালপুৰুষজন—সেই টঙালি, সেই ধনু, সেই মিচিকিয়া হাঁহি। মনটো মুকলি মুকলি লাগিল বোপাইহঁত, কৰজোৰে প্ৰণাম জনালোঁ। মোৰ ঘোঁৰাৰ পাছে পাছে বৰগোহাইৰ ঘোঁৰা আছিল। পূব দুৱাৰৰপৰা দুকুৰি নলমান আঁতৰত বকুলজোপাৰ তলতে ঘোঁৰা ৰাখিলোঁ—বোলো খন্তেক আলেখলেখ চাওঁ।

পূব দুৱাৰৰ চন্তৰী ইমান দূৰৰপৰা মনিব নোৱাৰি—তাতে যি হে ঘোপ মৰা এন্ধাৰ। অৱশ্যে সিহঁত নিশ্চয় থাকিব—নাথাকিবৰ কোনো কাৰণ নাই। গেন্ধুৱাই যদি সঁচা কৰি দিছে সিহঁত চাগৈ হেংদানত শাণ দিহে থৈছে। মোৰ পিঠিৰ হিলৈটো চুই চালোঁ—আছে। বৰগোহাইক পাছে পাছে আহিবলৈ ইঙ্গিত কৰি ঘোঁৰাৰ লেকাম ঢিলাই ধৰিলো আৰু পূব দুৱাৰৰ ফালে নাকৰ পোনে বিজুলীবেগে ঘোঁৰা চেকুৰাই দিলোঁ।

দাৰিকা দুৱাৰৰ ওচৰ পাওঁতে দেখিলো চৰীৰ তিনিটা পহৰা বোমৰক হিলৈত হাতদি খুটাতে আউজি আছে। মোৰ ফালে ঘূৰিও চোৱা নাই—সাৰ সঁহাৰিও নাই। মনতে বোলো—এইহেন খেনত চন্তৰী চিপাহীয়ে নাকত তেল দি ভাল শুইছে। ধন্য মোৰ ভাগ্য। চকুৰ পচাৰতে দাৰিকা দুৱাৰ পাৰ হৈ হোলোঙৰ বাটঘৰ পালোগৈ। তাতো দেখিলো একুৰি চন্তৰী থানিয়ে থানিয়ে লাখাংই পৰি শুইহে আছে। ইমান ঘোঁৰা চেকুৰাৰ শব্দতো কাৰো সাৰ সিৰি-কতি নাই, ক'তো কোনেও এঙামুৰি এটাও দিয়া নাই—সোপাই মৰ্ঘুমটিত পৰিছে—ইহঁতৰ হল কি? সৰ্গদেৱৰ দিন মন্দ বুজিলোঁ। বীৰৰ দৰে বুকু ফিন্দাই পহৰীয়াবোৰৰ গা চেৰাই-ডেই গৈ হোলোঙৰ মাজকুঠৰী পালোগৈ। ইভিতি সিভিতি চালো—ক'তো জনপ্ৰাণী এটিও নাই—কেউফালে উদং। মাজকুঠৰীৰ নামত সৰ্গদেৱৰ সোণ খটাৱা জখলাডাল দেখিলোঁ—দেহি এ। কতবাৰ সৰ্গদেৱে এই ডালেদি বগাই বৰচ'ৰালৈ আহিল গল, আজি কালৰ বিসঙ্গতিত তাকে চিৰকালৰ নিমিত্তে সৰ্গদেৱলৈকে ওভোটাই ধৰিবলগীয়া হল। মনলৈ খেদ আহিছিল বোপাইহঁত—পিছে কৰ্তব্যৰ অথাই সাগৰ সমুখত, সেইবোৰ

দুখ-বেজাৰ কৰিবৰ আহৰি ক'ত? মাজকুঠৰীৰ নামত জখলা ওভোটাই থৰিলোঁ—ক'তো উখমুখা নাই, এপদো বাধা-বিঘিনি নাই—কেউফালে নিসাৰ সাৰ। হোলোঙৰ চালত ফেঁচাই ৰাতি তিনি পৰৰ কুকলি দিলে—ৰজা ভাগিল সূচালে। তাই নিয়তীয়ে সকলো কথাৰ ভূ পায। মনে মনে নিশ্চিন্ত হৈ তিনিজাই হিলৈ উৰালো আৰু পালি জখলাইদি ওপৰলৈ উঠি সৰ্গদেৱৰ ঘাই কুঠৰীৰ দুৱাৰমুখ পালেগৈ। নাই—কেনিও একো সাৰি সঁহাৰি নাই। মা'থান মোৰ গুলীৰ শবদে কা'ৰেঙৰ বেৰত তিনিবাৰ বিডিযাই গল—বৰষুণত উম লৈ বাহ'ত শুই থকা চৰাই এজাকে কিৰিলী পাৰি উৰি গল। মনতে বোলো, 'হোঃ—জখলা গুভটোৱাহে হয—ইযাতকৈ চোন কণীজহা চাউলৰ ভাত গিলিবলৈকো সহজ।'

মই সৰ্গদেৱৰ দুৱাৰত শলখা আঁটি ধৰোতে দেখো পিলিঙা তিপাম আৰু শুকুলা বুঢ়াগোহায়ে ইতিমধ্যে আহি জখলা কাষত ঠিয দিছিলহি। তিনিউৰো হাতত শুনীয়া হে'দান। এতিয়া ৰজা ভাগিল। বাহিৰত মেঘে-বতাহে দোৰ্দপাল বৰষুণ। যা হওঁক—সঁজাতীৰ কাম সিজিল—এতিযা আৰু মাৰিলে কাটিলেও হানি নাই।

কুঠৰীৰ ভিতৰৰ পৰা সৰ্গদেৱে বৰবৰকৈ হোলাঙ্খীযা চাউদাঙক বুলিছিল—দুৱৰিত হাত দিও চাইছিল। তাৰ পিছত দেখিলো পচিম দুৱাৰেদি হাতত আৰিযালৈ ছকুৰিমান মানুহ সোমাইছে—দলাদাপ্ হেন্দোলদোপ্কৈ জযধ্বনি দিছে। বুজিলো বৰপাতৰৰ লোক। চ'ৰাত মুৱৰীযা দেৱক বহুৱাবলৈ গল। ভিতৰত সৰ্গদেৱৰ মাত শুনিলো,—'সৰ্বনাশ ঘটিল ঐ—মোক পাপে চুলে।' বৰকুঁৱৰীয়ে ইনাই বিনাই কান্দিছিল, 'মোৰ নিমিত্তেহে এনেখন হল।' সৰ্গদেৱে বুজনি দিছিল বোলে, 'যিবা এটা পো আছিল তাকো কাল হল। দুখ নকৰিবি। মোকনো ৰাজপাটখন কেলেই লাগিছে?' আৰু বোলে, 'সিংহাসনত বহি নিজৰ ডাঙৰীয়া বোৰতে কথা ৰজাব নোৱাৰো—মইনো কিহৰ ৰজাটো?' ভিতৰশালত তেতিয়া আইদেউসকলৰ মাজত হুৱাদুৱা লাগিছিল। মই ঠাইতে নামি আহি বৰগোহাইৰ কাষত ৰলোঁহি। মোক দেখি বোলে, 'কিবা মায়াজাল হেন দেখিছো—কাৰো গাত আঁচৰ এটিও নালাগে। এনেকৈনো এনে কাম হয। সপোন নে দিঠক?'

এতিয়াও চুৱৰী চাউদাংবোৰ মৰাপৰা দি থকা দেখি মোৰো মনত সংশয় হল—বোলো ঘুমটিনে আনছে কিবা। পৰীখাকে চাওঁ বুলি কাষতে থকা চম্বৰীটোৰ পেটতে অঙুলিৰে পূৰ্ণহতীয়া খোঁচ্ এটা মাৰিলোঁ। সি কেত্‌কুটকে নকৰিলে। বৰগোহাইক বোলো, 'ই মৰিল হবপায়। চকুকিটা টানি চালো পিৰিকটি নলৰে। হাত-ভৰি শিলাহেন চেঁচা। বুকুত কাণ দি উমান ললো কলিজাৰ শবদ নাই। ই মৰিল হয়।' বৰগোহায়ে বোলে, 'ভাওজুৰি পৰি আছোতে ভয়তে মৰিল। মই বোলো, 'আহোম ৰাজ্যৰ চুৱৰী চাউদাং ৰণতহে মৰে, ভয়ত নমৰে।' সেইটোৰ ওচৰতে আৰু চুটা আছিল, সিহঁতো মৰা। হাঁয় মোৰ ভৈযাই—এইহেন ৰাজপুৰীখন ভাল মৰা মানুহে ৰখি আছে।

আলসনিয়ে পোৱা মানুহৰ দৰে মুখখন বিকটাই বৰগোহায়ে বুঢ়াগোহায়ে গললৈগে। কিবা দেও-ভূতৰ কাণ্ড দেখাদি এজনৰ মুখতো মাত কথা নোলাল। লগত অহা মানুহবোৰ থানিয়ে থানিয়ে থিত্ দিলে। ত্ৰিপামে খেন চাবলৈ দলৈৰ গুৰিলৈ গল—বুঢ়াগোহায়ে বৰচ'ৰাৰ পোনে বাট ধৰিলে। মাযা চেগ্ বুজি সৰকি আহি পোনচাটেই চাউদাংশালৰ ফালে বাট ললো—হোলোঙত সঁজাতীৰ ভাত্ত-কাপুৰীয়া কাম শেষ—বাদবাকী কাৰ্য্য ডা-ডাঙৰীযাৰ।

ৰাতি তিনিপৰ পাৰ হৈছিল যদিও গেন্ধুৰাৰ বহাত চাকি জ্বলি থকা দেখিলোঁ। অৱশ্যে সি সাৰে থাকিবৰে কথা, সকলো ঘটনা জানি-বুজি কোনেনো শুই থাকিব পাৰে? মই তুৱাৰমুখ পাই গলহেকাৰি মাৰোতেই তুৱাৰখন হেঁচুকি ফৰিঙা ওলাই আহিল। বোলে, 'গেন্ধুৰাৰ টান কৰিছে—যমে মানুহে টনাটনি।' মই বোলো, 'চাৰিডাঁৰ আগতে দেখি গৈছো সুস্থ মুনিহটো—এতিযা থিতাতেনো কিটো হল?' বোলে, 'ভ্ৰম বাকে আৰু মুখৰ ফেনগুটি বঁতিযাইছে। মাজে মাজে গিযান আহিলে চকুতুটা টোলকা কৰি ঘূৰায়। বেজবৰুৱালৈ লোক পঠিযাইছো—আহি পোৱা নাই।' ভিতৰ সোমাই দেখো পাটীত পৰি আছে চাউদাঙৰ মুখিযাল গেন্ধুৰা। মাজতে এবাৰ থোকাথুকি মাতেৰে, 'ধাৰ সুজিলো ঐ—পাপ খণ্ডিল। এতিযা সুখেৰে মৰো' বুলি কৈ আকৌ নিতাল মাৰিলে। বুকুখন জীযাভৰলীৰ ঢৌৰ দৰে হেন্দুলি আছিল—উশাহ খৰ। এবাৰ হঠাতে ফৰিঙাই বোলে, 'ধৰ্

ধৰ্ কি চাই আছ। বাজলৈ নিব লাগে—গেন্ধুৰা কাল হল।'

মৰা মানুহ দেখি দেখি পেট উকটি আহিছিল, মুখ সিৰিকিযাইছিল। ফৰিঙাৰ হাঁচতিৰ পৰা গুৱা একণ মুখত দিহে বঁতিওৱাৰ ভাবটো কমিল। গেন্ধুৰাৰ মৰা শ-টো আগত লৈ বহি ফৰিঙা মৌন হৈ আছিল—মুখামুখিকৈ মই। সমস্ত চাউদাংশাল ভুৰঘুমটিত লালকাল। এবাৰ বোলো, 'আমাৰ কামফেৰা সিজিল, তুৰবী চাউদাং সকলো আগে-ভাগেই চিট্‌পতাং। এটা ৰজা ভাগিল—আৰু এটাও হলেই চাগৈ—ক'তো এটা জীৱ হানি বিঘিনিও নহল।' তাৰ পাছত ফৰিঙাক সমস্ত বৃত্তান্ত বিবৰি কলো, শেষত বোলো, 'মৰন্ত কালত্‌না গেন্ধুৰাই কি কলে? কিবা গম ধৰিব পাৰিলিনে?'

সেই ভাদমহীয়া পুৰতি ৰাতি গেন্ধুৰাৰ কাঠযেন শ-টোলৈ চাই চাই ফৰিঙাই চকুপানী টুকিছিল। সেই দৃশ্য আজিও পাহৰিব পৰা নাই বোপাইহঁত, বুপাকৰ বিহনে পুতাকে কোনকৈ শোক কৰে নাজানো—কিন্তু কেওঁ কিছু নোহোৱা ফৰিঙা সঁজাতীয় গেন্ধুৰা চাউদাঙৰ মৃত্যুত যিমানে দুখ কৰি উচুপি উচুপি কান্দিছিল, সঁজাতীৰতো কথাই নাই, আহোম ৰাজাৰ কোনো সাধাৰণ ৰণুৱাকো মই তেনকৈ কন্দা দেখা নাই। শোকে খুন্দিযাই থকা বুকুত এহাতে হেঁচা মাৰি ধৰি ফৰিঙাই আনহাতে চকুপানী টুকি টুকি কলে, 'ইযাৰ লগতে বহুতো পাপ গল—অলেখ অসপ্তাতিও গল। পিছ মানুহটো বৰ ভাল আছিল বোপাই, যি কৰিছিল ৰাজ্যৰ ভাললৈ বুলিহে কৰিছিল, মনত কোনো পাপ নেৰাখিছিল, আশাও নুপুহিছিল।' খন্তেক বৈ থাকি কিছু সুস্থিৰ হৈ ফৰিঙাই আকৌ কলে, 'বুঢা হৈছোঁ—মোৰো আৰু বেছি দিন আয়ুষত চাউল নাই। তই গুপুতে ৰাখ যদি কথাটো কওঁ—শপত খা।' মই শপত খাইছো বোলাত বোলে, 'তোৰ মনত আছে হবপায আজি তিনিবছৰ আগতে বুঢাৰজাই খেক্‌লাই কৰিলে। ৰাজ্যজুৰি ঘাৰে ঘাৰে উষুৰা গজিল, কৌপতীযা চৰাযে ৰাজ্য জুৰি উজালে। তেনাতে এদিন চুৰমফা গোহাইদাৰে ঠাইতে গেন্ধুৰাক মতাই নি বোলে, 'ৰাজ্যজুৰি অপায অমঙ্গল ঘটিছে—বুঢাৰজাও পৰি আহিবৰ দিনহে হৈছে। তেওঁৰ অবিহনে মযে ৰজা হওঁ।' তাৰ পিছত বোলে, 'ডাঙৰীযাবোৰ চুতিংফালৈ টানে পিছে সি ৰুগীযা মানুহ। এতেকে ৰাজ্যৰ মুখলৈকো মোৰ মুখলৈকো চাই ভিতৰ

বিশ্বাসতে কিবা এটা দিহা কৰ। তোক ডাঙৰীয়া পাতিম।' ই গেন্ধুৰাযো চাংমাই শালত গৈ কিবা এটি তথি কৰিলে—সৰ্গদেৱৰ ভাতত বিহ দিলে হুৰপায, মুখত পৰিলোনে, দেৱশয্যাতে উঠিল। দহদিন দহৰাতি মাতবোল নিদিলে—মৰা মানুহৰ দৰে পৰিহে থাকিল। ডা-ডাঙৰীয়া বৰুৱা-ফুকন সবায়ে পৰদি ৰ'ল, বেজবৰুৱাযো আলেখ কাৰ্য-কাৰণ কৰিলে। পিছে ৰজাৰ গিয়ান সুঘূৰিল। এইবোৰ দেখি শুনি সকজনা গোহায়ে বাভলৈ ওলাই মানুহহুনুহ গোটাইছিল, পিছে ৰজাদেৱ হানি হোৱাত গোহাই সবলে তাকো শুদা কৰিলে। ইটো কথা অৱশ্যে কোঁৱে নেজানিলে। বেজবৰুৱাৰ মনত পিছে আখজা আছিল হুৰপায দেই, মুখ ফুটাই নকলেহে। মোক সঁজাতী বুলি বিশ্বাসতে ধনিষ্ঠামান উমুকিযাই দিলত মযে গৈ চাংমাইশালত খৰিকীযাই উৰহী গছৰ ওৰাটা উলিযালোগৈ। পিছত গেন্ধুৰাক লাগ পাই বোলো, 'বুঢাৰজাই বহুত দূৰলৈকে মনিছিল পিছে গাতে মেৰাই থকা ফেঁটী গোমবাহ নমনিলে ৷ চিনি নাপাই গাখীৰ খুৱাই হোলোঙাক পুহিলে। ৰক্ষকেই ভক্ষক হলে তাৰ পাপ হযনে নহয ?'

সেইদিনা সুগুনা ভাওজুৰি গুচি গলেও পিছে গেন্ধুৰা মানুহটোৰ বহুত সলনি হল। বিষয-আশযত মন নাই—কিবা অন্য চিন্তা-ভাবনাত থাকে। পিছৰ জনাই তাক বৰুৱাও পাতিছিল—সিহে 'ডাঙৰীয়া নহওঁ' বুলি চাউদাংশালতে থাকিল। গতিকে 'যি হল হল' বুলি আমিও আৰু কথা বঢাবলৈ নহল। দিন পালে খেন পায, খেন পালে সহি যায। ৰজা এজন হালেই যেতিযা বেছিকৈ গণ্ডগোল কৰি লাভ নাই।'

মই বোলো, 'ভৈযাম ঐ—এতে মান কথা বুলি নাজানো নহয, মই আকৌ মেলৰ পৰা আহি এনেহেনাটো গেন্ধুৰাৰ আগত গোটেইখন ৰাজভগনৰ বকলা মেলিলোহি।' ফৰিঙাৰ চক কেইটা টোলকা হৈ কপাল পালেগৈ। বোলে, 'কি বকলা ?' মই বোলো, 'মেলৰ কথা, সৰ্গদেউ ভঙা পতাৰ কথা। তেই লৰলৈ কলি কামটো গাত লালো হয। পিছে গেন্ধুৰাৰ সহায বিচাৰি আহিলোঁ। বোলো তোৰ ভুৱৰী চাউদাংবোৰক কিবা এটা কৰ। বুঢাগোহাই, বৰগোহাই, বৰপাত্ৰৰ সকলো জখলা ওভাটাৰাৰ কথাত একমত।' ফৰিঙাই বোলে, 'অ' হযনে ? সি কি কলে ?' মই বোলো, 'কি কব আৰু—

কলথোকা বাতুলিযে খালে। একো শুনা নাই দেখা নাই—কিবাকিবি এসাপা ভোৰাভাৰাই ওলাই গল—মোৰ মুখলৈকো নাচালে, মাতো নিদিলে।'

মোৰ মুখে আদ্যাপান্ত সমস্ত শুনি ফৰিঙাই বোলে, 'এতিয়াহে বুজিছোঁ—ই গেন্ধুবাইহঁত সকলো ঘটনাৰ গুৰি। যোৱাৰাতি পহৰীযা চাউদাংবোৰক ইহঁতে কিবা খুৱালে। পিছে পাপে-তাপে মনত নসহিলত নিজেও বিহগিলি মৰিল। নিজহাতে এটা ৰজা মাৰি আনটোক পাটত বহুৱালে—এইবাৰ আকৌ নিজহাতে ইটোক ভঙাই আন এটাক পাটত তুলি নিজেও গল। এতমান পাপ দেহাই নসহে। অতগাল চন্তৰী মৰিল—নাহকত। পিছে সিনো কি কৰিব? নিজমুখেনো তহঁতক বাট এৰি দিবলৈ পহৰীযা চাউদাঙক কিকৈ কয়? তাতকৈ সিহঁতক বিহদি মাৰি পোলোৱাই উত্তম বুজিলে।'

পুৱাবেলা শুনিলো বোলে চুতিাংফাদেৱ ৰজাহৈ ৰাতিযেই পাটত উঠিল। দলৈযে গণি চাই পূৰ্ণগ্ৰাহ গ্ৰহণৰ বাবে খেন বিষম বুলিলত সকলোৱে যুকুতি কৰি আৰোৱানত গিলিপ দিলে। ভগা ৰজাবো ধৰি নি ৰোজবাজ দি পৰ্বতত থলেগৈ।

পাছ লাকুৰৰ জীযেকক বৰকুঁৱৰী ভাঙি মুৰৰীযাদেৱ সৰিযহ বুঢ়াগোহাইৰ জীযেক, কুকুৰেখোৱাৰ মাকক বৰ আইকুঁৱৰী পাতিলে। আগতে সাৱধানে ফুৰিবৰ প্ৰমাণ পাই লাপ্‌লুপক সাঁজ খাবলৈ বুলি ভিতৰ সুমুৱাই ভোগ-বাৰীত মৰাৰ কথাও সবাৰে মনত আছিল।

সেইবেলা ডুপৰীযা ফৰিঙা ওলালহি। বোলে, 'পৰ্বতৰ পৰা নিঙনাত লগাই গড় বন্ধা ছমাহ হল—ইপানে আঙাৰা খাটৰ মূৰলৈকে। বাঁহ কোটো-তাও কলে—এতিয়া বুঢ়াৰজাৰ মৈদাম নেদেখি। আইকুঁৱৰীৰ টুটকীয়া কথা শুনি খন্থৰা গোহাইকো হেমনৰ বাৰীতহে থয।' মই বোলো, 'হয। পিছ কিটোনো হল?' বোলে, 'বৰ আইকুঁৱৰী উঠি পৰি লাগিছে কুকুৰেখোৱাক পাটত বহুৱাবলৈ—সৰ্গদেৱৰ অসুখ, কোন খেনত কি দেখুৱায় নাজানি। সিজন পিছে ঘুনীযা, শৰীলতো জলাতঙ্কৰ বিকাৰ। ডা ডাঙৰীযাবোৰৰ মনে

নাটে অৰণ্যে—পিছে এতিয়া খছুৰা কোঁৱৰক মাৰিলেহে বাটৰ কাঁইট গুচে, পুৰণা কুলৰো আলুকলাপুলি উঠে।'

বুজিলো কিবা এটি ডাঙৰ ঘটনাৰ শুং ওলাইছে। মনতে বোলো সৰ্গদেউ-সকলে অণ্ডহী-বণ্ডহীবোৰৰ কম্‌কঠিয়া মাৰেই, তাতে বেলেগ কিটো হল। মুখ ফুটাই বোলো, 'বন্দীয়ে কি কৰিব লাগে তাকেচোন বুজ নাপাওঁ—।' ফৰিঙাই বোলে, 'ৰাজ্যৰ কালাখন। কেউদিশে পিনাপিন বঙাল, সৰ্গদেৱৰ দেহাও ৰুগীয়া। লাপ্‌লুপক খহালেই, এতিয়া ই খছুৰাৰো লেঠা মাৰিব পাৰিলে কুকুৰেখোৱাহে পাটত উঠে এতিয়া। তাৰ মানে স্বৰ্ণনীয়া কাঁহীত বিহ পৰিব।'

ফৰিঙাৰ চোন পাত্তনিয়েই শেষ নহয়—ঘাই কথাটোলৈ কোনোপাধ্য নাহে। মই বোলো, 'সেইবোৰ হয় বুজিছো—পিছে আমাৰ কৰিবৰ কি তাকেহে ক।' সি বোলে, বুৰঞ্জীভাৰ হৈছে এনেকুৱা—সিবেলা আইকুঁৱৰীয়ে খছুৰাক ভাত খাবলৈ বুলি মাতি নি ফাকামৰ আঁৰৰপৰা শেল হানিছিল। কপাল গুণে জানিবা শেলো খুটাত লাগি ভোটোৰা হল, গোহাঁয়ো সাৰিল। এইবেলা আকৌ দেওধাইতে চোকা লৈ গোহাঁইক পাচিছে আজি পূৰ্ণিমাৰ ৰাতি নিঙনাইদি বগাই মৈদামৰ পৰা সোণৰ ভোগজৰা হেংদান সহিতে বুঢ়া-ৰজাৰ সম্ভাৰ তুলিবলৈ। বোলে—তেহে ৰজা হব পায়, তেমনৰ নাৰীত ক'লা জহা চাউলৰ ভাত খাই বহি থাকিলে ৰজা হব নাপায়। এইটিতহে আচল গুথি। এতিয়া কথা হল কোঁৱৰ ভুনোপোৱাৰ্তে গোহাঁইৰ লগত কোনোবা সহায় যাব লাগিব—তাৰ সৰতীয়াকৈ লোকজন পঠাব নোৱাৰি, ৰজনজনা হয়। মুঠেই এটা ডেকা সাহিয়াল বিশ্বাসী লোক, হাতত হেংদান আৰু মগজুত বুধি ত্বয়োটা বিজুলীৰ চমকত খেলে এনেহেন লোক লাগে। সাতে সোতৰই গুণি শোকে পাইছো—তয় এই কামৰ নিমিত্তে সাজু হ। মই বুকু ফিন্দাই বোলো, বন্দী সাজু আছো। মাথোন কি কৰিব লাগিব সকলো ভাঙি পাতি বিতংকৈ কওঁক।' ফৰিঙাই বোলে, 'গড়ৰ দাঁতিয়লীয়া বাটেদি গছ-গছনিৰ তলে তলে গোহাঁই যোৱাৰ কথা—তই যাব লাগিব এৰেবাট—চাৰিনলমান পিছে পিছে, গোহাঁয়ে যাতে উমানকে নাপায়। শত্ৰুৱে গোহাঁইক আগচি ধৰিলে আগলৈ পাছলৈ নাচাই হুতালিকে জঁপিয়াই পৰিবি। যদি এনেকো বিপদ বিঘিনিয়ে হেঙাৰ নধৰে, গোহাঁয়ে মৈদাম পাই বৰ শিলচটা তুলি

ভিতৰ সোমাব, তই তুৰৰিতে সাৱধানে ৰবি, মৈদামত নোসোমাবি। বিঘিনি কোন পিনৰ পৰা আহে ঠিক নাই। গোহাই ওলাই আহিলে আকৌ পিছে পিছে আহি থাকিবি—সন্তৰ্পে, সতৰ্কে। এটা চকু গোহাইৰ আগত, আনটো পিছত। ভালে কালে যদি গোহাই চাঙ পালেহি তোৰ কাম শেষ। মুঠতে গোহাইৰ জীৱনৰ দায়িত্ব ভাৰ তোৰ ওপৰত এৰিলোঁ, বুজিবি।'

ফৰিঙা মৌন হৈ ৰল। মই বোলো, 'কথা ভালেই শুনিছোঁ—পিছে যাব লাগে কেতিয়া?' সি বোলে, 'ৰাতি চাৰিডাঁৰ যাওঁতে গোহাই ওলোৱাৰ কথা। তই নিঙনাৰ আঁৰতে থেম্ ধৰি থাকিবি। গোহাই অকলশৰে যাব, চাৰি পাঁচ নল আগবাঢ়িলেই তই পাছ লবি। দূৰলৈকে শেনচকু ৰাখিবি, মাত বোল নকৰিবি—পদে পদে শত্ৰু। গোহাইকো জান নিদিবি—সি ডৰাব। মই বোলো, 'ভাল, সেইমতেই হব।'

ফৰিঙা গলগৈ। দুপৰীয়া বেলাটো কাঠি-কামী তুলাই সাতপাঁচ গুণি কটালোঁ। তই ম'হৰ যুঁজত মইহে ভাল বিৰিণা মৰিবলৈ ওলাইছা। অৱশ্যে সমুখ যুঁজত ডৰাবলৈ নাই—মোৰ হেংদানৰ সমুখত টিকে এনেহেন ৰণুৱা এইছোৱাত নাই। পিছে হেংদানবোৰ চুটি—ৰাতি বিয়লি এন্ধাৰে-মুধাৰে যুঁজৰ বাবে প্ৰশস্ত নহয়। কোন সময়ত কোন অস্ত্ৰ কামত খাটে নাজানিলে বোপাইহঁত, ৰণুৱাৰ পদে পদে বিপদ। গছ-গছনিৰ মাজত হিলৈ চলাব নোৱাৰি, তাক খাঁজিবলৈকো সময় লাগে, চলন্ত অৱস্থাত খাঁজিবও নোৱাৰি। আচম্বিত অতৰ্কিত যুঁজত তৰোৱালেই ভাল। গতিকে মাজতে উঠি গৈ দীঘল তৰোৱালখনতো এবাইচ্ ধাৰ দিলোঁ। হেংদানৰ ধাৰো পৰীখা কৰি চালোঁ। তাৰ পাছত সাঁজ লাগিলত হাতৰ কাম এৰি ভাতমুঠি সিজালোঁ।

ঘপহ্কাৰ দায়িত্ব এটা লোৱা সহজ, সময় মৰকত তাক পালিবলৈহে টান। ফৰিঙাৰ কথামতে গোঁহাইৰ দায়িত্বটো লৈ যে নোজোখা পানীত ভৰি দিলোঁ তাকে ভাবিহে পেটত হাত-ভৰি লুকাল। গোহাইক মাৰিবলৈ যদি ৰজাঘৰীয়া বিধাৰণ হৈছে তেনেহলে কথা বিষম। শত্ৰুৰ এশই আহ্বান এবুৰিযই আছে এৰো নিচয় নাই—এইপোনে মই হলো মানুহ এটা। হাতীয়ে মাখিয়ে। কাৰ্যসিদ্ধিও নহব, ময়ো অপাৰ্থকত মৰা পৰিম। অৱশ্যে গুপুত কাৰ্য্য যেতিয়া সিফালেও লোকজন সৰহীয়াকৈ নাথাকিব—এযোহে

ভৰসা। এইবোৰাকে আকাশ-পাতাল গুণি এবাৰ বোলো, 'নদাই— ফৰিঙাক কথা দিওঁ তেই তোৰ হাতৰ কাণ্ড এৰাল, এতিয়া মনৰ বাধক আসৈ নিদিবি।' এইবুলি একে আষাৰে বুকুত সাহ বান্ধিলোঁ। দায়িত্ব—বোপাইহঁত, দায়িত্ব— , সি জীৱনতকৈ বহুগুণে ডাঙৰ।

নিশা তিনিডাঁৰ যাওঁতে হলোচালাৰ তলত তৰোৱালখন লুকাই গা-ঘোলাৰা পদুলিমুখাৰ দাৰ পহৰাক দেখুৱাই কোহলি কোন্দলিকৈ গড়ৰ বাজ ওলাই নিঙনাৰ আঁৰাতে চোপ্ লৈ থাকিলোঁ।

পূৰ্ণিমাৰ জোনাক ৰাতি। বুঢ়া জৰীগছ জোপাৰ ডালত নিয়তীয় কুকুলিয়ালে। শিয়ালৰ ৰাওচিয়ে পহৰ সূচালে। দিখৌৰ সিপাৰে নিজানত চকোৱাই বিনালে। তেনোতে কুকুৰাই ডাক দিলত বুজিলোঁ—সময় হল। গছৰ আঁৰলৈ কাণসঁৰালি মাৰি খেন লেখি থাকিলোঁ।

দখিনৰ হোলাঙনিৰ মাজেৰে লুংলুঙীয়া বাটত শুকান পাতৰ ওপৰত মৰ্-মৰাণি উঠিছে, হয়, কোনোবা আহিল। জোপোহাৰ মাজেদি জুমি চালোঁ— সিনাগৰ বাটটোৰেদি খোজ দিছে—গুৰুগম্ভীৰ ৰাজহংস গতি, কঁকালত হেংদান—পিঠিত সুনীয়া বান্ধ। মুখখন ভালকৈ মনিব নোৱাৰিলেও ভাও-ভঙ্গীতে বুজিলোঁ—গোহাই হয়। বুকুখন ধুপুচ্ কৈ উঠিল। তত্ৰাচ নিজাক সষ্টম কৰি চাৰি নলমান ব্যৱধান ৰাখি গোহাইৰ পাছ ললোঁ।

ভৰিৰ তলত শুকান পাত, খোজপতি মস্মৰাই উঠে—গতিকে গোহায়েও খোজটো পেলায়, মযো খোজটো দিওঁ। তথাপি কিবা এটি উমান পাই মাজে মাজে গোহায়ে চকুখাই ঘূৰি চায়, তেনে পৰত মই ঠাইতে জোপোহাৰ আঁৰ লওঁ। কিবা বোলেনে মহা আপদ—ত'ত ইমান কথা নাজানে নহয়, পাছলোৰা বুলি ভাবি মোক কোব্মাৰি নাকাটিলেই ৰক্ষা। মোৰ সোঁহাত তৰোৱালৰ মুঠিত—এটা চকু গোহাইৰ ওপৰত—আনটো গোহাইৰ আগেপাছে, অৰ্থাৎ দাতিয়েকাষৰে যিমান দূৰলৈকে মনিব পাৰি তিমানলৈকে।

এনেদৰে হাচটিত জীউটো বান্ধি কিছুপৰ যোৱাৰ পাছত বুঢ়াৰজাৰ মৈদাম ৰিনিকি ৰিনিকি দেখা পালোঁ, অলপ পাছতে গোহাই গৈ গাঁতৰ মুখ পাওঁ পাওঁ হল। মৈদাম ৰখীযাটোক আগেপাছে কেনিও নেদেখি একপ্ৰকাৰ নিশ্চিন্ত হলোঁ। গোহায়ে ইভিতি সিভিতি চাই গাঁতৰ মুখৰ বৰ শিলছটাত

হাত দিলেগৈ। সেইছটা তুলি ভিতৰ সোমালেই বাটঘৰৰ দুৱৰি পায়।

মই ঠাইতে দুবেওমান দুৱৰ ফুটুকাৰ জোপা এটাৰ আঁৰতে চোপ ললো—এতিয়া আৰু চিন্তা নাই—অন্ততঃ গোহাই ঘূৰি নোযোৱালৈকে।

পিছে বোপাইহঁত, অদেখা বিপদ-বিঘিনিয়ে কত খাপ্ লৈ আছে আৰু কোন পৰত চেগ্ চাই থিতাতে মেৰাই ধৰে তাৰ একো ঠিক ঠিকনা নাই। যোৱা চাৰিকুৰি বছৰে দেখিলো যি মুহূৰ্ত্ততে তুমি, 'ৰক্ষা পৰিলো' বুলি উশাহ সলাবা, সেই পৰতে দেখিবা কোনো কাহানিও নভবা নিচিন্তা এশ এবুৰি আপদ-বিপদে তোমাক ঘেৰি ধৰিলেহি। এইবাৰো তেনে হল।

গোহায়ে কেকোঁ-জেকোকৈ শিলছটা তুলি কোনো প্ৰকাৰে পোনাই থৈছেহে, এনেতে দুটা তৰোৱাল ধৰা মানুহ আকাশ ফুটি ওলোৱাদি ঘপহ্ কৰে দুফালৰ পৰা গোহাইৰ গাত পৰিলহি। মই ভৰিকিবই নোৱাৰিলো বোপাইহঁত—ততাকে ধৰিব নোৱাৰিলো আচম্বিতে কি অঘটন ঘটিল, তৎকালে তৰোৱালখন উলিয়াই তাৰে এটাৰ ওপৰত বাঘৰ দৰে জঁপিয়াই পৰিলো আৰু তাক থানিতে থিয়ৈ থিয়ৈ দুফাল কৰিলোঁ। ইতিমধ্যতে পিছে যি বিষম ঘটিবলগীয়া আছিল সি ঘটিলেই ইটোৱে গোহাইৰ মাজ-পিঠিতে পূৰ্ণহতীয়া কোব মাৰি কেঁকোৰা হেংদানখন গোহাইৰ হিয়াকৰিলৈকে আৰ পাৰ কৰি শালি পেলালে। গোহাই মুখথোকচা খাই মাটিতে বাগৰি পৰিল, সুনীয়া বাৰু পিচ্কাৰী মৰা তেজৰে ৰাঙলী হল। উস্—মনত পৰিলে এতিয়াও তেজ হিম হৈ যায় সোণাইহঁত, গাৰ নোম ডালি ডালি হয়। এইবোৰকে বিধিৰ লিখন বোলে বোপাইহঁত, নহলেনো মই হেনটো গা-ৰখীয়া এনল আঁতৰাত থাকোতে এনে অঘটন ঘটিব পাৰেনে? মোৰেই দুৰ্ভাগ্য—।

পিছে সেইবিলাক দুখ-বেজাৰ কৰি বহিথকাৰ উপযুক্ত পৰ তেতিয়া নহয় বোপাইহঁত, নদাই সঁজাতী হেন বীৰৰ পক্ষে সেইটো হাত-কামে কাৰ্য্য কৰাৰহে সময়। ৰণুৱাটো ঠাইতে গাঁতৰ মুখদি মৈদামলৈ সোমাব খুজিছে, ইফালে গোহাইৰ অন্তিমকাল উপস্থিত, মুখে কোৱাৰিয়ে হোলোকা হোলোকে তেজ ওলাইছে, এই দোধাৰমোৰত মই এতিয়া কৰো কি—যাওঁ কেনি? এপলক চিন্তা কৰিবলগীয়া হল, সেইখন কেঁকোৰা হেংদান কলাড়িলত সুমুৱাই লৈ গোহাই যে আৰু ঘূৰি নাহে সি একপ্ৰকাৰ নিশ্চিত। তেনেক্ষেত্ৰত

ৰণুৱাৰ কৰ্ত্তব্য হল শত্ৰুক এসেকা দিয়াটোহে—তেওঁৰ শ-টোৰ কাষত কান্দি-কাটি বহি থাকিলে কি হব? শোক কৰিবলৈ ঢেৰ সময় আছে—লাগিলে পাছত আপোনঘাতীও হম, পিছে এইখনত তৎ মুহূৰ্ত্তে শত্ৰুৰ ওপৰত জঁপিযাই পৰি প্ৰতিশোধ লোৱাটোহে কথা। তেহে গোহাৰে অপঘাতে মৰিও শান্তি পাব—তেহে মোৰ কালনেমী নাম সাৰ্থক হব। ৰণুৱাৰ জীৱনত বাপাইঁত কোনটো কথা আগ, কোনটো পাছ—নিমিষতে অতি নিযাৰিকৈ থিৰাং কৰি লব লাগে।

ঘপ্‌কৰে মৈদামত সোমালো হয়, ভিতৰখন পিছে ঘিট্‌ঘিটীয়া এন্ধাৰ, লগত টিভিৰ এডোখৰো নাই। হাতেৰে খেপিয়াই উমান ললোঁ—পাটঘৰৰ দুৱাৰ কাণিচুৰৰি। গতিকে কণামুনাকৈ এন্ধাৰতে সোঁহাতে তৰোৱাল আৰু বাওঁহাতে ফেংদান ঘূৰাই ঘূৰাই পাটঘৰত সোমাই পৰিলোঁ। পাটঘৰটো ঠেক। মোৰ তৰোৱালৰ আগত তাত এবো সৰিব নোৱাৰে—যাতেই লুকাওঁক লাগে, পামেই পাম।

খেনেক আগুৱাইছোঁ—ঔ মোৰ ভৈযাই—কিনো আপদ। তৰোৱালখনৰ আগটো পাটঘৰৰ লাইখুটাতে লাগিল হবপায়—এৰাই নহা হল। বাঁটত ধৰি গাৰ জোৰেৰে টানিলোঁ, কোৰচীয়াকৈ উলাহি চালো, কটীয়াকৈ উচালিলোঁ--নাই। কোঢামুখীয়া কামাৰ একোপাধ্য নেৰায়। এইখন টানি-আঁজুৰি থাকোতেই এাঁৰয়া শত্ৰুৱে চোৰা কৰি এন্ধাৰে-মুধাৰে ঘালি নগলেই ৰক্ষা। শেহত এবাৰ দাঁত-মূৰ কৰাচ কটীয়াকৈ উফাল মাৰি পঠিয়ালোঁ। এই নদাইৰ বল বোপাইহঁত, লাইখুটা কেৰাকেৰাই কঁপি উঠিল, মৈদামৰ চালবাৰে মেট্‌মেটাই গল, গড়গঞা কমাৰৰ হাতেগঢ়া তৰোৱাল ধেনুভিৰীয়া হল—দে আৰু জোৰ। মটৰ কৈ তৰোৱালখন মাজতে দুডাখৰ হল, পাটঘৰৰ লাইখুটা লৰিল, চালে-বাৰে মেৰ্‌মেৰণি উঠিল। ওপৰত দুই হাতী জোখৰ মাটিৰ দ'ম, বুজিলো পাটঘৰৰ ধৰণী লৰিল—এতিয়া খহিব। তৎকাল দুৰৰিযোঁদ ওলাই বাজ পালোহি। লগে লগে কি বিভীষণ কাণ্ড। পতালফুটা শবদ কৰি কুৰিহাত মৈদামটো হুৰ্‌হুৰ্‌কৈ বহি মাটিৰ বুকুলৈ পাঁচহাত সোমাই গল। মূধাফুটা মানুহৰ দৰে কিমানপৰ সেইফালে চাই আছিলো কব নোৱাৰো, হঠাতে বাঁউসীত টোকৰ পৰিলত চক্‌খাই

ঘূৰি চালোঁ। দেখো ফৰিঙা। তেতিয়াহে সকলো মনত পৰিল। গাঁতৰ মুখখনৰ চিন্‌চাবেই নাই—ঢাকনীৰ বৰশিল ক'ৰবাত উফৰি পৰিছেগৈ। ওচৰতে এচমকা ঠাই তেজেৰে ৰাঙলী—সেই গোহাই পৰা ঠাইকন। তেতিয়াহে বুকুত শোকে খুন্দা মাৰি ধৰিলে—দেহি ঐ! কি অঘটন ঘটিল। ফৰিঙাক দুইহাতে সাবট্ মাৰি ধৰি মই হেনটো বীৰপুৰুষে তিৰোতাৰ দৰে হুৰাওৰাকৈ কান্দিবলৈ ধৰিলো সোনাইহঁত—মনত এনেহেন আঘাতে হানিছিল। নিজাক যে কত নেওচিলো, শাওপাত দিলো, ধিক্ ধিক্ কৰিলো। তাৰ পাছত একাবত মন শান্ত হল। ফৰিঙাক বোলো, 'মোৰ জীৱনেই মিছা—তোৰ দায়িত্ব পালিব নোৱাৰিলোঁ। শত্ৰুৱে গোহাইৰ প্ৰাণ ললে, কেঁকোৰা হেংদানৰে পাপীয়ে সুনীয়া বুকুখন শালি পেলালে ঐ—মই এলাবাত্তকৈ তুনল দূৰতে থাকিও একো কৰিব নোৱাৰিলোঁ। মানুহ দুটা আছিল,—এটাক ঘৈযালো, আনটোৱে গোহাইক শালিলে।'

ফৰিঙা এতেপৰ নিমাতে আছিল। এতিয়াহে বুলিলে বোলে, 'এজনা ইটো মৰিলনে নাই তাকেহে ক।' মই বোলো, 'ইটো পাটঘৰ খহাতই হেচা খাই মৰিল চাগৈ। সেই জোনৰ পোহৰত ফৰিঙাৰ মুখে-চকুৱে বিৰিঙি উঠা হাঁহিটো মনিব পাৰিছিলোঁ। বোলো, 'তই আকৌ কিয় আহিলি। আহিলিবা কেতিয়া?' সি বোলে, 'ৰাতি দুপৰত তোকে গোহাইক পঠিয়াই মইনো শান্তিৰে শুব পাৰোনে? হাতত হেংদানখন লৈ মাযা তোৰ পাছে পাছে আহিলোঁ।' মই বোলো, 'তয়ো তেনেহলে ওচৰতে আছিলি? তেও গোহাইৰ কি দশা হল—।' সি হাঁহিলে, বোলে, 'ফেঁহুজালি দিলেই—এতিয়া ব'ল, লাহে-ধীৰে সকলো ক'ম।' যাওঁতে বোলে, 'গোহাই মৰা নাই।' মই উচাপ্ খাই বোলো, 'থ—থ। মই নিজ চকুৰে দেখিলোঁ। মোক ভুৰুকিযাব খুজিছ।' সি বোলে, 'নহয—আজি বাদে কালিলৈ পাটত উঠে—এনেহেনটো গোহাইক ৰাতি দুপৰীয়াখন অকল তোৰ লগত মৈদামলৈ পঠিযাব পাৰিনে? সেইকাৰণে আগতে চাই-চিতি থোৱা দেখাত অবিকল গোহাইৰ নিচিনা এটাকে পোছাক বাৰু পিন্ধাই লোকে দেখুৱাই ভেজিলোঁ। লগত পঠিয়ালো তোক—নহলে এই কুচক্ৰী দুটা মৰে কেনেকৈ? তোক কোৱা নাই—গোহাই নকলি বুলি জানিলে জানো তই আহ? ইহঁত দুটা হল

কুকুৰেখোৱা গোহাইৰ লগৰীয়া—তোৰ হাতত ছুচিটা হোৱাটো বুকুকৰ পো—। আনটো নিচিনিলোঁ।'

মই বোলো, 'ভোগজৰা হেংদান আৰু বুঢ়াৰজাৰ হাড়?' বোলে, 'পহৰীয়াটোক কাটি সেইবোৰ আগতে নিয়াই থৈছো। গোহাই যে মৈদামলৈ আহিছে সিহঁত সবাৰে জানে। দেখিছেও। গতিকে সেইটি কথাত সুচল। কালিলৈ পুৰা ফাটিফুটি যাব বোলে খহুৱা গোহায় অকলশৰে মৈদামলৈ আহি ভোগজৰা হেংদান আৰু হাড়তো নিলেই, চোৰাংকৈ ঘলা ছুটাকৈ বণুৱাকো নিজহাতে কাটি গল।'

নিজান পুৱাতি ৰাতি—আমি ভুয়া গৈ আছো। পূব আকাশ তেতিয়াও হেঙুলীয়া হোৱা নাই। ফৰিঙাই বোলে, 'বুঢ়াৰজাৰ মৈদাম খাহল কেনেকৰি জান কি নাজান?' বোলো, 'নাজানো।' সি বোলে, 'বুঢ়াৰজাৰ মৈদাম কোচানৰ পৰা অনোৱা মৰঙ্গিয়াল খনিকাৰে বৌশল কৰি সজা—কাঠৰ কড়ি, চাঙি, মাৰলী গোটা ফঁইৰে বন্ধা মাজৰ লাইখুটাত। পাখি খুটা নাই। তলে-পেৰেবাৰে পাটপৰা, পালিখুটা বহিখোৱাহে—ভাত ভাৰ নাই। তিনিজনা সৰ্গদেৱৰ ৰিহানে তৰাৰ গোটা ফঁই পাচি ওপৰৰ ডুই হাতীমান মাটিৰ হেঁচনিত নিজে খহিনৰ কথা। পিছে যোৱাৰাতি ভুঁইৰ কোনোবাটোৰ তৰোৱালৰ কোব লাগিল হব পায, ফঁই কটা গল।' মই বোলো, 'ইটোকচোন বিচাৰিযে নেপালোঁ—মোৰ তৰোৱালহে লাগিল—এয়া চা' বুলি হাতৰ ভঙা তৰোৱালৰ মুঠিটো দেখুৱালোঁ।

পূব চৰাইদেউৰ ওপৰেদি তেতিয়া পুৱাৰ সুকযৰ ৰঙা ৰঙা পোহৰৰ কাঁড়বোৰে আকাশখন ভৰাই পেলাইছিল।

আহোমৰ ৰাজাখান আছিল সুনীয়া সঁযুৰা, সোণাইহঁত, প্ৰতিজনা ডাঙৰীয়াই একোডোখৰ পনীযলি পোৱাল মৰকত, প্ৰতিটো নেওগ ৰাজখোৱা একোটাহঁত মুকুতামণি, প্ৰতিটো বণুৱাই একো-টুকুৰা মিনাৰৰা জাংফাই। মাজিউজনা গোহাই সৰ্গদেৱৰ পাছত পিছে দেশৰ ভেটিও লৰিল, লাইখুটাও

পচিল। ডা-ডাঙৰীয়া বিষয়বৰীয়া সকলৰো মাজত একেমুঠি নবল, অপছন্দ অসুবাই ডাঙৰীয়া নেওগ হৈ যুকুতি কৰি ৰাজ্য চাৰ্খাৰ কৰিলে সৰ্গদেউসকলে এতেকাল ধৰি হাতীচলা বৰীতলাৰ পৰা শদিয়ালৈকে একেগোট কৰা ৰাজ্য ভাগি থান্বান্ হৈ উৰিলিল। হাৰামখোৰে সুনীয়া কাঁহীত কালবিহ ঢালিলে ঐ বোপাইহঁত, সুঁৰৰিলে হিয়া বিদৰি যায়। চাওঁ বোপা, মোক তোমাৰ হাঁচটিখন খন্তেক দিয়াচোন—চকুহুটা সেমেকি গৈছে

পাছে ত'ত দিল্লীত বঙালৰ পাট্চাহ সকলৰ মাজত ৰাজ্য লৈ কোন্দল গঢ়িলত আমাৰ সৰ্গদেৱে বোলে, 'বুপা-ককাৰ দিনৰ পৰা কৰতোয়া গঙ্গালৈকে আমাৰহে ৰাজ্য—বঙালৰ পাট্চাহে কেনেকৰি পায়? এতিয়া এই চলতে সিহঁতক ভগাবহে লাগে।' এইবুলি ৰজাশহুৰ, লাপেতি, পিকছাই আৰু তঙচুক সপ্তম কৰি ভেজালে। ইফালে কোচানৰ বিৰো কাজিয়েও বঙাল মাৰিবলৈ নাও নাওৰা তিয়াৰ কৰি আছিল। তঙচুৱে গৈ কলঙত দুখানকৈ দলং বান্ধ ভৰজৰ কৰিলত বঙালৰ ফৌজদাৰ মিৰ্জানাথুলাই 'আমাকহে ধৰিবলৈ পাচে' এইবুলি ঘোঁৰা কামাযন তাকী য'ৰে বস্তু-বেহানি ত'তে এৰি পলাই পত্ৰং দিলে। তাতে ৰজাশহুৰে পিকৃছাযে পাণ্ডুত বহিলহি আৰু তঙচুকে লাপেতিৰে চৈঁচাত গড় মাৰিবলৈ পঠিযালে।

চ'তৰ আঠদিন যাওঁতে এই বতৰা পাই সৰ্গদেৱে এই বন্দীক বৰচাঙলৈ পাচি নিভৃতে বুলিলে বোলে, 'কালনেমি, বঙালে গুৱাহাটী এৰি ভাগে আৰু আমাৰ ফুকন চেতিযাবোৰে তেও খেদি নাযায। বয়-বস্তু ক'ত কি পালে তাৰো গম নিদিলে। লেকেটীয়া বঙাল ইমান সহজতে নেভাগে, আত কিবা এটি ৰহস্য আছে। ইফালেও কোচনৰ বৰদেৱনীযাই আটিমুটি কৰে বুলি শুনা—কিবা ঘটিছে সকলো আলেঙে আলেঙে চাই-চিতি আহগৈ। বৰ-বৰুৱাই ভিতৰুৱালৰ ৰণুৱা পাইক চাবিটা লগত দিব, জীযন্তে মৰন্তে বিশ্বাসী লোক। মোৰ ভাউখাম্ ঘোঁৰাটোও নিবি। আৰু ডাঁৰৰ ব্যত্তৰি ডাঁৰে দিবি। আৰু এই পত্ৰ ৰজাশহুৰৰ হাতে হাতে দিবিগৈ।' এইবুলি দুৱৰী চাউদাঙৰ কালে চাওঁতে সি আনি পেৰা কাকত এসুৰা দিলেহি। 'যিবা আজ্ঞা' বুলি সৰ্গদেৱৰ চৰণত সেৱা কৰিলত বোলে, 'নাৱে নেযাবি, তৱে যা। বিহানেই ৰওনা হবি, কেঁৱে যাতে বুজ নেপায়।'

সেইদিনা নিশা আৰু ঘুমটি নাহিল। ৰাজ্যৰ আৰু সৰ্গদেৱৰ এমান দায়িত্ব এই বন্দীৰ মূৰত—ঘুমটি দূৰতে বিদূৰ হল। কাকতৰ মুৰাটো সামৰি চপ্‌কানৰ ভিতৰপাকে সি ললো। হেংদান আৰু সৰু হিলৈ এটা বাচি লৈ শিতানতে সাজু কৰি থলো। তাৰ পাছত কেতিয়া পুৱতি হয়, কেতিয়া কোৱাই কা কৰে তালৈকে বাট চাই শেতেলিতে ইকাটি সিকাটি কৰি পৰি থাকিলো।

পিছে চকুৰ পতাত হলে পতা নেলাগিল দেই—কুকুৰাৰ ডাক শুনিলোৱেই। লগে লগে তামদলৈৰ পাইকে ভাটিত জুই দিলে, হিলৈ সজা কমাৰৰ নিয়াৰিত টং-টাং কোব বাজিল। চ'তমহীয়া পুৱতি ৰাতি পুহৰি পুহৰি নৌ হওঁতেই সমস্তে গড়গাওঁ জাগিল, নাওবৈচা, ঘোঁৰাশলীয়া, হাতীচোৱা পাইক থানিযে থানিয়ে গৈ কামে কামে হাত দিলে। ৰণচালি ধৰা জাক জাক ৰণুৱাই হোলোঙৰ উস্তৰৰ মুকলিত থিত ললেহি। মাখি, মউ, কুলিচৰাইৰ পৰা ডা-ডাঙৰীয়ালৈকে সকলো জাগিল—নিশাটো জুৰি মৰা পৰা দি থকা গড়গাঁৱে ন-জীৱন পালে। শেতেলিত ইলুটি সিলুটি কৰি এইবোৰ সুৰীয়া মাতৰ ৰাগীত এপলকমান কলা-ঘূমটীয়া ভাব হৈছিল হবপায়, বাহিৰত ঘোঁৰাৰ খুৰাৰ খটাখট্ শব্দ শুনি চক্‌মক্ খাই উঠি বহিলো।

ফেঁহুজালি দিয়াই নাই—পুৱতিৰ মুনিচুনি পোহৰ, উমি উমি জাৰ। চাৰিটা তেজী ঘোঁৰাৰে চাৰিটা পাইক আৰু খাচ্ সৰ্গদেৱৰ তাউথাম্ ঘোঁৰাৰে ঘোঁৰাচোৱাই আহি চোতালৰ জৰীবন্ধাত ঘোঁৰা বান্ধি গিৰিপ্-গাৰাপ্‌কৈ গললৈ। বুজিলো, সময় হল। তৎতাতৈয়াকৈ মুগাৰ ধুতিখন দুই পুচ্ছীয়াকৈ পিন্ধি চাপ্‌কানটো গাত ওলোমাই ললো। কঁকালত টঙালি আঁটি হেংদানখন আৰু সৰু হিলৈটো খোচোনাত সুমাই ঘোঁৰাত চৰিলোহি আৰু চোমদেও চেংদেৱৰ নাম সুমৰি ৰওনা হলো। ওপৰৰ মুকলি আকাশ-খনৰ সোঁ মাজতে তেতিয়া কালপুৰুষ জন তিৰবিৰাই জ্বলি আছিল। নিজৰ অজানিতেই মোৰ হাতদুটা কপাললৈ তুলি প্ৰণাম জনালোঁ—হে মোৰ ভাগ্যদেৱতা, পদে বিপদে যেন এই অধমক ৰক্ষা কৰি কাৰ্য্য উদ্ধাৰত সুচল কৰি দিয়া!

সেইখেনত তোমালোকে আজিৰ এই নদাই বুঢাক দেখিব লাগিছিল বোপাইহঁত, জৰা-বিযাধিয়ে জুৰুলা কৰা আজিৰ এই নদাই সেই দিনত ডেৰ-

ভুৰি মহুৰীয়া চফল ডেকা। গাত অফলা ভঙোৱা ভেজ, ডফলা হাতীৰ বল। পাছত চাৰিটা ৰণুৱা পাইক আৰু ঠেঙৰ তলত তাউথাম্ হেন ঘোঁৰা, কঁকালত হেংদান, শিৰাই শিৰাই তপত তেজৰ পিৰ্‌পিৰণি। চম্বাইদেউৰ ফালে প্ৰণাম এটি জনাই বুকু ফিন্দাই ৰাজাৰ কামত ওলাই যোৱা সেইদিনৰ নদাই সঁজাতী গোটেই দেশৰ গৌৰৱ আছিল বাছাইঁত, শাকনিবাৰীত হাল চলোৱা ঘৰবন্দী পাইকৰ পৰা বাহীবন কৰি ভাগৰি পৰা লাহী কঁকালৰ জীয়ৰী-বোৱাৰীকে ধৰি ডাঙৰীযা হাতীবৰুৱালৈকে সকলোৱে হাতৰ বন কাটি কৰি থেম ধৰি মোলৈ চাই আছিল—যেন বেজেঁমোহা সাপ। মনে মনে চাগৈ গৰ্ব্বভাব কৰি কোৱামেলা কৰিছিল—'সৌৱা নদাই সৰ্গদেৱৰ কামত গল। হেৰ' চাহিইঁক আহ, কি বীৰ পুৰুষ, কি সৰ্ব্বগুণী লোক। এনেহেন লোক কি এই ৰাজ্যত আৰু এজন ওলাব।' মিছা নামাতো বোপাইঁত, এইবোৰকে ভাবি মোৰো মনত কণমান গৌৰৱৰ ভাৱ হৈছিল দেই আৰু গডৰ বাজ নোলাওঁ মানে এহাতে তাউথাম্‌ৰ লেকামত ধৰি আনহাতে গোঁফত তাও দিহে আহিছিলো।

গডগাঁৱৰ পৰা দিখৌৰ কোখেদি বাৰকোশ উত্তৰলৈ ভটিযাই গলে লুইত পায। তাতে ঘিলাজাৰিঘাট। পিছে সেইপোনে যাবলৈ বাৰু নহয, বাটপথ দুৰ্গম, হাবিৰে ভৰা। তাৰ উপৰি সিফালে দিখৌমুখত কিছুদিন আগেয়ে পচলাৰে গড বান্ধি ঢেৰ চুটীযা লোকজন আছিলহি, তাৰে দুই-চাৰিটাই দল এৰি হাবিয়ে বননিয়ে অনাই-বনাই পিযা-পি দি ফুৰাৰ দস্তুৰ কৰিছিল, আহোম যেন দেখিলেই পাছ গৈ দগা দি কাটে। কোচ-কছাৰী-জয়ন্তা আৰু বিশেষকৈ বঙালে ভাটিৰ ফালে আখটি কৰি আছে—চুটীযাৰ ফালে সৰ্গদেৱে মনকাণো দিব পৰা নাই, কাকেও পাচিবও পৰা নাই। অৱশ্যে চুটীযা ক'ত আৰু আহোম ক'ত। দিনে পোহৰে খেদি আহোমক ধাৰ এনে মৰ্‌সাহ চুটীযাৰ কোনো-কালে নহব। পিছে ৰাতি বিযলি হাবিত অকলশৰীযাকৈ পালে ফুৰুলি মাৰি ধৰি কাটিব পাৰে। লগত মুঠেই চাৰিটা ৰণুৱা পাইক লৈ সেই পথে যাবলৈ প্ৰশস্ত নহয। সেই গতিকে ভাবি-চিন্তি চাই গডগাঁৱৰ পৰা ওলায়েই ঠাইতে পুবমুৱা হলো—তাহানি বুঢাৰজাই তলদানি ওপৰদানি কৰি বন্ধোৱা আলিয়ে পোনাই চিনাতলী হৈ ডেৰৱগাওঁ পালেগৈ বাকীচোৱা বাট শলশলীয়া—বিপদ-বিঘিনি নাই, ইটোৰ পিছত সিটোকৈ গড প্ৰাপ্তি বাহৰ।

পুৱাবেলা পাঁচদণ্ড যাওঁতে গজপুৰ পাই ৰূপহী পুখুৰীতে হাতমুখ ধুলো। ঠাইখনৰ নামহে গজপুৰ দেই—হাতী হলে এটাও নাই। কথাতে কয় নহয় বোলে-নাম লয় ভোগাই, খায পানী কাঁহুদি। ডেৰকুৰি বছৰ আগেয়ে বুঢ়া-ৰজাই গজপতি হবলৈ হাবিয়াস কৰি জামিৰগুৰিত নগৰ পাতিলে—নানান ঠাইৰ হাতী ধৰাই আনি তাতে শাল কৰিলে। হাতী গোটখালে মুঠেই ত্ৰিশ-কুৰি—সৰ্গদেৱ গজপতি নহল পিছে নগৰৰ নাম গজপুৰ বৈ গল।

বুঢ়া ঘোঁৰা কোঁৱৰে নগা খেদি আহি তেতিয়া তাতে বাহা কৰি আছিল—লগত একহাজাৰী কাঁডীপাইক লৈ। আমি পাঁচোটাই গৈ তাত সোমালোগৈ আৰু ছাউনীতে জা-জলপানৰ নামত তুৰদীয়া বোকা চাউল একোমুঠি পকটিয়াই একদণ্ড পাছতে পুনৰ বাট বুলিলো। ঘোঁৰা কেইটাৰ পেটতো একোমুঠি ঘাঁহ পৰিল—সিহঁতো ঈশ্বৰে স্ৰজা জীৱহে। কষ্ট দিব নেপায।

গজপুৰৰ পৰা দেৱৰগাঁৱলৈ ভটিযাই বাৰকোশ পথ। বাটপদূলি তেনেকৈ নাই—হাবি কাটি লোং উলিয়াই যোৱাৰহে কথা। পিছ বঙালে ভাটিত ধৰা দিন হস্তে গডগাঁৱৰ পৰা পঞ্চৰতনলৈকে লুইতৰ পাৰে পাৰে ঢেৰ গড প্ৰাচ্ছি হল, খতিখন নোহোৱাকৈ অহৰহ তুৰৰী কটকী, সৈন্যসামন্ত অহাযোৱা কৰিয়েই থাকে। গতিকে চকুকাণ মেলি এনিওনি চালে ঠায ঠায লুংলুঙীয়া বাটপথ পায়। তাতে নামমাত্ৰ হাবি বাটি চাঁচি চুৰুকি নিকাই লব লাগে. ঘোঁৰাত গলে তাৰো নেলাগে। সেই গতিকে মই বেলি ভাটি দিযাৰ আগেয়েই দেৱৰগাওঁ পামগৈ বুলি নিচিন্ত হলো। দখিণ-কোলত সৰ্গদেৱৰ একছত্ৰী ৰাজ্য—বিপদ-বিঘিনি হবৰ কথা নাই। ঠেঙৰ তলত তেজী ঘোঁৰা, মূৰৰ ওপৰত চ'তমহীয়া মুকলি আকাশ, পোন বাট—নিচিন্ত মান লেকাম ঢিলাই আমি ঘোঁৰা চেকুৰাই দিলো।

পিছে, ভবা কথা নহয সিধি বাটত আছে কণা বিধি—খেনেক পাছতে কাৰ কপালত কি আছে কেৱেঁ নেজানে বোপাইহঁত—মানপী জীৱনটো তেজিনামৰূপৰ কেঁকুৰি পাহাৰৰ দৰে, পাকে পতি বিঘিনি। এই কথাৰ পৰিমাণ হাতে হাতে পালো বেলা ডুপৰীযা দিচৈ বাহৰ পাৰ হোৱাৰ পাছত।

মোৰ তাউথাম্ ঘোঁৰাটো আছিল চিক্‌চিকীয়া ক'লা। চৈযদ কৌতুক নবাবৰ ভেটীত অহা ডেৰকুৰি ঘোঁৰাৰ মাজৰ পৰা স্বযং সৰ্গদেৱে নিজহাতে

পৰখ কৰি চাই বাচি লোৱা। তেজক চাবানে চেহেৰাকে চাবা। জাওকে চাবানে গলধনকে চাবা। দেখিলেই বাঘা চোৱাৰীৰ মন লুক্‌লুকায়—এবেও উঠি চাবলৈ। সমান বাট পালে বিজুলী বেগত চলে, ওখোৰা-মোখোৰা হাবিতলীয়া বাটত ধুমুহাৰ দৰে। গতিকে যোঁটবন্ধা নাৱেৰে দিচৈ পাবহৈ যেতিয়া সমান পোন বাটত পৰিলো, মোৰ তাউখাম্ চলিল পাখিলগা কাঁড পাতৰ দৰে। আৰু লগত অহা লাকো-ধেমাইহঁত তুখুজীয়া খোজৰ এলাবাং ঘোঁৰা কেইটাৰে বহুত পাছ পৰি ৰল। এবাৰ ঘূৰি চাই সিহঁতক নেদেখি বোলো কাকডঙাৰ পাৰত ৰমগৈ—তাতে লগ পাম। যাব কলৈ— নগাৰ চাং তলেহে বাট।

তাহানি বুঢাৰজা সৰ্গদেৱে মোমাই তামুলীৰ হতুৱাই দেৱবগাঁৱৰ দ'ল বন্ধাইছিল—এশ আঠোটা খট্‌খটি বগাই উঠা নেঘেৰি পাহাৰৰ ওপৰত। টিঙৰ পৰা চাগে সিপাৰে জোলাইবন্ধাৰ পৰা চিনাতলী দেওপানীলৈকে বুঢালুইত দেখি, সেইবাবে নেঘেৰিটিং। চ'তমহীয়া বুঢালুইত শুকুলা খনীয়া চাদৰত চকলা চকলে মুগাৰ বুটাবছা, বাৰিষা এধাৰ ৰূপ। দ'লত নাচি নাচি ভাগৰত ঘনাই উশাহ লোৱা দেৱদাসীৰ উঠন বুকুৰ দৰে হিয়া জুৰ কৰা বতাহত হেন্দুলি হেন্দুলি উঠানমা কৰা সোঁতত ৰূপচকলীয়া তিৰবিৰণি তৰাৰ দৰে চিক্‌মিকায—জ্বলে, নুমায়। এনেহেন মোৰ লুইতৰ ধাৰ ঐ—তাৰ ফালে আঙুলি টোৱাঁই অসমীয়াই গৰ্ব্ব কৰে, 'সোৱা আমাৰ লুইত—অসমৰ শকতিৰ ঘাইশিৰ, অসমীযাৰ তেজৰ ধাৰ, শতুৰুক ধুই মচি উটাই নিয়া পগলা সোঁতৰ কালৰূপ।'

বেলা চৈধ্য দণ্ড যাওঁতে কাকডোঙাৰ সুঁতি দেখিলো। চ'তমহীয়া শুকান সুঁতি তুযোপাৰে অগাইধনি হাবি। তাৰে এচমকা মুকলি ঠাইত তাউখামৰ লেকাম খুলি আগঠেঙত ফান্দনি জুটি দিলো আৰু বুঢা জৰীগছ এজোপাৰ তলতে খন্তেক জিৰাওঁ বুলি ভাবিলো। ভাগৰো লাগিছে, চকুহালো টানি টানি নিছে। হেনেও ধেমাইহঁতলৈ ৰ'ব লাগিবই—ইয়াতে এঘুমটি মাৰি ললে হানি কি?

জৰীজোপাতে আউজি বহিছিলো—কেউফালে গছে পাত সলাইছে, চৰায়ে মাতিছে, বেলিটো মূৰত উঠিছিল যদিও ছাঁ ডোখৰ পাই শৰীললৈ

আলস্য ভাব আহিছিল। কেতেমান পৰ এনেদৰে কলমটিয়াই আছিলো কৰ নোৱাৰো, হঠাতে ঘোঁৰাৰ খুৰৰ খটাখট্ শব্দ শুনি কাণ ঠিয হ'ল। ৰণুৱা সঁজাতীৰ বোপাইহঁত থানিতো বিঘিনি বিথানিতো বিঘিনি। কোন সময়ত কলাঘুমটি কালঘুমটি হয় তাৰো ঠিক নাই—শুলেও চকুকাণ সজাগ।

মোৰ সোঁহাতৰ তৰ্জনীৰ তলতে কাঁচি জোনৰ দৰে এটা আঁক আছে সেইটো দেখি সৰ্গদেৱৰ লাইখৰি গণকে কৈছিল বোলে মোৰ বিথানিত অপঘাত মৰণ নহব। আগেভাগে বিঘিনিৰ উমান পাম, চকুৰে নোদেখাতেই কাণে নৌ শুনোতেই মনতে গম পাম যে কিবা এটি বিপদ আহিছে। ৰণুৱাৰ জীৱনত এই গিযান বৰ ডাঙৰ সম্বল বোপাইহঁত—বৰ ডাঙৰ সাহ। অৱশ্যে মাটিৰ কলহৰ দৰে ঠুন্‌কা জীৱনটোত এৰো ঠিৰাং নাই—তথাপি এনেকথা জানিলে মনতে পিত্ বান্ধিব পাৰি।

ঘোঁৰাৰ খোজৰ শব্দ কাণত পৰিল কি নপৰিল, মোৰ সৰ্ব্বশৰীৰ সঁষ্টম হ'ল আৰু টোপনি কাটি গৈ চকুহাল মেল খালে আৰু ডেৰকুৰি নল দূৰত দুটাকৈ চোৱাৰী ৰণুৱা চিপাহী দেখি পলকতে ঘুমটিৰ জাল কেনিবা উৰিল। লগে লগে বিজুলীৰ চমকৰ দৰে এশ এবুৰি ভাব মনত খেলি গ'ল। চোৱাৰী দুটা দেখাতে বঙাল, পাগতে চিন। মাজত নৈখন, সেইখন পাৰ হলেই সিহঁতে মোক দেখা পাব—ইমান দূৰৰ পৰা মোক মন নকৰিলেও অন্ততঃ পানী-যুঁৱলিত নিচিন্ত মনে চৰিথকা তাউখামৰ ওপৰত সিহঁতৰ চকু পৰিবই পৰিব। বুদ্ধিত ভোটোকা হলেও বঙালে ঘোঁৰা চিনি পায়। তাউখামক দেখিলেই সিহঁতে বুজিব সেই হেনটো ঘোঁৰৰ চোৱাৰী উলামূলা লোক হব নোৱাৰে অৰ্থাৎ অসম ৰাজ্যৰ কোনোবা লেখত লবলগীয়া বিষয়া ডাঙৰীয়া নিশ্চয় এইছোৱাত আবিৰ্ভাব হৈ বৰ্ত্তমান আছে। অৱশ্যে মোৰ দৰে ৰণকৌশলী বীৰ বুলি সিহঁতৰ চুটি বুদ্ধিয়ে ঢুকি নেপাবও পাৰে—তথাপি সিহঁতে ধাৰণা কৰি লব যে এইজনা লোক অন্ততঃ—কিবা বোলেনে—লাকো ধেমাইহঁতৰ দৰে সামান্য পাইক নহয়।

এইবোৰ আচম্বিত বিপদ আপদৰ সময়ৰ কথাবোৰ বোপাইহঁত, মানুহৰ জীৱনৰ বহুমূলীয়া পোৱাল মুকুতা—মনৰ সঁফুৰাত যতন কৰি সাঁচি থোৱাবহে যোগ্য কথা। সেই খেনত জৰীগছজোপাৰ তলত অকলশৰীয়া অৱস্থাত

ঘুমটিৰ জাল নৌ কাটোতেই চকুৰ আগতে আকাশফুটি ওলোৱা দুটাকৈ বঙাল দেখাহলে যি কোনো সামান্য ৰণুৱাই মহামূৰুখৰ দৰে ঘপহ্ কৰে কিম্বা এটা নোহোৱা নোপজা কাণ্ড কৰি পেলালেহেঁতেন। হয় সিহঁতে খনিকতে আপোন পাহৰা হৈ 'জয় সৰ্গদেৱৰ জয়' বুলি হেংদান উলিয়াই সমুখ সমৰত জঁপিয়াই পৰি বঙালৰ চোকা দীঘল তৰোৱালৰ আগত কচুকটা গলহেঁতেন, নহয় সিহঁতে ঠাইতে হাবিৰ মাজত স্লট্ কৰে লুকাই পৰি কাকডোঙাৰ পাৰত অগাইধনি হাবিত নাহৰফুটুকীৰ চোকা নখৰ আগত প্ৰাণ দিলোহঁতেন। নহলে গড়গাওঁ পাই সৰ্গদেৱৰ চাউদাঙৰ হাতত কটা গলহেঁতেন। হোঃ—এনে অপঘাত মৰণতকৈ ৰণুৱাৰ জীৱনত আৰু দুখৰ কথা কি থাকিব পাৰে?

অৱশ্যে মই তেনে লঠামূৰা বুদ্ধিৰ হোৱাহলে আজি তোমালোকৰ আগত এইবোৰ ৰটিবলৈ জীযাই নেথাকিলো হয়। মোৰ গাত বল যিমান, মূৰত বুদ্ধিও সিমান। অঁ'—কি সুধিছা? মই কৰিলো কি? হেঃ হেঃ—তোমালোকে শুনি আচৰিত নহবা বোপাইহঁত, এতিয়া কওঁতেও হাঁহি উঠা যেন শুনি—মই ঠাইতে জাঁপমাৰি জৰীগছজোপাৰ খোৰোংটোলৈ উঠিলো। কাৰণ এনে সঙ্কটৰ খেনত মোৰ দৰে গধুৰ দায়িত্বৰ ভাৰবোৱা ৰণুৱাৰ প্ৰধান কৰ্ত্তব্য হ'ল—'এতিয়া কিকৰা উচিত'—তাকে শান্ত সুস্থিৰ মনেৰে খন্তেক চিন্তা কৰা। আৰু তাকে কৰিবলৈ এচমকা নিৰল ঠাইৰ প্ৰয়োজন। হওঁতে জৰীগছৰ তলখনো এক প্ৰকাৰ নিৰলেই আছিল, পিছে দুটাকৈ বঙাল সেই ছোৱাত থাকোতে সি ঠাই নিৰাপদ নহয়। চিন্তা কৰিবলৈ নিৰাপদ ঠাই লাগে বোপাইহঁত, আপদ-বিপদে জুমুৰি দি ধৰিলে আৰু কি চিন্তা কৰিবা?

জেকনি জেকনি লগা সেমেকা খোৰোংটোত বহি পিছে বুজিলো যে তাৰপৰা বঙাল দুটাৰ গতিগোত্ৰ নিৰিকি চাবলৈ প্ৰশস্ত নহয়। ইপোনে তাত কুমজেলুকা কেৰেলুৱা আদি ইতৰ প্ৰাণীৰ সমাগম কিছু অধিক। সেই নিমিত্তে ওলোমা শিপা এডালত ধৰি বগাই গৈ ঠাইতে ওপৰৰ ফেৰেঙণি এটাত বহিলোগৈ আৰু চকু পিৰিকিয়াই বঙালৰ আলখলেখ চাবলৈ ধৰিলো।

এনেহেন অৱস্থাত পৰিলে যে শীতল মগজুৰে ধীৰে সুস্থিৰে চিন্তা কৰাৰ কিমান প্ৰয়োজন তাক তোমালোকে মোৰ দৰে চকুৰ নোমলৈকে

পকা বয়স হলেহে বুজিবা। মই ভাবিলো ৰঙালে তাউখাম্‌ক দেখিব। তেতিয়া সিহঁতে কি কৰিব ? এইটো প্ৰথম চিন্তাৰ বিষয়। অৰ্থাৎ বঙাল নবাবৰ আহাদি হৈ আছি যদি মই নদায়ে এই অটইৰ হাবিৰ মাজত তাউখাম্‌ক দেখো—মইনো কি কৰিম ? শতুৰুৱে কি কৰিব জানিবলৈ হলে নিজকে শতুৰুৰ ঠাইত বহুৱাই ভাবিবা। ঘোঁৰা দেখিলেই বঙালে বুজিব যে ৰণুৱাও আছে—কাৰণ ধোঁৱা দেখিলেই জুই। ৰণুৱাটো হয় পলাইছে নহয় ওচৰে-পাঁজৰে জিৰাইছে, ঘোঁৰা এৰি সি দূৰলৈ নেযায়। এতিয়া সিহঁত বঙাল হুটা—গতিকে সবল। তাৰমানে সিহঁতে সমুখে যুঁজিব লাগে—অৰ্থাৎ এই অকলশৰীয়া আহোম ৰণুৱাটোক বিচাৰি উলিযাই কাটিব লাগে। নহলে সিহঁতৰ নিজৰ গালৈকে বিপদ।

তোমালোকে আমাৰ কালৰ যুঁজ-বাগৰৰ নীতি-কৌশলৰ কথা ৰবকৈ নেজানা চাগৈ। এৰা, জানিবানো কেনেকৈ ? শৰাইঘাটৰ পাছত বঙালে এইপোনে ভুমুকি মাৰিবলৈ এৰাৰ পৰা আমাৰ অসমীয়া প্ৰজাখানে যুঁজ-বাগৰৰ কথাকে পাহৰিলে। সেই দিনত আমি দলদোপ্‌-হেন্দোলদোপ্‌ কৰি ত'ত শদিযাৰ পৰা পঞ্চৰতনলৈকে ভ্ৰমি ফুৰিছিলো—নাৰে-তাৰে, পৰ্ব্বতে-পাৰাণ্ডে। দলেবলে যলৈকে গৈছো বছাৰী-জয়স্তা ডিমৰুৱা-ৰাণী সকলো ৰাজ্যই মূৰ দোঁৱাইছিল, বোজবাজ দি পুহিছিল। আমাৰ ডা-ডাঙৰীযাবোৰলৈ ভাৰভেটী ওলৰ বয়বস্তু পঠাইছিল। আমি ঘূৰি অহাৰ পাছত সেই ৰাজ্যত আকাল হৈছিল, কাকতী ফৰিঙৰ দৰে আমাক সিহতে ডৰাইছিল। সেইদিন আৰু নাই। সেই ফুকন ডাঙৰীয়াবোৰ মৰি ভূত হ'ল—মাথোন কালৰ সাখী হৈ মই বাকী আছো আৰু ফাঁপৰেধৰা কুকুৰৰ দৰে অকামিলা হৈ তোমালোকৰ আগত সেইদিনৰ কথা কৈ ত্বুবেলা ভাতমুঠি মোকলাইছো—মোৰ ৰপাল।

অঁ—কি কৈছিলা ? যুঁজ-বাগৰৰ নীতি কৌশলৰ কথা ? তেতিয়াৰ দিনত যুঁজ আছিল দুবিধ—এবিধ সমানে সমানে আনবিধ সমানে অসমানে। প্ৰথমবিধ মুখামুখি যুঁজ—তাথৈ তাথৈ ৰণ, যাৰে বল তাৰে চল। পিছৰ বিধ যুঁজ চোৰাং, দুৰ্ব্বলীযে ঠাইতে গা-ঢকা দি লুকাই চুৰকৈ পাছফালৰ পৰা শতৰুক ঘালে। এই পিছৰবিধ যুঁজক খেনো খেনোৱে মস্কৰা কৰি দগা দি কটাও বোলে, খেনোৱে ফুৰুলি মৰাও বোলে, পিছ আচলাত এইটিও এক

কৌশলহে। অকলশৰীয়া অৰণ্যত আৰু নিজৰ দেহালৈ টান পৰিলে এইবিধ ৰণহে প্ৰশস্ত।

এতিয়া মই চিন্তা কৰি পালো যে বঙাল দুটাই মোক বিচাৰি হাবিবন চলাথ্ কৰিব কাৰণ সিহঁত সবল। এই ভাব মনলৈ অহা মাত্ৰকে প্ৰকাণ্ড জৰীগছজোপাৰ ওপৰলৈ চকুপৰি মোৰ বুকু চিৰিংকৈ গ'ল। গছজোপা লঠঙা, যিবা দুই-চাৰিটা কোঁহপাত ওলাইছে, তাৰ আঁৰ লব নোৱাৰি। ততালিকে শকত ফেৰেঙণিটোৰ ডাল এটাতে গবামাৰি ধৰি গা লুকালো। ইয়াকে উপস্থিত বুদ্ধি বোলে বোপাইহঁত, ৰণুৱাৰ জীৱনৰ একমাত্ৰ অবলম্বন। সেইদৰে আঁৰ লৈ চকুৰ পচাৰ নমৰাকৈ বঙালৰ ফালে চাই থাকোতে ভয়তে ঘামিছিলোনে জ্বৰতে ঘামিছিলো নেজানো—সেই চ'তমহীয়া ৰ'দাতো বুকুখন চেঁচা চেঁচা লাগিছিল।

বঙালৰ ঘোঁৰা দুটাই এখুজি দুখুজিকৈ পানী জুখি জুখি কাকডোঙা পাৰ হৈছিল—অৰ্থাৎ আগ-ভৰিটাৰে পানী কিমান দ তাৰ পৰখ্ কৰিহে খোজটো দিয়ে। বঙাল দুটাই সতৰ্কিতে ইভিতি সিভিতি চাইছে—পৰদেশত সিহঁতৰ সেইদৰে চোৱাটো নিয়মই—জোপে জঙ্গলে মৰাণ ক'ত থিত্ দি আছে নেজানি।

নেমুটেঙাহেন চকুদুটা ঘূৰাই-পকাই ইফালে সিফালে চাওঁতে সিহঁতৰ চকু পৰিল চাগে নিচিন্তমনে নদীৰ পাৰত ঘাঁহখাই বিচৰণ কৰি থকা লেকামবিহীন তাউখামৰ ওপৰত। কাৰণ হঠাতে উজুটি খোৱাৰ দৰে লেকাম টানি নদীৰ বুকুতে সিহঁতে ঘোঁৰা থেমালে আৰু মই ভবা মতেই ঘোঁৰাৰ গৰাকীৰ দৰিশন পাবলৈ মাটিয়ে আকাশে চকু বুলাবলৈ ধৰিলে। পিছত অহা আহাদিটো দোখিলে নিৰীহ নিমাখিত যেন লাগে—পিছে সিহে আগৰাটোক তৰোৱালেৰে খুচি কিবা এটা কলে। বঙালৰ ভাষা মোৰ জনা আছে, পিছে সিহঁতৰ কথাবতৰা শুনিবলৈ নোপোৱাত কি কথা কলে বুজিব নোৱাৰিলো। তাৰ পিছত অৱশ্যে দুয়োটা বঙালে চকুৰ ওপৰত হাত দি মই ওলমি থকা জৰীজোপাৰ ফালে চালত কথা কি বুজিবলৈ আৰু বাকী নেথাকিল—কথা বিসঙ্গতি।

ফোৰঙণিটাৰ ডাল এটাত গবামাৰি ধৰি মই দীঘল হৈ পৰি আছিলো

মোৰ সোণহঁত, এটা চকু মুদি আনটোৰে ফেৰেঙণিৰ মাজেদি বঙাললৈ চাই আছো—বঙাল থকা ফালৰ পৰা মোক দেখা নেপায—সেই গতিকে নিশ্চিন্ত। পিছে ফেৰেঙণিটোৰ ফালে আঙুলি টোঁৱাই সিহঁতে টেকৰাটেবিকৈ চোৱা দেখি মোৰ মনতে সংশয় হ'ল, বোলো কিবা উমান পালেনেকি। এহাতেকে খেপিয়াই চাই দেখো মোৰ পাটৰ পাগুৰিটোৰ দুহতীয়া নেগুৰডাল ফেৰঙণি-টোৰ তলেৰে ওলমি ভৰদুপৰীয়াৰ ৰ'দত চিক্‌চিকাই আছে আৰু অগাইধনি হাবিৰ মাজত এনে খানদানী দৃশ্য দেখি হবপায বঙাল দুটাই তাক কোৱাবখনা কৰিছে। অৰ্থাৎ চমুকৈ কবলৈ গলে মই ধৰা পৰিলো।

এনেবোৰ খেনাতে বোপাইহঁত ৰণুৱাৰ জীৱনত উপস্থিত বুদ্ধি লাগে। থিতাতে তোমাৰ মগজুত বুদ্ধিৰ বিজুলী খেলিল যদি বাচিলা, নহলে নিগমে মৰণ। মই দেখা পালো, বঙালে তৰোৱালৰ নালত হাত দি একাঠ পানীৰ মাজত ঘোঁৰাৰ লেকাম জৰীজোপাৰ ফালে ঘূৰালেই—বিদেশ বিভূঁই জেগাত সিহঁত আতিকে সন্থম।

পিছে এই থৰভীৰ নদাই সজাতীও সামান্য পাইকৰ পৰা ভূকুত কলাটো পকাই একেদিনাই সৰ্গদেৱৰ সজাঁতী হোৱা নাই। ৰণুৱাই ৰণ কৰে, ডাঙৰীয়াই বুদ্ধি দিয়ে, পিছে দুয়োটা গুণ সমানে গাত থাকিলেহে সঁজাতী— নহলে পোৱাগুটীয়া পাইকহে। মই ঠাইতে মূৰৰ পৰা সাঁচ সাঁচ পাগুৰিটো সোলোকাই ফেৰেঙণিত বহুৱালো ওলোমা নেজডাল একেদৰেই ওলমি থাকিল। তাৰপিছত মূৰত পাগুৰিৰ অনিহনে অকল বুদ্ধিসাপা লৈ লাহেকৈ গা-গছজোপাৰ আঁৰ ললো আৰু ডালটোৰ পৰা নামি হাবিৰ আঁৰে আঁৰে বগুৱা বাই গৈ ছয় নলমান আঁতৰৰ জোপোহা এটাৰ আশ্ৰয় লৈ পুনৰ বঙালক আলেখলেখ চাবলৈ ধৰিলো।

পাৰত উঠিয়েই সমুখৰ বঙালটোৱে খাপৰ পৰা তৰোৱাল উলিয়াই জৰীজোপাৰ ফালে বিজুলীবেগে ঘোঁৰা চেকুৰালে। ওচৰ পালত দেখিলো সিহঁতৰ হাতত হিলৈ নাই—ঘোঁৰাৰ জিনতহে দুটাকৈ জামদাৰ হিলৈ বন্ধা। সেইবিলাক গধুৰ হিলৈ, ঘোঁৰাৰ পিঠিৰপৰা চলাবলৈ টান, খাজাতেও ঢেৰ সময় লাগে। চলবুজি মই খোচানাৰ পৰা মোৰ সৰু হিলৈটো উলিয়াই খাঁজি ললো আৰু চাপ্‌কানৰ ভিতৰত সিযা সৰ্গদেৱৰ পত্ৰখানত আঙুলি বুলাই

বুকুত সাহ বান্ধিলো। তাৰ পাছত বঙালৰ পোনে হিলৈ টন্ কৰি ৰলো, বোলো জৰীৰ তলতে সিহঁতো ৰব, ময়ো থাৰ উৰাম। এক্তাই খাৰেৰে এটাক বগৰাব পাৰিলেই হ'ল—বাকীটো নদাইৰ হেংদানৰ আগত কেতপৰ ?

এমান পৰলৈকে বঙালৰ গতিবিধি কাৰ্য্যকলাপ মই ভবা গতেৰেই হৈছিল দেই—অৱশ্যে মোক বঙালে গছৰ ডালত দেখা পাব বুলিহে ভবা নাছিলো। নেগুৰ থকা পাগুৰি ৰণুৱাই নিপিন্ধে, মই সৰ্গদেৱৰ কাকত অনা কাৰণেহে পিন্ধিব লগা হৈছিল—গতিকে তাৰ কথা মনতে নাছিল। সিবোৰ যাইহওঁক বাক, এতিয়া শেষ ভাল যেতিয়া সকলো ভাল। জৰীগছত লোধোম হৈ ওলমি থকা হকৈ এতিয়া ভালহে হ'ল—তাত হাত দুখনো বন্দী হৈ আছিল। ৰণুৱাৰ বোপাইহঁত, হাত দুখন ঘাই সম্বল—তাকে বন্দী হৈ থকাটো মহা আপদ—হিলৈ হেংদান একোতো চলাব নোৱাৰি। এতিয়া জোপাৰ আঁৰত হাতো মুকলি মনো মুকলি। বঙালে গছৰ ডালত থকা মোৰ পাগুৰিৰ ফালে তৰোৱাল টোঁৱাইছে, মই দূৰত শাস্তিৰে বহি সিহঁতৰ পাগুৰিৰ ফালে হিলৈ টন্ কৰি আছো। মোৰ পাগুৰিৰ ভিতৰত অৱশ্যে মোৰ মূৰটো নাই দেই, সিহঁতৰ আছে।

এনে সময়তে এক নোহোৱা নোপজা কাণ্ড বোপাইহঁত, মইহেন টিমক লোকেও যিটোৰ একো তং ধৰিব নোৱাৰিলো। বঙাল দুটাই আহি জৰীগছৰ গুৰি পাই ফেৰেঙণিটোৰ তলতে ঘোঁৰা থেমালে আৰু তৰোৱাল তুলি এপলক ওপৰলৈ চাই নিমিষতে ভূত দেখা মানুহৰ দৰে বিকট চিঞৰ মাৰি তৎকালে ঘোঁৰা ঘূৰাই বিম্বাশবাদে পলাল। মোৰ খঙ্গা হাতহিলৈ হাতত টন্ কৰাতে থাকিল—সিহঁতে এই ভৰ দুপৰীয়াখন গছৰ ডালত বুঢাডাঙৰীযাই দেখিলেনে বাঘেই দেখিলে একো ঠিৰাং কৰিব নোৱাৰি মই বৰ বিবুধিত পৰিলো আৰু বঙাল দুটা নোদেখা হলত হাতহিলৈ সামৰি সাৱধানে এখুজি দুখুজিকৈ জৰী-জোপাৰ তললৈ আহিলো।

ফেৰেঙণিটোৰ তলত ঠিয় হৈ ওপৰলৈ চাওঁতেই পাগুৰিটো খহি মোৰ ভৰিতে পৰিলহি। কিনো বিমোহন কাণ্ড ঐ—গছজোপাৰ ফেৰেঙণিটো নাই। ওলোমা শিপাডাল আছে, মই আঁৰ লোৱা শকত ডালটোও আছে কিন্তু মই সাবটি ধৰি থকা দুহাত বেঢৰ শকত ডালটো কিবা ফুক্‌মন্ত্ৰৰ বলত খিতাতে

নোহোৱা হ'ল। হঠাৎ খোৰোঙটোলৈ চকু পৰি মোৰ ৰণুৱা তেজ হিম হৈ গল বোপাইহঁত, এটা বিযাগোম অজগৰে খোৰোংটোতে গাৰ এডোখৰ পকাই মূৰটো তললৈ কৰি কেৰেচীয়া কাটি লাহে লাহে নামিছে। জৰীগছৰ ডাল বুলি কি বস্তুটো যে বুকুত সাবটি ধৰি মই এপৰ বেলি ওলমি আছিলো ভাবিযেই গাৰ নোম ডালি ডালি হ'ল। পিছে সাপটোৰ গাতে গবামাৰি ধৰি আছিলো বুলিহে জানিবা সাৰিলো দেই—অজগৰে আকৌ মূৰটো ঘূৰাব নোৱাৰে নহয়। ভাগ্যে বগাল দুটা ওলালহি, ঈশ্বৰে যি কৰে ভাললৈকে কৰে বাছাইঁত—নহলে গছৰ তলত টোপনিযাই থাকোতে সৰ্গদেৱৰ কাকত-পত্ৰ সহিতে এই নদাই সঁজাতী অজগৰৰ পেটত সোমাই গেটেপাতে জীন্ গলাহঁতেন। ইযাকে বোলে, অৰণ্যত্তা মৃত্যু নাই ৰাখন্তা ঈশ্বৰ, তথাপি মৰণ আছে গৰ্ভৰ ভিতৰ।

ইবাৰ সিবাৰ নাচাই পাগুৰিটো টপক্ কৰে বুটলি লৈ ভিৰাই ধৰি লৰ মাৰি কাকডোঙাৰ পাৰতহে উশাহ সলালোগৈ। পিছে বিপদ অকলে নাহে বোপাইহঁত, জৰীগছত অজগৰে মুখ মেলি আছে, সি মোৰটো কোবত চলিব নোৱাৰে কাৰণেহে। গুচৰতে ক'ৰবাত দুটাকৈ বগাল ক'ত খাপ্ পাতি আছে তাৰ নাই ঠিক্—ইফালে নদীৰ পাৰত মোৰ ভাউখাম্ নাই। ইপোনে সিপোনে চাই ঘোঁৰা বগাল একাৰে চিনচাব নেদেখি মনত সাহ বান্ধিলো আৰু হাবি-তলীযা বাটটো পালোগৈ। নিজৰ আলৈ আথানিৰ কথা ভাবি চকুৰ পানী ওলাল, মই ভটীযাই ওলোৱা নদাই সঁজাতী কালৰ কুটিল গতিত এতিযা উজাবলগীযা হ'ল, তাকো ঘোৰা নাই হাতী নাই খোজকাঢ়ি। নদাই হেন লোক ৰণত পৰি কলীয়া হ'ল ঐ বোপাইহঁত, সেইখন অটব্য অৰণ্যত মই অকলে চাপ্কানত সিযা ৰজাঘৰীযা কাকত, মূৰত ৰাজাৰ দাযিত্ব। মনতে সৰ্গদেৱৰ চৰণত খেমাহে বিচাৰিলো বোলো এইবাৰ নদাযা গ'ল, মানযাহো গ'ল।

তলমূৰ কৰি গুজুং গুজুংকৈ কেইনলমান উজালো হবপায—কাষতে হাবিৰ মাজত মানুহৰ মাতকথা শুনি আচৰিত হৈ উমান লওঁ বুলি থমকি ৰলো। আধাকৈঁচলুৱা বগলুৱা ঠাচৰ কথা—পিছে মাতটো চিনাকি যেন লাগিল। এৰা—হয়। ভগাঢোল হেন এইটো আমাৰ ধেমাইৰ মাত। অজগৰে-বগালে এইখন উখামুখত পৰি সিহঁত চাৰিটা পাইকো যে মোৰ

পাছে পাছে আহি আছে পাহৰি আছিলো। আঃ—কি সুখৰ কথা। ইহঁত তেনেহলে আহি ওলাইছেহি।

এটা কথা চিৰকাললৈ মনত ৰাখিবা বোপাইঁত, বুকুত সাহপিত, মনত হেঁপাহ আৰু শৰীলত বলৰাখি এহাগুধীয়া চেষ্টা কৰিলে, সত্ত উদ্দেশ্য পূৰণত ঈশ্বৰে সদায় সহায় কৰে। লাইখৰিয়ে কয় বোলে এইটো কিবা পুৰুষার্থৰ কথা কথাটো কিন্তু ঠিক—নহলে ধেমাইইঁত এই ছোৱাত ৰোৱাৰ কথা নহয়, এৰেওঁ বহল এমুঠন দ চ'তমহীয়া কাকডোঙাখন ঠাইতে দেওমাৰি পাৰহৈ নাকৰ পোনে চলি যোৱাৰহে কথা। সিহত ৰবগৈ লাগে ধনেচৰীৰ পাৰতহে, তাতহে পেৰিবলৈ নাওদুনি নাওবৈচা তিয়াৰ কৰিবগৈ লাগে। মই নদাইৰ কাৰণেও চিন্তা কৰি সিহঁত ৰোৱা নাই চাগৈ—মইহেন পাগত উঠা ৰণুৱা, সমস্ত ৰাজ্যৰ দায়িত্ব যাৰ শিৰত তেনেহেন বীৰৰ কাৰণে চিন্তা কৰি সিহঁত ইযাত থেমিবানে? মই ইযাত ৰোৱাৰ কথাও সিহঁতে নেজানে—গতিকে নিশ্চয ক'ৰবাত কিবা বিধাৰণ হল। যদি হৈছে সিও ভালৰ কাৰণেই হৈছে দেই—নহলে মই অথাই পানীত পৰিলো হয়।

মই যেনেহেন বীৰপুৰুষ তেনেহনকৈ বুকু ফিন্দাই কথাৰ উৱাদিহ লবলৈ কাষ চাপি গলো। পাতলীয়া হাবিকণ চেৰাই ভুমুকি মাৰি চকু খাই গলো— ঔ মোৰ ভৈযাই। এৰাচোন মোৰ ৰণুৱা পাইকসকলে বঙাল দুটাক ঘেঁৰাৰ পৰা নমাই বেঢ়ি ধৰি ৰজাঘৰীয়া দোপ্‌দৰত সাখীৰ দৰে জেৰ্‌ কৰিছে। বঙাল দুটাযো বেঙেমূতা গৰুৰ দৰে কঁপি কঁপি কিবা বিৰ্‌বিৰাই উত্তৰ দিছে। দেখিযেই বুজিলো কি সুধিছে সিহঁতে চয কৰিব পৰা নাই, সোধাযো উত্তৰৰ মোৰ বুজা নাই। এৰা, বঙালনো লাকোহঁতক খাচ্‌ গড়গঞা ঠাঁচৰ কথা বুজে কেনেকৈ—আৰু হুইতোনো বঙলুৱা মাতকথাৰ কি আঁত পাব? ধেমাযে বাৰে-কোপতি সোধে, 'ক'ত আছে ক। আৰু বঙালে হাতভৰি জোকাৰি অগ্রং বগ্রং কিবাকিবি কয়। চাৰিটাকৈ আহোম ৰণুৱাই ঘেৰি ধৰিছে, বঙালৰ মুখত মাত ওলক ছাৰি সেপ ঢুকিবলৈকো ৰহ্‌ অকণ নাই—।

খেনেক্‌ চাই-চিতি থাকি কি কথা কি বতৰা একো মোৰ ধৰিব নোৱাৰিলো। যদিও গতিক দেখি বুজিলো যে আজি ধেমাইহঁত গড় গঞা অঁকৰা মৈত উঠিছে— সোধাৰো অন্ত নাই উত্তৰ দিযাৰো অন্ত নাই। বঙাল থক্‌থক্‌কৈ

কঁপিছে আৰু ইহঁতৰ খং খনে খনে চৰিহে গৈছে। ধেমাইৰ মুখত কেঁচাইখাতীৰ তেজ—আজি শেনৰ এজাত্।

মই পিছে সিহঁতৰ মুখিয়াল স্বৰূপে এটা কথা এইখিনিতে চিন্তা কৰিবলগীয়া হ'ল—। বঙাল মৰক হানি নাই, কিন্তু ক'ৰ মানুহ, কি কথা, কি কাৰণে আহিছে এইবোৰ উৰহী গছৰ গুৰ নোলোৱাকৈ বাটপথে লাগ পালেও বঙাল কাটিবলৈ সৰ্গদেৱৰ মনা আছে। খেনোবোৰ পলাই পিছলি অহা ৰণুৱা, কিন্তু কেতবোৰ আকৌ কটকীও আহে। এইবোৰক সুধিয়েই ফুকনসকলে বঙালৰ বা-বাতৰা লয়, সিহঁতৰ আগলি দিগলিবো খা-খবৰ পায়। গতিকে নিজৰ গালৈ টান নপৰিলে বঙালকো দগা দি কটা ভাল নহয়। এনে অবস্থাত কি কৰা যায়?

অলপ দূৰৈত দেখিলো বঙালৰ ঘোঁৰা দুটা বান্ধি থোৱা আছে—কাষতে মোৰ ভাউখাম। দেহি ঐ—বপুৰাই বঙালৰ কাজলী ঘূঁৰীজনী দেখি মোহ গ'ল চাগৈ—এচৰাত লেডৰ পেডৰ কৰি আছে। আগঠেঙত ফান্দনি জোঁটা আছে বুলিহে ৰক্ষা—নহলে ইহাঃ বঙালে আহামে যাদবা কৰিলে হয় এতিয়া?

পিছে সেইবোৰ দৃশ্য চাই মন জুৰাবৰ পৰ তেতিয়া নহয়—ধেমাইৰ টিংটিংভিয়া খংটো দোপত্ দোপে চৰিহে গৈছে—ভৰদুপৰীযাখন হাবিৰ মাজতে এতিয়া কাণ্ড এটা কৰে। এনে সময়তে মই নদায়ে ৰংপথাৰত প্ৰবেশ কৰা ভাল—নহলে দুই চকৰীয়া অঁকৰামূৰীয়া ধেমায়ে হঠাতে ঘাপ্মাৰি বঙালক দুছোৱা কৰিবও পাৰে—তেতিয়া সৰ্গদেৱৰ আগত মোৰহে মুখ উলিওৱাৰ থল হেৰাব, মইহে শ্ৰীচৰণত সমস্তে বাইখান্ কৰিব লাগিব সুৰুযৰ মুখত কোনে সোপা দিব? আৰু মইনো তাত মিছা মাতিবগৈ পাৰোনে? গতিকে মই এবাৰ চেগ্বুজি ধেমাইৰ মুখৰ আগতে ভোটোংকৰে ওলাই গলো।

ৰণুৱা পাইক এটাইকেউটাৰে মূৰত যেন আকাশ ফুটি চৰগ্‌হে পৰিল বোপাইহঁত, কেউটাই টেলুকাটেলুকিকৈ মোলৈ চাই আচন্দ্ৰায়ে পোৱা মানুহৰ দৰে ঘোঁৰাৰ ওপৰতে টলং-ভটং কৰিবলৈ ধৰিলে। বঙাল দুটায়ো চেলুবুজি সিহঁতৰ ঘোঁৰা দুটাৰ ফালে চোঁচা ললে। তেহে মই, 'ধৰ ধৰ, বঙাল পলাল' বুলি চিঞৰ ধৰিলত জানিবা লাকোৰ গিয়ান ঘূৰিল। থিতাতে

হেংদাখন উলিযাই সি বঙাল দুটাক খোঁখিলে। বঙালেও তৰোৱাল উলিযাইছিল—পিছে ইহঁত চাৰিটাতো—তম্ভিব নোৱাৰিলে। তাতে মযো হেংদান উলিযাই খেদা মাৰি গলত তৰোৱাল পেলাই বইচ্ হৈ সিহঁতে মাটিত আঁঠু লৈ বহিল আৰু আমাৰ কৰভীয়া খুমন পাইকে 'এবাৰ সাপে খালে ঘূৰিবাৰ লেজুলৈকো ভয়' বুলি হবপায এইবাৰ সিহঁতৰ হাতত লোৱা লগালে।

এতিযাহে আমাৰবোৰো ঘোঁৰাৰ পৰা নামিল আৰু আটাইবোৰ মাটিতে ঘূৰণীযাকৈ বহিলো—মই নিজৰ মানটো ৰাখি গছৰ মূঢ়া এটাতে অকণমান ওখত বহিলো, তাৰ পিছত ধেমাইব বোলো, 'কি হল ক হক।'

ৰজাঘৰীযা এই পাইকবোৰ ৰণথলীত যেনে চোকা ৰণুৱা বোপাইহঁত কথা-বতৰাত তাৰ এশগুণ ভোঁটা। নাও সজাৰপৰা ৰৰহিলৈ মৰালোক সকলো কামতে ইহঁত পাকৈত, কিন্তু মুখখন মেলিবলগীযা হলেই লেঠা। আকাশৰ পোনে চকুহাল টোঁৱাই লৈ আগ নাই গুৰি নাই মুখত যিহকে আহে তাকে হৌ-হৌকৈ বলকিব, লাগে তুমি বুজা বা নুবুজা। মুঠতে কেউটা পাইকে এপৰমান একেলেথাৰিযে ডালপাত কোবোৱাৰ পাছত মই এভাগ শুনি আৰু তিনিভাগ মনতে ধৰিলৈ যি বুজিলো, কথাটো হল এই :

অৰ্থাৎ বেলা দুপৰীযা আমাৰ চাৰি বীৰপুৰুষে কাকডোঙাৰ পাৰ পাই দেখিলে তাউখামে অকলশৰে আপোনমনে পানীযুঁৰলিত ঘাঁহ খাই আছে। এতকে ওচৰতে ক'ৰবাত মযো আছো বুলি অনুমান কৰি সিহঁতে ইভিতি সিভিত চাইছিল—তেনেতে নদীৰ বুকুত আহাদি দুটাক দেখি হাবিৰ আঁৰ লালে। আহাদি দুটাই পিছে সিপোনেহে গল—ইহঁতে নিৰিকি নিৰিকি চাই দেখিলে যে গছৰ তলত বঙাল ওপৰত মই। মোৰ বিপদ বুজি সন্ত্ৰম হৈ চাৰিটাই চোঁচা লৈছিল, পিছে ইতিমধ্যতে হিলদল ভাঙি বঙাল ঘূৰিলেই। গতিকে হাবিতলীযা লুংলুঙীযা বাটৰ দুয়োকাষে চোপ্ লৈ দৰি দি ইহঁতে বঙালক ধৰিলে আৰু মোৰ কি হল কি কথা সুধি জেৰ্ কৰি থাকিল।

তোমালোকে চাগৈ দ'ৰি দি ধৰা ৰণ-কৌশলৰ কথা নেজানা—এৰা, বঙালো গল, যুঁজৰ এইবোৰ কায়দা কিটিপৰ কথাও কেৰেঁ নজনা হল। দ'ৰি দি ধৰাৰ কৌশলটো ঠেক বাটত যেতিযা শত্ৰুৱে বেগী ঘোঁৰা দৌৰাই যায়

তেতিয়া খটাব লাগে। বাটৰ দুয়োকাষে দুজন চোৰাবীয়ে ধোঁৱাত উঠি বুকুৰ সমানত, আঙুলিটোমান শকত এৰী সূতাৰে খৰপাকত পকোৱা এডাল ফাঁই টানি ধৰে। গছৰ ঠানি বা গা-গছত দ'ৰিডালৰ এটা মূৰ বান্ধি দিব পাৰিলে বেছি ভাল। কিন্তু সাধাৰণতে এনে কামত হাতত সময় একেবাৰে কম থাকে, সুবিধামতে শকত গছো পোৱা নেযায়—সেই কাৰণে তেনে কটকটীয়া যোগান ধৰিবলৈ সুবিধা নহয়গৈ। প্ৰথমতে দ'ৰিডাল ঢিলাই ধৰে। ঘোঁৰা চেকুৰাই অহা শতুৰু যেতিয়া ওচৰ পাযহি তেতিয়া দ'ৰিডাল টানি ধৰিব লাগে আৰু তাৰ গলত দ'ৰিডাল লাগো লাগো হওঁতেই চেমন বুজি বৰশীত চিপ্ মৰাৰ দৰে উলাহি লুটুপ্‌কৈ চিপ্ মাৰি দিব লাগে। কি ঘটিল বুজি পোৱাৰ আগতেই বণুৱাটি কুটুপ্‌কৈ মাটিত সৰি পৰিব, তাৰ ঠেঙৰ তলৰ ঘোঁৰাটো সৰাক এৰাই গৈ কোনবাতে কোনোবা ধুপুৰী পাবগৈ। সৰহীয়া বণুৱা হলে পিছ দ'ৰি দি ধৰাটো টান দেই—অৱশ্যে খুব বেগাই চলা ঘোৰা হলে চাৰি-পাঁচোটা মানক এনেকৈ বগৰাব পাৰি। ঘোঁৰা লাহে-ধীৰে চলিলে এটা কি দুটাকহে পাৰি। ঠটা মাটিত গুৰি কঁঠালটো পৰা দি পৰি এনেবোৰ বণুৱা প্ৰায়েই বহুপৰ মূচ্‌কঁচ্ গৈ থাকে—পিছে কোঁতয়াবা তাৰ বেতিক্ৰমো হয়। তেনে থলত মাটিত পৰাৰ লগে লগে হেংদান উলিয়াই বোঁচ ধৰি বান্ধি পেলাব লাগে। এইবেকইটা বঙাল বোলে খন্তেক মূচ্‌কঁচ্ গৈ আছিল, পিছত গিযান পাই বোঙমূতা গৰুৰ দৰে কঁপিছোহে কঁপিছে—মুখৰ মাতকে ওলোৱা নাই। আমাৰ দিনত বোপাইহঁত, দ'ৰি-দি-ধৰা, চিপ্‌লগোৱা এইবোৰ কৌশল কঁকালত পানীগামোছা অঁৰাৰ কালৰপৰাই সকলোৱে জানিছিল।

পাছে ধেমাইহঁতক বোলো, 'তহঁত জধামূৰ্খ, অজগৌ। তহঁতেযে হাবিৰ মাজতে বৰবকৰাৰ দোপ্‌দৰটো পাতি লৈ মেল সুধিবলৈ বহিলিহঁক, মোৰনো কি গতি হল বিচাৰ-খোচাৰ নকৰিলি কিয়?' মাজুলীয়ালৰ ভেলুৱাই বোলে, মই গৈছিলো, দেৰক গছৰ ডালত দেখা হে নেপালো। গতিকে বোলো দেৱক ইহঁতে কিবা কৰি কৰবাত লুকুৱালেহে।' মই বোলো, 'গৰুধ্বজ, দুটা ইতৰ আহাদিয়ে মই হেন বীৰক কাটিমাৰি খন্তেকতে কৰবাত লুকাই পেলালে বুলি ভাবিলি যেতিয়া—।' সি বোলে, তাকেহে ৰঙালক

সুধিপুছি উত্তৰ পোৱা নাই—এনেতে দহোন দেৱ সৌশৰীৰেবে ওলালহি।’ মই বোলো, ‘তহতৰ খোলাত গোবৰ।’

সিহঁত কেউটাই তলমূৰ কৰিলে, মুখত কথা নাইকিয়া হল। মই বঙাল দুটাৰ ফালে ঘূৰি সিহঁতক বঙলুৱা ভাষাতে সুধিলো বোলো, ‘কাকডোঙাৰ পৰা বিজুলী সঞ্চাৰে ঘোঁৰা চেকুৰাই আহি তহঁতে যে জৰীগছৰ তলৰ পৰা হঠাতে ঘূৰিলি তাৰ ওৰটো কি? বহুত গুণাগঁথা কৰিও মই একো আঁত পোৱা নাই।’

বঙাল দুটাৰ মুখকেইখন কেঁচা হালধি বটাৰ দৰে শেঁতা হালধীয়া হৈছিল, হাত-ভৰিবোৰ অলয় জাৰে পোৱাৰ দৰে থক্‌থক্‌কৈ কঁপিছিল। খেৰৰ সণি হেন শুকান ওঁঠকেইটা লৰাই সিহঁতে আধা বঙলুৱা আধা ঢেকেৰীয়া ভাষাত যি কলে তাৰ মম এই:

অৰ্থাৎ কাকডোঙাৰ মাজৰ পৰাই সিহঁতে তাউখামক নজৰ কৰি ওচৰে-পাঁজৰে কোনোবা আহোম ৰণুৱা আছে বুলি আন্দাজ কৰিলে আৰু তাতে খন্তেক ৰৈ এনিতেনি চাওঁতে দূৰৰ জৰীগছজোপাৰ ফেৰেঙণিত্তে ৰণুৱাটো দেখিলে—তাৰ মানে প্ৰথমতে ৰণুৱাৰ পাগুৰিটোৰ নেজডাল দেখিলে, অলপ আগবাঢি গৈ পাগুৰিটোও দেখিলে। তাকে টন্ কৰি খেদি গৈ জৰীগছৰ কাষ পাই ওপৰলৈ চাওঁতেই ৰণুৱাটোৱে ঢিকিৰ কৰি থিতাতে এটা বিয়াগোম অজগৰ সাপ হল আৰু হাঁ-কৈ মুখমেলি সিহঁতক খেদি আহিল। সিহঁতো পাট্‌চাৰ আহাদি—তৎক্ষণাৎ ভিৰাই ধৰি পিছটাকি পলাল আৰু কণামুনাকৈ ঘোঁৰা চেকুৰাবলৈ ধৰিলে। এনেকৈ গৈ থাকোতে চপ্‌কৰে কি হল, দুয়োটা চোৰাৰী ঘোঁৰাৰ পৰা লুটুপ্‌লুটুপ্‌কৈ খহি পৰিল। তাৰ পাছৰ ঘটনা এয়া। কামৰূপীয়া ফুক্‌মন্ত্ৰক সাত কৌটি আদাব্ জনাই সিহঁতে লোৱা দিয়া হাতজুখন কপালত ঠেকি প্ৰাণে নামাৰিবলৈ জয়দেউ কাকুতি কৰিবলৈ ধৰিলে আৰু প্ৰাণৰক্ষা পৰিলে চাৰা জিন্দগী নোকৰ খাটিবলৈকো ৰাজী হল।

ওচৰৰে নেঘেৰিৰ চকীতে নে জোলাইবন্ধাৰ চকীতে ভেতিয়া শলা ৰৰগোহাঁই আছিলহি, ভাবিলো এই ভালুকৰ সাঙী দুটাক তাতে শুণ্ডাওঁ। বঙালত সঁজাত নাই—দূৰ বাটত বান্ধি-কুন্ধিও নিয়া সুচল নহয়। সথ্যে আঁতিগুৰিকে লওঁ বুলি দুই-চাৰিটা কথা সুধিলো। সিহঁত বোলে মুগালৰ

মুদৈ, ইয়াত সুগৰী, আগৰকাঠ কিনে, পচিমীয়া বেহানি বিকে। কলিয়াবৰৰ কাষৰ শিঙৰিতে বেহা কৰি আছিল। তাৰপৰা লুইতে উজাই লুকাই চুৰকৈ ধনেচৰীয়েদি ভিতৰ সোমাইছিল। তেনেতে তিয়ৰী কোঁঠত কছাৰীয়ে 'আগৰকাঠ বিকো' বুলি মাতি নি চৰীঘালত ভেটিলে—তাতে তুটাক কাটিলেও। নাওভিঙা তিয়ৰীঘাটতে এৰি সিহঁত তুটাই গুপুতে ঘোঁৰাত উঠি পলাল। কথা এতেমানেই।

বনৰীয়া ঢেকীয়ালতি আৰু আমৈলতাৰে তুযাটাকে ঘোঁৰাৰ পিঠিত নিকট্‌কটীয়াকৈ বান্ধি-কুন্ধি যেতিয়া দেৰগাৱঁলৈ বুলি ৰাওনা হলো তেতিয়া পচিমৰ ধূলিযৰী আকাশত ৰাঙলী বেলি মাৰ যাওঁ যাওঁ—দিন এটা অথলে গল।

সন্ধিয়া ভাগোতে দেৰগাওঁ পালোগৈ। তাহানি এইছোৱা ঠাইক বুলিছিল নাম দৈযাং। লুইত আমনি কৰিলত বুঢ়াৰজাই নাম-দৈযা'ৰ দ'ল দেৱাল উত্তৰ পাৰৰ পৰা দখিণ পাৰলৈ তুলি আনি নোঘৰিটিঙত পাতিলেহি। মাটি-বৃত্তি দেবোত্তৰ দান কৰি নাম সলাই দেৰগ্ৰাম বুলিলে। তাতে আমাৰো ছাউনীও আছিল। শলাবৰ গোহাঁইদেৱক বাহৰাতে লগ পালোগৈ। মোক চাব্ দেখি চিনি পাই ভয়-সংশয়ে বোলে, 'কলৈনো আহিলি?' মই বোলো, 'চিকুণী কুঁৱৰীৰ গা ভাল নহয—অমৃত খাব লাগে। তাতেহে ৰজাশহুৰ বৰফুকনক সান্দেশ পঠাইছে—নামজানিত ভেটাবগৈ লাগে।' বোলে, 'সৰ্গমহা-ৰজাই তেনেহেন কামতহে সঁজাতী ভেজাযান?' মই বোলো, 'কিবা তোমাৰ আমাৰ কথানে? ৰজা-ৰাজোৱানৰ কথা, আমিনো কি বুজ পাওঁ?'

বৰগোহাঁইৰ আগত বঙালৰ কথা সমস্ত বখানিলো। তলমূৰ কৰি তভক্ মাৰি শুনি থাকি গোহাঁয়ে বোলে, 'সঁজাতী, লুত্‌ফুলা ছিৰাজী মোগলৰ থানাদাৰ হৈ গুৱাহাটীত বহাৰ দিন ধৰি ফুকনাবাৰে কোনো বঙাল বেপাৰীক কাজলীমুখ পেৰিবলৈ দিযা নাই। ইটো পাৰেও আহিব নোৱাৰে—কোচানে পাছভেটা ধৰি খাণ্ডাত ধাৰ দি আছে। তাতো পাৰিলেওনো চামধৰা পেৰায় কেনেকৰি? গতিকে বুজো, ইহঁত বঙালে আসৈহে মাতিছে। মোৰ মনে ইহঁত ছিৰাজীৰ চৰীয়া। ত'ত গুৱাহাটীত সত্ৰতুলি তৰ বাটে ইবোলাকক ভেজাইছে আমাৰ বল শক্তিৰহে গমগতি লবলৈ। নতুবা ইহত পলৰীয়া বণুৱা। যাই

হওঁক, মানুহ দুটা মোৰ ইযাতে থৈ যাহক—মই সকলো বুজ লৈ যি ভাল হয় কৰিম। আকৌ বঙালেৰে যুঁজিবই লাগিব, বুজাই-বঢাই ইহঁতক আমাৰ ফলীয়া কৰি লব পাৰিলে ভাল ; আৰু হাৰামখোৰ হয় যদি দুছোৱাকৈ কাটি নেঘেৰীৰ পাহাৰৰ পৰা লুইতলৈ দলিয়াই দিবলৈ কেত্‌পৰ ?'

ভাত এমুঠি খাই ৰাতিটো তাতে পৰি থাকিলো। ৰাতি বিযলি ধনেচৰী পাৰ হবলৈ অসুবিধা—নাওবৈচা যোগাৰ কৰিব লাগে, নদীৰ বুকুত পকোৱা বালি। কপিলীৰ মান নহলেও, ধনেচৰীৰ চোৰ বালিৰ পাকো কম নহয় দেই, ঠায়ে ঠায়ে গোট হাতী গোটে গোটে গিলিব পাৰে। তাতে হাৰিয়ে-বননিয়ে বঙালৰ যিহে ঘিট্‌ঘিটনি দেখিছো, হাবিতলীয়া বাটত ৰাতি বিয়লি যাত্ৰা নকৰাই মঙ্গল। ধনেচৰীতো বোলে নিশা সোণৰ নাও বগাঘেঁাৰা ওলায়। মযাপী নৈ।

পিছদিনা পুৱতি নিশা কাউৰী কুকুৰ মাটিত নৌপৰোতেই আকৌ ৰাওনা হলো। ধনেচৰীৰ নাওবৈচা ঘাটেযে নৈ পাৰ কৰি অঁতালতহে পুবেকণ দিছে।

মোৰ বাওঁহাতৰ এই কনিষ্ঠ আঙুলিটোৰ যে আগ পাব্‌ দুটা নাই তোমালেকে এই কেইদিনত কেতিযাবা মন কৰিছাহকনে বাৰু ? মন কৰিছাহক যদি চাগৈ ভাবিছা সামান্য ৰণুৱাৰ দৰে যুঁজ-বাগৰতহে নদাইৰ নিঘুণী শৰীলত এইকণ ঘুণ্‌ লাগিল। নতুবা কিবা আওপাকত দুৰ্ঘটনা হল। পিছে সেইবোৰ নহয় বোপাইহত, সমুখ যুঁজত নদাইৰ শৰীৰত ঘুণ্‌ লগাব পৰা বীৰপুৰুষ এইছোৱাত নহবও নুপজিবও। দুৰ্ঘটনাত অকস্মাতে তেনেটো হবলৈ নেপায় দেই—এই নদাই সদায় সজাগ, সৰ্বক্ষণে সতৰ্ক, সজ্ঞানে অজ্ঞানে বিঘিনিয়ে তেনেকৈ মোৰাব নোৱাৰে। পিছে জানি-বুজি শাস্ত্ৰ মগজুৰে অনেক চিন্তা বিবেচনা কৰি বাওঁহাতৰ এই আঙুলিটো মই সোঁহাতেৰে ঘাপ্‌মাৰি একেকোবেই নিজে নিজে কাটি পেলাইছিলো এখন নিনাও গাঁৱত—দুইমুনিশিলা পাৰহৈ ভালুকজুৰি পোৱাৰ আগতে। কিয় কাটিছিলো জানাহক ? সমাজৰ নীতি-নিয়মৰ কট্‌কটীয়া বান্ধোনত বান্ধখাই

জীৱনৰ দোমোজাত থাউনি হেকওৱা এহাল ডেকা-গাভৰুৰ হাবিয়াস পূৰ কৰিবলৈ, মোৰ মনলৈ অহা খন্তেকীয়া দুৰ্ব্বলতাক বিদূৰ কৰিবলৈ, এন্ধাৰে ক'লা কৰি পেলোৱা মোৰ জীৱনটোলৈ অহা কন্‌মান পোহৰৰ বেঙনিক কৰিধি ৰাজ্য আৰু সৰ্গদেৱৰ হকে উছৰ্গা কৰা জীৱনৰ আহি ৰক্ষা কৰিবলৈ। ভৰ ডেকা বয়সতে ঘটা এই ক্ষুদ্ৰমান ঘটনাৰ মাজতে লুকাই আছে মোৰ মনত শিলৰ বেথ্ কাটিযোৱা সোঁৱৰণি, আজিও মোৰ মন উজ্জলাই যায় বিজুলীৰ চমকৰ দৰে সেই এখন ছবিয়ে, সেই পীৰিতিৰ কাহিনীয়ে। সেইদিনা এন্ধাৰ ৰাতি মন আঁউসীৰে ভৰাই মই এই আঙুলিটো কাটিছিলো, আজি এই জীৱনৰ আবেলি বেলিকা সেই সোঁৱৰণিকন মোৰ অতুল সম্পদ বোপাইহঁত, এই কটা আঙুলিটোত চকু পৰিলে মোৰ মন অপাৰ শান্তি আৰু পোহৰেৰে ভৰি পৰে। নিজাক নিজেই কওঁ—আহা, কি নিৰ্ভীক বীৰ অথচ কি ত্যাগী পুৰুষ এই নদাই সঁজাতী।

ভাল তেনে শুনাহক। দেৱৰগাঁৱৰ পৰা ধনেচৰী আছিল বাৰক্ৰোশ ভটিয়াই। মাজতে দেৱৰীয়া জান, চ'তমহীয়া খৰাং। এপাৰে চকুৰে মণিব পৰালৈকে কচুপথাৰ, এপাৰে ধামনীপথাৰ। মাজে মাজে তামোলনি আৰু বাঁহনিৰে ঢকা চমকা-চমক গাওঁবোৰেৰে বুটাবছা। বুঢাৰজাৰ দিনত মোমাই তামুলীয়ে হাজো উছান্ কৰি বহুতে মৰীয়া আনি এইছোৱাতে পাতিছিলহি— সেই নিমিত্তে কলাইগাওঁ। পিছে বালিঅঁহীয়া মাটি, খেতিবাতি নহয়। মৰীয়াই দুকোশ দূৰৰ লখিমী পথাৰৰ পৰা বোকা-আলতীয়া মাটি আঁজলি আঁজলিকৈ আনি খাটত ভৰাই শইচ্ পথাৰৰ যুইগ কৰি পেলালে। তাতে খাটৰ নাম হল বোকাখাট। সিফাললৈ কেইবাঘৰো এৰাই অহা বঙালো পাতিছিলহি—পিছে জগৰটো লাগিল শোৱালকুচিৰ আটৈকুৰি ঘৰ তাঁতী দখিণ কোলে পতাতহে দেই। সেই আপাহতহে পিক্‌ছাই বৰফুকন হল। বোলে, 'সৰ্গদেৱৰ ৰাজ্যে মাটি নাটিল।' পিছে, চ'তমহীয়া পথাৰ শুকান, হাবি-জঙ্গলৰ মাজে মাজেও লুংলুঙীয়া বাট—ঘোঁৰাও চলে, মানুহো চলে। ধনেচৰী, ৰজাবাৰীপাৰহৈ ভালেৰেই গলো। লখুজানৰ চিকৃচিকীয়া পানী দেখি পিয়াহ লাগিল হবলা, ঘোঁৰাকেইটা থেমিল। চ'তমহীয়া ৰ'দত আমি মানুহকেইটাও অৱশ, তাতে খন্তেক জিৰাই লাকোহঁতৰ লগে লগে

ফুইনাখুজ্জীয়া খোজত চলি থাকিলো। বিপদে-আপদে সাৰথি, লগ নেৰাই ভাল, লাগিলে যিমানেই অজগৈ নহওঁক।

আঁটিখুলি পেৰিযেই ভৰ্‌বাট এৰি লুইতৰ পাৰে পাৰে বুলিবলগীয়া হল— সেইছোৱাত লুইতে পাহাৰৰ ভৰি ধুৱাই গৈছে। ভাবপৰা কুকুৰাকটাৰ কোঁঠলৈকে অটব্য হাবি আৰু পাহাৰ—এইছোৱা মিকিৰৰ ৰাজ্যৰ কাষে কাষে, লুইতৰ পাৰ নললে উপায নাই। সোঁহাতে ধুলিযৰী লুইত, বাওঁহাতে আকাশচোৱা পাহাৰ শিলে-হাবিযে জঙ্গলে ভৰা। চ'তমহীয়া আবেলিৰ তমোময ৰ'দত বেলিমুখীযাকৈ পোনাইছো। ঠাইতে ওখ, ঠাইতে চাপৰ, এই খাল, এই বাম। ভালুকজুৰি পাবলৈ তেতিয়াও কেইক্ৰোশমান বাকী—সেই ছোৱাত আকৌ এশিঙীযা গঁড চলাফুৰা কৰে। দেখিলো কিছু দূৰৈত এচমকা টিলা পাহাৰৰ নামনিতে সৰু এখন গাওঁ। চাপৰিৰ দীঘল বৰতাৰে চোৱা জুপুৰী ঘৰবোৰ থ্‌প্‌খাই আছে—মাজতে চোতাল ভঁৰাল, তামোলনি বাঁহনি নাই। বুজিলো পুৰণা গাওঁ নহয, ন-পমুৱা। কুকুৰাকটাৰ কোঁঠলৈ এতিয়াও আঠক্ৰোশ বাকী—বেলি লহিযালেই। ভাগৰে জোগৰে ৰাতিটো পৰি থাকিবলৈ কৰবাত সুবিধা অকন হয়েই নেকি বুলি ঠাইতে নদীপাৰ এৰি গাওঁখনৰ ফালে বাট ললো।

ওচৰ চাপি দেখিলো—ন-কৈ বহা গাওঁ হয। মানুহ মুঠতে দহ-বাৰ ঘৰহে হব। এই অগাইধনি হাবি বৰৰাণিৰ মাজত সৰ্গদেৱৰ ৰাজ্যৰ এই এমুঠি মানুহক কোনে তুলি ক'ৰপৰা কিয বহুৱালেহি তাকে ভাবিগুণি গাওঁখনত ভুমুকি মাৰিলোঁ। আমি যেনেহেন বীৰ তেনেহেনকৈ বুকু ফুলাই শাৰীপতি খৰ কদমত ঘোঁৰা চলালো—প্ৰথমে মই, পাছে পাছে ঢোলৰ লগৰ টেঁমেকা বাকী চাৰিটা। পেটে পেটে কেউটাই সন্ত্ৰম—সৰ্গদেৱৰ ৰাজ্যৰ চুকেকোণে মিত্ৰ যিমান শত্ৰুও তাতকৈ বেছি। আৰু সেই কালত দুৰ্ব্বল হেন দেখিলে মিত্ৰকো ঘৈযায দেই—শত্ৰু-মিত্ৰ সমষ বুজিছে। এইবোৰ ক'ৰ মানুহ কি কথা আঁতিগুৰি নোলোৱাকৈ মুখামুখি হোৱা ঠিক নহয়—অচিন কাঠৰ খোঁৰা।

বৰতাৰে চোৱা বাঁহ-ইকৰাৰ জুপুৰিবোৰৰ সোঁ মাজতে এখন ঘূৰণীয়াকৈ বহল চোতাল, এটুপীয়া ঘৰবোৰৰ ঢং উত্তৰপৰীয়া—দুইমূৰে হোৰোপা খোৱা।

চোঁতালতে গৰুবন্ধা খুটি—সিমূৰে কানৰ সঁতাই বোৱাই ওৰণী লোৱা কেইজনীমান ডেকেৰী আদহীয়া তিৰোতা মানুহ—কুলাৰে ধানত বা দি আছে। বুকুত মেখেলা তাকে মেখেলা কৰি গাঁঠি দি পিন্ধা, কঁকালত টানিমৰা টঙালি। জাকৈয়া কুলাৰ তালে তালে নিপোটল লাহী দেহাবোৰ চ'তমহীয়া কঁহুৱাবনৰ দৰে হালিছে জালিছে, ভাগৰুৱা মুখবোৰ ৰান্ধনী বেলিৰ দৰে ৰঙা, তাতে টোপাটোপ ঘামৰ মুকুতা। আমাৰ ঘোঁৰাৰ খোজৰ শব্দত পা দিয়া থেমাই কেউজনী মানুহে চৰগ্‌পৰা মানুহৰ দৰে আমাৰ ফালে ৰ-লাগি চাই ৰ'ল। আমিও লেকাম টানি থেমিলো।

তিৰোতা কেইজনীয়ে ভয় খাইছিল হবপায়। হযাতো, পাঁচোটাকৈ গজ্‌গজীয়া চোৱাৰী ৰণুৱা, ভাগৰত ঘামিজামি আহিলেও, কাপোৰবানি ক'লা হলেও ৰাজপুৰুষৰ চেহেৰাতে চিন্। গতিকে মুনিহাৰ ডঁৰাবৰ কথা— তিৰোতা কোন চাৰ্। সিহঁতে পিছে লৰমাৰি পলাই নগল, আটাহো নেপাৰিলে। ওচৰে-পাঁজৰে মুনিহৰ চিন্‌চাব্ দেখোনেকি বুলি চাৰিউফাল চকু ফুৰালো—আমাৰ দৰে লোকে তিৰোতাৰ কি কথা হব? পিছে নাই. সিহঁতৰ মাজৰে গাভৰু এজনীয়ে খোনক্ তভ্তি থাকি কঁকালৰ টঙালিৰ গাঁঠিটো আৰু টানকৈ আঁটি আমাৰ ফালে আগবাঢ়ি আহিল। আমিও ঘোঁৰাৰ পৰা নামিলো আৰু মই দুখোজ আগবাঢ়ি গৈ বীৰদৰ্পে গাভৰুৰ মুখামুখিকৈ ঠিয় দিলোগৈ।

কেউফালে চকু ফুৰাই দেখিলো কেইটামান নঙঠা—আধা—নঙঠা লৰালুৰিয়ে আহি আমাৰ কাষত থিত দিছেহি। গাভৰুজনী আতিকে দেখ-নিযাৰ্, আছিল বোপাইহঁত, লাহী গঢন, কেঁচা সোণৰ ৰং, উঠন বুকু, কুন্দত কটা মুখ। দেখি মইহেন সঁজাতীৰ পৰ্বত সদৃশ চিতো লৰিল, মন উৰো উৰো হল। মোৰ ৰাজকোঁৱৰৰ সদৃশ দেহা, বীৰৰ ভাওভঙ্গী খোজ-কাটল দেখি গাভৰুৰ মনটোতো চাগৈ থৌকিবাথৌ লাগিছিল দেই—মই ওচৰ পালত জঁই পৰি তলমূৰ কৰিলে। আচল বীৰপুৰুষে গাভৰু ছোৱালীৰ কমোৱা তুলাহেন মন প্ৰথম দৰিশনতে জিনিব পাৰে দেই—খোনক পৰ কাৰো মুখত কোনো কথা নোলাল। তাৰ পিছত নিজকে সুঁৱৰি অকণ সুথিৰ হৈ জানিবা মই খাচ্ গডগঞা ভাষাতে কৈ পেলালোঁ, বোলো, 'আমি ৰাজ্যৰ কামত

ভটীযাইছো। ৰাতিটো পৰি থাকিবলৈ ইযাত কৰবাত সুবিধা হবনেকি ?”

গাভৰুৰ মুখৰ ভাব সলনি নহল—ঠাইতে মূৰতুলি পাছৰ কেইজনীলৈ চালে। ভাব দেখি বুজিলো মোৰ কথা তেৰাসবে বুজিব পৰা নাই। সৰ্গদেৱৰ ৰাজ্যত বোপাইঁত, চুকে-কোণে নানা তৰহৰ প্ৰজা, কাৰো লগত কোনো নিমিলে। ইহত মিকিৰেইনে আবাৰেইনে গোভাই তাকো বুজ নেপালোঁ—সেইবোৰ এটাইবোৰ দোৱান মই কবও নেজানো বুজিও নেপাওঁ। পিছে এই নদাই ইমান সহজাতে এৰা ভকত নহয দেই। গৰুৰ আগত টোকাৰি বাবলৈ এৰি এইবাৰ হাতৰ আঙুলিৰে অঙ্গিভঙ্গী কৰি বুজালো যে ৰাতিটো জিৰণি লবলৈ ঠাই অকণ বিচাৰিছো। মোৰ ভাও-ভিঙ্গতি দেখি মুখত কাপোৰ লৈ খিল্‌খিল্‌কৈ হাঁহিহে দিলে। পেটে পেটে খং উঠিছিল—কিন্তু খং কৰিবৰ পাত্ৰ এইবোৰ নহয়, থান-কালো নহয। গতিকে মনৰ খং ৰাগ মনতে সহি সামৰি ভাও-ভঙ্গীৰেই আকৌ এবাৰ কথাটো বুজাবৰ চেষ্টা কৰিলোঁ। ইমান সহজ কথাটো কলা বোবা লোকেও বুজিব পাৰে—পিছে এইবাৰ গাভৰুজনীয়েও অবিকল একে আঙতি-ভিঙতি লগৰ কেউজনীক দেখুৱাই সিঞ্চাৰি দিলত কেউজনী তিৰীয়ে আৰু লৰালুৰি সোপাস্মা গিৰ্জনি মাৰি হাঁহি দিলে। মোৰ গাই আৰু নসহিলে বাপাইঁং, আহোম ৰণুৱাৰ ডেকা তেজ মূৰত উঠিল—গাভৰুজনীৰ হাতখন খপ্‌কৰে থাপ্‌মাৰি ধৰি জোকাৰ এটা মাৰি খঙেৰেই কৈ দিলো বোলো, ‘এনেদাৰে পেলাই নকৰিবিহঁক—তহতৰ গাওঁতুই সোপাকে উছান কৰি যাম। মই কোন চিনি পোৱা নাই। কথা বুজক নুবুজক মোৰযে খং উঠিছে আৰু মইযে একাচকা মানুহ গাভৰুজনীযে ধৰিব পাৰিলে হবপায—তাই হঠাতে লেউসেউ হৈমাটিতে বহি পৰাহেন হল, মুখখন কেহেঁৰাজ বটাযেন ক’লা পৰিল। বাকী কেইজনীয়ে দূৰৰপৰা লাজ লাজ ভাব কৰি আঁতৰি যোৱা হে দেখিলোঁ।

প্ৰথম কোবতে গাভৰুজনীয়ে জোকাৰ মাৰি হাতখন মোৰ মুঠিৰপৰা এৰুৱাবৰ চেষ্টা কৰিলে—পিছে গাৰ জোৰত ঘাটি খোৱা লোক নদাই নহয়। তাতে তিৰী--যোনকি লাও ডাঙৰ নহ’ক তেওঁ পাতৰ তল। হাতখন কোনো পধ্যে এৰুৱাব নোৱাৰি তাই ৰঙাচঙা পৰি গৈছিল। ঘন্‌ঘনকৈ লোৱা উশাহত নিটোল বুকুখন নাচিছিল। পচিমৰ মুকলি আকাশত ৰাঙ্গনী ৰ’দালিৰ ৰং,

কেউফালে বসন্তৰ ৰাগৰাগিনী—মোৰ মমৰ টোকাৰিখনৰ এডাল গুণত ঘোপাইহঁত, কোনোবা বলীয়া ব'ৰাগীয়ে আঙুলি বুলাই গল, গোটেই শৰীৰত খিন্তাত্তে এচমকা বিজুলীয়ে খেলিলে। মই কোন, মোৰ দায়িত্ব কি থন্তেকলৈ সকলো পাহৰিলোঁ—মাথোন মনলৈ আহিল 'মই এটা ডেকাল'ৰা, এইজনী এজনী গাভৰু। তাই মোৰ বশত তাইৰ হাত মোৰ হাতৰ মুঠিত।' হাতখন গাৰ বলেৰে খামুচি ধৰিলোঁ—যন্ত্ৰণাত বিকল হৈ তাইৰ মুখৰ ভাঁজ সলনি হল। চৌপাশে ঠিয় হৈ সেই দৃশ্য চাই থকা মানুহবোৰৰ কথা, ধেমাই লাকোইঁতৰ কথা পাহৰি গলো মোৰ ঘোপাইহঁত—সেই নদাই বোলা ডেকাল'ৰাটো মুহূৰ্তৰ কাৰণে এটা বলীয়া মেথোন হৈ পৰিল। কিন্তু মাত্ৰ খন্তেকৰ কাৰণেহে দেই। নিমিষতে গিয়ান ঘূৰিল আৰু সুস্থিৰ হৈ চাৰিওফালে চকু ফুৰালোঁ।

হাতত কেকোৰা দা-কুঠাৰ লোৱা ডেকাই আদহীযাই কুৰিটামান মানুহ যেন আকাশফুটিহে চোতালত থিয় দিছেহি। আমাক দেখি সিহঁতে 'হায়ে-বিয়ৈ' কৰি উঠিল। তাৰ মাজৰপৰা ডেকা এটাই মোৰ কাষলৈ আগবাঢি আহি দাখন জোকাৰি বাং-বিংকৈ কিবাকিবি কলে। কি ভাষা কি কথা গম ধৰিব নোৱাৰিলেও কোৱাৰ ধাৰণ দেখি বুজিলো যে মই তেনেদাৰে গাভৰুৰ হাতত ধৰি ঠিয় দি থকাটো তাৰ সহ্য হোৱা নাই। তাৰ ভাৱভঙ্গী মতিগতি বিধাৰণ হেন দেখি মই ঠাইতে গাভৰুৰ হাত এৰি দেখাত মুখিযাল যেন লগা ধীৰ শান্ত পকা-চুলীয়া বুঢাজনৰ কাষ চাপিলোঁ।

পকা থোকৰা হেন বুঢাজনে এবাৰ মোৰ মুখলৈ এবাৰ গাভৰুৰ মুখলৈ চাই ডেকাটোক কিবাকিবি কলে। মযো লগতে উজান দি গডগএগা ভাষাতে আমাৰ বিলাই বিপত্তিৰ কথা যি পাৰো বুজাই কলোঁ। বুঢাই বোধহয মোৰ কথা অলপ অচৰপ ভৎ ধৰিব পাৰিলে দেই, আধা হেনাকুচা অসমীযাত আৰু বাকী আধা ঠাৰে-চিএগাৰে বুজালে যে থাকিবৰ ঠাই হব। তাৰ পাছত লগৰ মানুহবোৰক কোচান দৰভীযা সান্মিহলি দোৱানতে কিবা কলে আৰু তাৰে এজনে সিমূৰৰ পঁজা এটালৈ আঙুলি টোঁৱালে। আমি তালৈকে গৈ চোতালতে ঘোঁৰা বান্ধি ঘৰটোৰ ভিতৰ সোমালোঁ।

গধূলিলৈ বুঢাজন আমাৰ বাহাটোলৈ আহিল, লগতে গাভৰুজনী আৰু শাকে-কচুৱে এভাৰ সিধাপাতি লৈ ডেকাটো। গাভৰুৱে চোতালতে খুটি

উধান পাতি চাউল মুঠি সিজোৱাৰ যা-যোগাৰ কৰিলে। খৰিলুৰি গোটাই দি ডেকাটোৱে চোতালৰ মূৰৰ কাঠৰ মূঢ়া এটাতে বহি তাইলৈ ৰ-লাগি চাই থাকিল।

বুঢ়াৰ লগত কিছুপৰ কথা পাতি থুলমূলভাৱে ধৰিব পাৰিলোঁ যে সিহঁত বোচানৰ দুৰ্লভৰ লগত অহা লোক। বিত্তিয়াল নাওবৈচা ফৈদৰ। কাজিৰ লগত বলে নোৱাৰি ঘা খাই দুৰ্লভ দৰঙলৈ এৰাই গল আৰু ইহঁতে চোৰাংকৰি এৰাই আহি লুইতখন পাৰহৈ এই নিজানত গাওঁ পাতি বহিলহি। খেতি খোলা কৰে, লুইতত মাছ মাৰে, নদীৰ পাৰতে নাও কাটে। কৰখুঁও দিব-লগীয়া নাই, কাৰো অধীনো নহয় কোনেও মনো নকৰে। তাকৰীয়া এমুঠি লোক—নিজৰ ভিতৰতে আৰ্জে, খায—বাহিৰৰ লগত সম্বন্ধ ঘনচাল নাই। গাভৰুজনী বুঢ়াৰ জীয়েক, কৈঁচুৰাতে মাউৰী হল, বিযাবাৰু হোৱা নাই—সেই ডেকাটো টেপৰৰ লগতে বিযাৰ কথা-বতৰা চলিছিল। পিছে আজিহে লেঠা হল, হঠাতে নোহোৱা নোপজা ঘটনা হৈ সকলো আউল লাগিল। কাৰণ দেশদস্তুৰ মতে আবিয়ৈ গাভৰুৰ হাতত প্ৰথমে ধৰা মুনিহটোৱেহে তাইক বিযা কৰাব লাগে।

কথা শুনি মোৰ মূৰত আকাশফুটি চৰগ্‌ পৰিল, বোপাইহঁত, এতিয়াহে নিদানত পৰিলোঁ। সৌৱা তিনিকোশ দূৰত শিঙৰি জিলিকি আছে, মোক কি উকাহে খাইছিল এইখন অপযা গাঁৱত সোমাই কোৰে কাটি গ্ৰহণী চপাবলৈ? মই খণ্ডতহে গাভৰুৰ হাতত ধৰিছিলোঁ, মোৰ মনত পীৰিতিৰ ৰঙে বাহ লোৱা নাছিল। পিছত হওঁতে খন্তেকলৈ মনটো কেনেবা কৰিছিল হয় তথাপি এনেহেন নাভূত-নাশ্ৰুত নিয়ম নীতিৰ বান্ধৰ কথা মোৰ সপোনৰো অগোচৰ। কিখন বিজুতৰীয়া কথা হল, সৰ্গদেৱে উমান পালেওনো কি বুলিব। বুঢ়াক বুজালো বোলো আমাৰ দস্তুৰমতে আহোমে আহোমেহে বিযা-বাৰু হয়, আৰু ক্ষনিকৰ খণ্ডত জানিবা মোৰ হাতটো গাভৰুৰ হাতত এধানমান লাগিলেই তাতনো ইমান কি আকাশখন খহি পৰিবৰ কথাটো হল? বুঢ়া প্ৰথমতে টিকৃচি বিকৃচি উঠিল—তাৰ পিছত কন্দনামুৱা হল? ক'লে, মাউৰী ছোৱালীজনী কি দশা হব—তাই চিৰকালৰ নিমিত্তে আবিয়ৈ হৈ থাকিবলগীয়া হল। পোৰা কপাল'। বুঢ়াই নিজৰ হেনাহুচা ভাষাতে এইসোপা কৈ হিয়া-

ধাকুৰি বাউচিজুৰি কান্দিবলৈ ধৰিলে।

ইত্তোমধ্যে ডেকাই-ডুঙৰাই একুৰিমান লোক গোট খাইছিলহি। প্ৰতিটোৰে হাতত কেকোৰা দা, জুইৰ পোহৰতে দেখিলো সিহঁতৰ তেজ্জাগোৰা মুখত কেঁচাইখাতীৰ বহণ। এবাৰ বুঢ়াৰ ফালে এবাৰ আমাৰ ফালে চাই চাই নিজৰ ভিতৰতে উখনা-উখনি কৰিছে। বেছি তৰ্কবাদৰ সুযোগ নাই— এইবোৰ বিজতৰীয়া মানুহৰ মতিগতি একো কব নোৱাৰি। খৰতকীযাকৈ চিন্তা কৰি নাকটো মোহাৰি বুধি এটা উলিযাই বোলো, 'তোমাসাৰ যি কৈছা ভাল। পিছে আমাৰ বিযাবাৰু দিনবাৰ চাই-চিন্তিহে হয।' দিন পালে খেন পায বোপাৰ্ইত, খেন পালে অজৰ অমৰ হয। এতিয়া ৰাতিটো কোনোৰকম পুৱক, পাছৰ কথা পাছে দেখা যাব।

চাউল সিজোৱা ঠাইৰপৰা গাভৰুৱে কেৰাহি কেৰাহিকৈ একোবাৰ ডেকাটোৰ ফালে একোবাৰ মোৰ ফালে চাইছিল। সেই হুজবৰলাটোৰ দগত মোক মনে মনে ৰিজাইছিল চাগৈ। মিছা কলে কি হব, মযো চেগ বুজি ভাইলৈ মাজে-মধ্যে একোবাৰ চাইছিলো। নাচামনো কিয? মোৰ দেহাত ভৰা যৌৱন—মনত ফাগুণৰ পাছোৱা বা, শিৰে শিৰে তপত তেজ, বুকুত পীৰিতিৰ উমি উমি জুই। মোৰ এইহেন বীৰপুৰুষৰ যোগ্য দেহ, শামুকৰ সাহ্যেন সাহ আৰু নিপুণ ৰণকৌশলত ভোল গৈ পূৰ্ব্বতেও বহুতো গাভৰুৱে ভিতৰি ভিতৰি মোলৈ বেথা ৰাখিছিল—সেই কথা সিহঁতে মুখফুটাই নকলেও মই মনে মনে গম পাওঁ। গড়গাওঁ চহৰৰ কেইজনী গাভৰুৱ পেটে পেটে মোত মজা নাই? সেইবোৰক নাক সিঙটাই এৰি আহিবলৈ এই নদাযে কেতিযাও পিছপাও হোৱা নাই দেই—নদাইৰ নিমিত্ত্ত সদায দাযিত্বহে আগ। পিছে এইবাৰৰ কথা কিছু বেলেগ হল—এইবাৰ এইজনী গাভৰুৱে মোৰ লোৱাহেন মনকো লেকচীযা এচাৰিৰি দৰে মোৰাই পেলালে বাছাহত, এনেহেন যৌৱনৰ চোৰবালিৰ গুণ। মানুহ এনেকৈযে অধঃপাতে যায।

ৰাতি চাউল মুঠি ধৰি এইবাৰকে গুণাৰ্গঠা কৰি পাটীত পৰি আছো, ঘুমটি অহা নাই। কলিজাটোৰ এফাল যেন কোনোবাই লৈ গল, মনটোৰ এচোৱা যেন বৰদৈচিলাই উৰাই নিলে—চকুৰ পতাত পতা লাগিলেই ছাঁযামযাকৈ গাভৰুজনীক দেখো। লগে লগে বুকুখন পাহাৰ খহাদি খহে,

সাৰপাই উঠি ৰহো। গাৰ শিৰবোৰ টোকাৰিৰ গুণৰ দৰে টন্‌টনীয়া হৈ আছে, মন উৰো। ধেমাইৰ নাকৰ ঘোঁটাঘোঁটনিও বাঢ়িছে গৈছে, এনে সময়তে দুৱাৰৰ কাষৰত মানুহৰ খোজৰ শব্দ শুনি এৰেজাঁপে উঠি বহিলো। খন্তেক কাণ সৰালি মাৰি থাকি বুজিলো, হয়—মানুহৰ খোজেই হয়। কোনোবাই ভিতৰ সোমাব খুজি দুৱৰি খেপিযাইছে। বিদেশ বিভূঁই ঠাই, ৰণুৱাৰ জীৱনত এইবোৰ লাগিয়েই আছে, গতিকে আমি সকলো খেনাতে সন্থম। হাতত সাৰে ভৰিত সাৰে উঠি আহি এবাৰ ঘপহ্‌ কৰে দুৱাৰখন মেলি ধৰিলো আৰু দুৱাৰ মুখতে চকামকাকৈ দেখা পোৱা মানুহটাক নিমিষতে হেঁচা মাৰি ধৰি মোৰাই এৰেছাটেই মাটিত বগৰাই পেলালো। তাৰ হাতৰ কেৰ্কোৰা দা এপাপাক ত দূৰৈত উফৰি পৰিলগৈ। চকাচমকা পোহৰত মুখখন চালো—আমাৰ সেই ডেকাটি—টেপৰ। ঘনাই উশাহ লৈছে—মাতবোল নোলায। হোঃ—সাক্ষাৎ সৰ্গদেৱৰ সজাতী, হেৰিযাৰ পো-ৰে চিনি পোৱা নাই। চোৰাংকৈ ঘালিবলৈ আহে।

সি পিছে আফালনিও নেমাৰিলে, এৰাই যাবৰ চেষ্টাও নকৰিলে। তাৰ হাতত এ একো আহিলা নাই—যুঁজিবলৈকো গাত বল নাই যেন লাগিল। এৰি দিলত কোনোপ্ৰকাৰে ঠিয হৈ চোতালৰ মূৰৰ ফালে দেখুৱালে। অ'—আই, যোৰৰো যোৰ বিপৰীত যোৰ, এটা কাণকটা এটা চোৰ। চোতালৰ মূৰত লাজ লাজ ভাৱ ভঙ্গিমাৰে ঠিয হৈ মোৰ সোণৰ পুতলী, বুকুত কাঁডে শলা ভেলেভীৰ দৰে দৰক্‌লৈ আমালৈ চাইছে। ইমান বিঘিনিৰ মাজতো হিযাৰ কোনোৱা এটা চুকত জোঙে খুচ গল বোপাইহঁত, মনটো শাত পৰিল। এনেহেন পৰত বঙাল শত্ৰুকো বুকুৰ কুটুম হেন লাগে। সেই নিতাল জোনাক ৰাতি টেপৰৰ পাছে পাছে গৈ গাভৰুৰ কাষ পালোগৈ।

ওচৰ চাপিলতহে গম ধৰিব পাৰিলো গাভৰুৱে উচুপিছে। আবেলি বুকু ফিন্দাই ঠিয হৈ নদাই বীৰক মস্কৰা কৰা উতনুৱা গাভৰু এইজনী নহয়, এইজনী এজনী অসহায তিৰোতা ডেকালিৰ গেলাগপত ওফন্দি অহা মদ্‌গৰ্ব্বী তিৰোতা নহয। বহু ৰূপহী গাভৰুৱে মাটিত মূৰ থোকেচি ইনাই বিনাই কান্দি গছৰ পাত সৰোৱা দেখিছো বোপাইহত, সেইবোৰ শুনিছো আৰু বীৰৰ দৰে মুখ বিদৰাই আঁতৰি গৈছো—তিৰোতাৰ চকুৰ পানীয়ে বীৰৰ হৃদয় কোমলাব

নোৱাৰে। কিন্তু সেইদিনা ৰাতি দুপৰত সেই 'অচিন অজান গাঁৱত খন্তেকৰ চিনাকি সেই গাভৰুজনীৰ উচুপনিয়ে, গডগঞ্জা হেজাৰ ৰূপহীৰ বহুতো ধাৰাসাৰ কান্দোনকো চেৰ পেলাই এই নদাইৰ হিয়া উচাতন কৰিলে। এনেহেন বঞ্চক মানুহৰ মন, এনেহেন বিটলীয়া আমাৰ হৃদয়।

কাৰণটো কি বুজিবাৰো একো উপায় নাই, মহা বিপাঙত পৰিলো। পিছে এনে দোমোজাত পৰিলে সদায় চিন্তা কৰিব লাগে। এক নিমিষ চিন্তা কৰিয়েই তৎকালে বুজি পালো যে গাভৰুৰ হাতত ধৰাৰ পাছতো মই তাইক বিয়া কৰাবলৈ অমত হোৱাত্তহে তাইৰ বুকুত শোকৰ ধুমুহা বৈছে। হাবি-জঙ্গলৰ মাজত ডাঙৰ দীঘল হোৱা ৰূপহী উঠন গাভৰুৱে মোৰ দৰে ৰণুৱা বীৰক এপলক দেখিলেই মোহ গৈ এনেকৈ বাউলী হবই—তাত আচৰিত হবলৈ একো নাই। গাভৰুজনীলৈ পুতৌ হল, মনতে শোক-চেনেহ জাগিল—দেহি ঐ। মই আবিয়ৈ কৰি এৰি-থৈ গুচি যাওঁ বুলিনো তাইৰ মনত কত বিষাদ। মাউৰী গাভৰু—এনেহেন ৰূপ এনেহেন যৌৱন। মোৰ দেহাত পুৰুষৰ তেজ ক্ষণিকতে উথলি উঠিল, মনৰ কোনোবা এচুকত লুকাই থকা ডেকা নদাইটো ওলাই আহিল। বোলো, 'ধিক্ ধিক্ নদাই। অচিন ঠাইত এনে এজনী অসহায় গাভৰু তোৰ হাতলৈ মুখলৈ চাই কান্দি-কাটি বাউলী, আৰু তই এনেহেন পুৰুষ, তাইক মাত্ৰ বিয়া কৰাই তাইৰ চকুপানীটোপা মচি দিব পৰা নাই, তাইৰ শোকেৰে ভৰা মনটোত এচৰেঙা পোহৰ পেলাব পৰা নাই। তই ভেকুৱা, তই এলাইবাহু। তোৰ জীৱনলৈ আৰু ঢেৰ ৰূপহী আহিব পাৰে, কিন্তু এই পোনপটীয়া গাভৰুজনীৰ কোমল মনত পোৰা লোৱাৰ দাগি দিবলৈয়ে ওলাইছ—তই পশুতো অধম।'

মনত যেতিয়া পোৰণি উঠে সোণাইহঁত, মগজুত যেতিয়া এহেজাৰ সাপ খুটিয়াবলৈ ধৰে তেতিয়া বিচাৰ-বুদ্ধি বলহীন হয়। দেশকাল পাহৰি সেই মুহূৰ্ত্ততে মই ঠিৰাং কৰিলো যে মই গাভৰুজনীক বিয়া কৰাম। ৰাজ্য যাওঁক, সৰ্গদেৱ যাওঁক, পূবৰ বেলি পশ্চিমে ওলাওঁক—এই গাভৰুক মই বিয়া কৰামেই, এই অটব্য হাবিৰ মাজত তাইৰ চুলিৰ আগমান দীঘল ওবে জীৱনটো কান্দি কান্দি পাৰ কৰিবলৈ দিব নোৱাৰো। মনতে এই প্ৰতিজ্ঞা কৰি মুখ ফুটাই বোলো, 'তোমাৰ চকুপানীয়ে মোৰ হৃদয়ত তোলপাৰ

লগাইছে—তুমি কি বিচাৰিছা কোৱা, মই জীৱন দিও তাক পূৰণ কৰিম ৷
তাই কি বুজিলে কব নোৱাৰো, দুগুণে উচুপিবলৈহে ধৰিলে। মই গাভৰুক লাহী দেহত হাত বুলাই শান্তনা দিবলৈ কনমান কাষ চাপিলো—তাই দুহাতমান আঁতৰি গল। মযাপী তিৰী ঐ—তইঁতৰ ভাঁজে ভাঁজে খেলে মনভুলোৱা পীৰিতিৰ খেল।

ডেকাটোৱে এতেপৰ মোৰ গতিবিধি নিৰিকি আছিল, এইবাৰ কাষ চাপি আধা সিহঁতৰ দোৱান আৰু আধা বঙলুৱা মাতেৰে যি বুজালে শুনিযেই মোৰ মূৰত দ্বিতীয বাৰলৈ চৰগ্‌ ভাগি পৰিল। গাভৰুজনীযে বোল তাকেহে বিযা কৰাবলৈ আশাপালি আছে—তাৰ লগত অগাইধ পীৰিতি। এতিযা সমাজৰ নিযমমতে ৰাইজে ধৰি বান্ধি তাইক মোৰ গলত ওলামাব খোজাত তাই মনতে আতিকে বিষম পাইছে৷ ৰাইজে লগলাগি সিহঁতৰ কাৰণে এই ঘৰটাও সাজি দিছিল। সিহঁতৰ এনেহেন সুখৰ সপোনত মই হঠাতে ভুঁইফুটি ওলাই বাদ সাধিলো—এতেক সিহঁত দুযোটাই নদীত জাঁপ দি আপোনঘাতী হব। কি সৰ্ব্বনাশৰ কথা—কি অপযা কথা দেখিলাহঁক ? কৈছো নহয কোচ-কছাৰীৰ আঁহে আঁহে বুদ্ধি—কেতিযাও আসৈ নোপোৱা।

এইবাৰহে পৃথক ভাবেৰে চিন্তা কৰিবলগীযা হ'ল—আগৰ কথা সোপাই ওলট্‌-পালট্‌ হৈ পৰিল—আঁতে হেৰাল। মন কৰি দেখিলো ডেকাটো চফল—সাজপাৰ মোৰ দৰে কৰিলে দেখিবলৈকো তেনেই দলিযাই পেলোৱা নহব। গোঁফ মাথো ঠুঁটিযাইছে, মূৰত পাহৰটা চুলি। কৰ্ম্মঠ সবল শৰীৰ। পিছে এই ভৰ ডেকা বযসতে সি দহঘৰ মানুহৰ সমাজখনক বলাব পৰা নাই যেতিযা সি একঠা খোৱাৰ যুইগ নহয। অকামিলা তিৰীমুৱা, তাৰ মুখৰ ভাত কোৱাই কাঢি খাব, এই আঁকৰী আবৰী গাভৰুজনী জীৱনটো দহিপুৰ মৰিব—এনে এলাইবাচু গুৰিবালেৰে জীৱনৰ নাও নচলে।

এনেহেন অৱস্থাৰ মাজতো মোৰ মনটোত নানা খেলিমেলি ভাবে ৰেঙাই গল। তাই গাভৰু এলাগী, কপালখাতী। এই অৰণ্যৰ মাজত মইহেন ডেকা বৰপুৰুষক চেংদেৰে তাইৰ ভাগ্যত মিলাই দিলেহি, এতিয়া মোক বৰিবলৈ, এনেহেন সুযোগ পাযো হেনস্তা কৰি তাই এই হজৰফলটোতহে যদি বিয়া সোমাব খোজে, তাইৰ লাওখোলাত বুদ্ধি নাই। মনে মনে তাইক

হেজ্জাৰ নেওচা-কেঁওচা দি ডেকাক বোলো, 'ভাল। তহঁতৰ পীৰিতিত বাধা হুবলৈ মই নাহো। কিন্তু মইয়ে তহঁতৰ সমাজৰ আওপকীয়া বান্ধত পৰিলো— এতিয়া এৰাওঁ কেনেকৈ ?' ডেকাই তাৰ ভাষাতে বহুত পৰ বুজোৱাৰ পিছত যিটো কথা বুজ পালো, মোৰ মূৰত দিনটোত তৃতীয়বাৰ চৰগ্ ভাগি পৰিল, মূৰ আচন্দ্ৰাই কৰিবলৈ ধৰিলে।

কথাটো হ'ল মই যদি খোৰা কোঙা ঘুণীয়া হওঁ, অথবা মোৰ যদি ভিতৰুৱা বিয়াধি থাকে নাইবা মই যদি থিতাতে বজ্ৰপাত পৰি হানি হওঁ তেতিয়া সমাজৰ বান্ধ এৰাব—গাভৰুৱেও মুকলিমূৰীয়া হৈ অন্য লোকত বিয়া সোমাব পাৰিব। তাকে নহ'লে চন্দ্ৰ-সূৰ্য ঘূৰি থকাৰ কাললৈকে মই তাইৰ মুনিহ— তাই মোৰ তিৰী।

হাঁ—বিধি। ইহঁতৰ এইখন শালিকী পীৰিতিৰ পৰজত এতিয়া মইহে মৰিবলগীয়া হ'ল। বোলো, 'তহঁতৰ পীৰিতি ৰসাতলে যাওঁক। মই প্ৰাণে প্ৰাণে মৰিব নোৱাৰো—আগত ৰাজাৰ কাম ঢেৰ আছে। মই কণা বোবা লেঙুৰ ভেঙুৰো নহওঁ, সেইটো দেখিছই। এতিয়া তহঁতৰ কাৰণে মই নাক-কাণ কাটিমনে ? মোৰ দেহা ৰাজাৰ কামত উছৰ্গি থোৱা আছে, মইনো এই ভৰ বয়সতে তেনে কৰিব পাৰোনে ? তাতকৈ তহঁতৰ পীৰিতি যদি সঁচা হয়, সোৱা সোঁখিনিতে লুইত দেৱতা আছে—তাতে দুয়োটাই সাৰটা-সাৰটি কৰি জাহ যাহক। নহলে বৰগছৰ ডাল এটাতে চিপ্ জৰী ল। একেলগে মৰিবলৈ ঢেৰ উপায় আছে—নহলে বৰবিহ এডোখৰকে গিলহক। তহঁতৰ বিয়া হোৱাত মোৰ কোনো ওজৰ নাই—কিন্তু মই নাক-কাণ কটাটো অসম্ভৱ। তহঁত আৰু তহঁতৰ সমাজ জহনীত যাওঁক, মোৰ কাৰণে ৰাজ্য আগ।'

মোৰ কথাৰ ভমকতে হবলা, ডেকাটোৱে গাভৰুক গৰামাৰি ধৰি ৰাউচি জুৰি কান্দিবলৈ ধৰিলে। মুখেৰে টানকৈ কলেও মনে মনে মই কি কৰা যায় চিন্তা কৰি আছিলো তেনেতে চকুত পৰিল বাওঁহাতৰ এই কণিকলি আঙুলিটোত। বজাঘৰীয়া ঢোঁদৰ দৰে দেহাত লাগি আছে—কোনো কাৰ্য্যত নাই। ছিলৈ থাঞ্জোতেও নেলাগে কাৰ্ট্ৰাট মাৰোতেও নেলাগে—ঘোঁৰাৰ খাঁচ ধৰোতেও নেলাগে—ৰজাঘৰ গুৰুঘৰ কাৰো কাজত নহা এই এটা

অকামিলা আঙুলি, গাধৰ গলত সোণৰ সাতসৰীৰ দৰে দেখিবলৈহে শোভন।

ডেকাটোৱে কান্দি আছিল, গাভৰুৱে হৰিণীৰ দৰে চল্‌চলীয়া চকুহাল মেলি মোৰ ফালে চাই আছিল, মুখত আকুতি মনত বেদনা। হঠাৎ দেখোন ডেকাটোৱে গাভৰুৰ পৰা এৰাই আহি ঘপ্‌কৰে বেকোঁৰা দাখন তুলি লৈ নিজৰ ডিঙিত ৰেপ্‌ দিবলৈ ধৰিলে। মোৰ আৰু মনত নসলে বোপাইহঁত, গাভৰুৱে মাটিতে আঁঠুলৈ বহি পৰিলত মোৰ আৰু ধৈৰ্য্য হেৰাল—সেই খেনত মনলৈ কি ভাব আহিল তাকো এতিয়া মনত নাই— , মই ডেকাৰ হাতৰ পৰা দাখন থাপ্‌মৰি কাটি লৈ একেকোবে মোৰ বাওঁহাতৰ এই কণীয়া আঙুলিটোৰ আগপাব দুটা কাটি পেলালো। মোৰ শৰীৰত ঘুণ্‌ লাগক—সিহঁতৰ বাসনাও পূৰ হক। পাঁচ ভূতৰ দেহাৰপৰা সামান্য অকাজ্‌ভাগী আঙুলি এটাৰ দুপাব হেৰাল—পিছে যাউতিযুগীয়া সোঁৱৰণী মনত থাকি গল। এই আঙুলিটোৰ বিনিময়ত সিহঁতৰ দুটা আৰু মোৰ এটা এই তিনিটা জীৱনৰ কাৰণে কি অময়া সৰগ ৰচি থৈ আহিলো বাছাহঁত তাৰ তুলনা নাই।

ৰাতি পুৱাইছিলেই। বুঢ়াক মতাই আনি সকলো কথা কলো। মই ঘুণীয়া হলো, এতেকে বিয়া কৰাবৰ উপযুক্ত নহয়। এবাৰ মোৰ কটা আঙুলিটোৰ ফালে আৰু এবাৰ তেজেৰে তুম্‌বলি হৈ পৰা বননিডৰাৰ ফালে চাই চকু মোহাৰি বুঢ়াই মূৰ দুপিয়ালে। চকুৰেদি দুধাৰ পানী বৈ গ'ল—সি যেন সপোনেইনে দিঠকেই তাকে মোৰ ধৰিব পৰা নাই। মই বুজালো এইবোৰ শুভকাম পিছুৱাব নেপায়—ৰাতিটোৰেই হাতীটো—আকৌবা খন্তেকতে ক'ত কি গুলায়। সিহঁতে মোৰ কথা শুনিলে—সেইদিনা পুৱাতে টেপৰ আৰু গাভৰুৰ বিয়া হৈ গ'ল। মোৰ ভৰিত মূৰ থৈ দুয়ো সেৱা কৰিলে। প্ৰাণ ভৰি আশীৰ্ব্বাদ দিলো বাছাহঁত, জীৱনৰ যুঁজত হবাৰ যে আনন্দ কিমান, পোৱাতকৈ দিয়াত যে শান্তি কিমান বেছি, হিংসাতকৈ যে উদাৰতাত অধিক সুখ, সেইদিনা হাড়ে হাড়ে বুজিলো আৰু মোৰ বুকুখনৰ এছোৱা তাতে এৰি থৈ ৰাজ্যৰ কামত পুনৰ ঋাওনা হলো।

এৰি থৈ আহিলো বোপাইহঁত, এই এবাৰলৈ নদাই সঁজাতী হাৰিল। মনত খেদ নাই কিন্তু সুঁৱৰিলে আজিও একোবাৰ বুকু হম্‌হমাই যায়, এচমকা

ভেজ গোট মাৰে। মোৰ ভলাৰ বগৰী জীৱনটো এফেদৰেই থাকিল, আঁউসীৰ এন্ধাৰৰ বুকুত খন্তেকলৈ ভোটা তৰা এটাই জিলমিলাইছিল—কণমান পৰতে আকৌ মাৰ গ'ল। জীৱনৰ পথত মই পিছে চলিয়েই থাকিলো, যাত্ৰাৰ বিৰাম নহ'ল, বাটৰ শেষ নহ'ল— এয়েতো জীৱন।

ভালুকজুৰিৰ পৰা দহক্ৰোশ ভটিয়াই কলিয়াবৰৰ জখলাবন্ধা সত্ৰ পাওঁতে বেলি মূৰৰ পোন পাইছিলহি। পাকৰিগুৰি পাহাৰৰ নামতে সলাৰ কোঁঠ— তাত পিছে ৰবলৈ নহ'ল, বেছি ৰজনজনা হয় বুলি। সত্ৰতে বনমালী গোঁসাই আছিল, তাতে খাস্তক জিৰাই-শ'তাই পুনৰ ৰাওনা হ'লো।

কলিয়াবৰাতে লুইতৰ গা-ঘঁহাই শিলাময় পাহাৰ—তাৰ ওপৰতে কামাখ্যাৰ ধাম। ওখকৈ পাহাৰ, ওপৰত উঠিলে পূবে কুকুৰাকটাৰ কেঁকুৰিৰ পৰা উত্তৰে-দখিণে চামধৰালৈকে মনি। কেঁকুৰিতে মিকিৰৰ বুঢ়াপাহাৰ তাতে ভেজা লৈ লুইতে উত্তৰৰ চামধৰালৈ পোনাইছে—দখিণ পাৰে শিমলুগড়। সলাৰ পৰা শিমলুগড়লৈকে সৰ্গদেৱৰ কোঠ ছাউনীৰ অন্ত নাই—ক্ৰোশ ক্ৰোশ গড় প্ৰাঞ্চি, বাহৰ। এইছোৱা পথ মিকিৰ আৰু কছাৰী ৰাজ্যৰ কাষে কাষে— কপিলাৰ লগত কলং য'ত মিলিছে তাৰ পৰাই কছাৰীৰ সীমা। তাৰো পচিমে জয়ন্তাৰ—এইছোৱাত সৰ্গদেৱৰ ৰাজ্যৰ সীমনাখন চোৱা-চিতা কৰে কাজলীমুখীয়া গোহাঁয়ে। উত্তৰ কোলে দখিণ কোলে চামধৰাৰ গড়, তাহানি বুঢ়াৰজাৰ দিনত ভণ্ডাৰী গোহাঁয়ে উত্তৰে লুইতৰ পৰা চামধৰা পাহাৰলৈ আৰু দখিণে ভৰৰাগুৰিলৈ হাৰুণি-দাৰুণি পৰ্ব্বতত লগাই বন্ধা গড়। মাজত লুইতৰ ৰূপালী ধাৰত ওপঙি শত সহস্ৰ পহৰীয়া নাৱনাও নিসন্ধিকৈ গঁঠা। গুৱাহাটী থানিত পিছলিলে ফুকনাবাৰে খোপনি ধৰিবলৈ সেই দুৰ্জ্জয় গড়, শিউৰিৰ পৰা চাৰি যোজন ভটিয়াই। তাতে তেতিয়া বাহুলি আৰু লাপেতিফুকন, চেতিয়া আৰু বৰবৰুৱাৰ অবিহনে কলিয়া বৰীয়া ফুকন আছিল। ছাউনীতে লগ পালত বাহুলি ফুকনে বোলে, 'চতুৰ্ভুজে আকাদহে আগজাননী নিদিলে. এতেকেহে বঙাল পলাই সাৰিল। পিছে কঁকাল ভঙা নাই যেতিয়া আকৌ

আহিব। এতিয়া চামধৰাত এক ফৈদ থাকিব লাগে, আৰু এক ফৈদ কাজলীত। তেহে পাণ্ডু-শৰাইত বল পাব।' মই বোলো, 'বণ্ডালৰ ঘোঁৰা কামাযণ কি পালে কি থাকিল?' বোলে, 'সেইবোৰ নেজানো। নবাবৰ ভণ্ডাৰ লুটিছিল, বস্তুও কতোমান পাইছিল। সোপাকে গ্ৰাস কৰিলে, গডৰ্গাঁৱৰ ভেজোৱা নাই। তাত পিছে তণ্ডচু, কৌপতীয়া আৰু সদাই ডেকাহে আছিল দেই—যি কৰিছে সিহঁতেহে কৰিছে।' চেতিয়া গোহাঁইৰ ভাতো বুজবাজ ললো। এতোমান বস্তু কলৈ গল কি হল কোনেও কব নোৱাৰে। নবাবে লগত লৈ যাব পৰা নাই ঠিক, কিন্তু উৱাদিহ্ একো নাই।

সিধাপাতি খাই ৰাতিটো কটাই পাছদিনা পুৱাতে আকৌ ওলালো—মনতে বোলো এইবাৰ হয় কাজলীত নহয় গুৱাহাটাতহে ৰমগৈ। বিশক্ৰোশ ভটিযালেই খাগৰিজান, তাতে তণ্ডচুৱে কলণ্ডত দলং বান্ধি থৈছেই, তাৰ পাছত কপিলাখন বিছো জযাৰ যদিও তাৰ আগলৈ আৰু বাধা নাই। ৰাতিটো জিৰাই তাউখামো চেঙা হৈ আছে। অৰণ্যে ভালুকৰ সাঙী গলৰ মণি ইহঁত চাৰিটা আছে। সিহঁতৰ বিজতৰীয়া বটুৱা ঘোঁৰা কেইটা অৰুল খোজে-কাটলেই গধুৰ নহয় দেই, লেহুকাও। মোৰ তাউখাম্ যেতিয়া খৰ্কদমত চলে, সিহঁতে লেহেতীযায। যেনে ঘোঁৰা তেনে চোৱাৰী—মানুহ কেইটাৰো কলঢোপ্ কলঢোপ্ অৱস্থা। সেইগুণে ভাবিলো হয়তো খাগৰিজান পাব হৈ কপিলাৰ পাৰতে ৰবগৈ লগীযা হব পাৰে, ইহঁতৰ মৰ্কেলেপ্ ঘোঁৰাকেইটা সুথিৰ হবলৈ আৰু কিছু জিৰণি দিব লাগিব। এখুজীয়া খোজত চলি ভৰ-তুপৰীযা কপিলা মুখ পালোগৈ।

শিমলুগডৰপৰা কাজলীলৈ এইছোৱা পথ তুৰ্গম। অৰাজ্য—মনিচৰ সমাগম নাই। টেংলেকা সন্দিকাযে মিকিৰ ৰজাপোৱালিক বৰাই সৰ্গদেৱৰ খটোৱাল কৰিছিল কাজলীতহে—এইছোৱা বিস্তু লালুঙে কছাৰীয়ে ৰাৰে-মিহলিৰ জাজ্ঞা। ইফালে মাজে মাজে দ হোলা, দলনি-পিটনি, বকৰাণি। বাঁয়ে কলং সোঁয়ে লুইত। দখিণ কোলত সৰ্গদেৱৰ একছত্ৰী ৰাজ্যৰ বেতিক্ৰম এই খাগৰিজানতে—চামধৰাৰ পৰা কাজলীলৈ—ডিমৰুৱা কছাৰী গোভা আৰু নানান্ কণ্ কণ্ ৰাজ্য, গাঁয়ে গাঁয়ে ৰজা, কোনোটো অৰইচ্, কোনোটো ওলে পুতল। লুইতৰ গাতে লগাছোৱা অৰণ্যে সৰ্গদেৱৰ—তাত

কাৰো ছাণ্ড নাই। কপিলাৰ দুয়োপাৰে চাৰিকোশ জুৰি দকৈ পিটনি, মাজে মাজে পলাস, তাত চোৰ বালিৰ পাক। গোটা হস্তী গোটে গিলে এনেহেন বালি। দেখাত পলস কিন্তু এবাৰ যদি বেনেবা পাকত ভৰি পৰিল, আৰু ৰক্ষা নাই। পথ চিনি অঁকাই-পঁকাই যাব লাগে, পথ নিচিনিলে নিগম মৰণ। কপিলাৰ পাৰৰ এইছোৱা পথত লাহে-ধীৰে সাবধানে ঘোঁৰা চলাব লাগে।

লুইতৰ পাৰে পাৰে বগা বগা কঁহুৱাৰ লযলাস চাই চাই আহি আহি কাজলী পাব হওঁতে আবেলি হ'ল। চ'তমহীয়া ধূলিয়ৰী বাট লুইতৰ পলসে ছাটি পেলাইছে, পিছে কাজলীত থাকিবলৈ সুচল নহব বুলি বুজিলো। টেলেকা সন্দিকায়ে টঙাদলৈ আৰু চাৰিকুৰি ঘৰ আহোমেৰে ভটিয়াই আহি পাঁচোটা চাঙ্‌ঘৰ সাজি চকী পতা আজি বছেবেক নৌ হয়—সিধা-পাতিও নাই, ৰোজ-ৰাজ আছে কলিয়াবৰৰ পৰাহে। আনহাতে আৰু খানিকদূৰ আগবাঢ়ি থাকিলে পাছদিনা দিনে-পোহৰে গুৱাহাটী পামগৈ বুলিও ভাবি কাজলীৰ চকী চেৰাই আগুৱালো। এইখিনিতে লুইতৰ পাৰ এৰি তৰলৈ উঠিব লাগে—এইছোৱা ডুমুৰীয়া ৰাজ্যৰ ভিতৰত। তাহানি নৰনাৰায়ণ ৰজাই জয়ন্তাৰ সীমাত ওঠৰ ৰাজ্য মাৰি অধিকাৰ পাতি থৈ যোৱা এই ৰাজ প্ৰভাকৰৰ দিনৰে পৰা আমাৰ হৈ আছিল। বুঢ়াৰজাৰ দিনত কছাৰীৰ ভীমবল ৰজাৰে লাগি এই মৰ্মে অনেক কোন্দলো গঢ়িল—পাছত নুৰৰীযাদেৱৰ দিনতহে সবাৰে মিলি একাকাৰ হ'ল। এই ডুমুৰীযাৰ সিবাগে জয়ন্তা আৰু মিকিৰ গাতে লাগি আছে—ইপোনে কোঁচ, সিপোনে কছাৰী। ৰজাশহুৰে চামটাকটা সাতগঞাৰ লগত নিধিক কটকী ফেটোৱাৰ পৰা কছাৰীৰে আমাৰে প্ৰীতিগোট বঞ্চিছিল—কিন্তু তলে পুতল কছাৰীযে চেগ্‌চাই কেতিয়া ওভোটাই ধৰে তাকতো নাজানি। মুঠতে ডুমুৰীয়াই বোলা বা কছাৰীযেই বোলা, সঞ্জাত কতো নাই।

পিছে ডুমুৰীয়াৰ দাঁতিয়ে দাঁতিয়ে বগাইছো, হঠাতে গুৰিত ডাৱৰে ক'লা কৰি আনিলে আৰু খন্তেক পাছতে কলহৰ মুখ ঢলা বৰষুণ আৰম্ভ হ'ল। বিদেশ বিভুঁই ৰাজ্য—মহা বিপাঙত পৰিলো। ইযাকে বোলে, 'খুন্তেকৰ ভোজ, খাওঁতা নাই'। দাঁতিচহৰী পাৰহৈ দুই ক্ৰোশমান আগুৱাওঁতে সেই ডবাপিটা বৰষুণতে দাঁতিযালে ধৰিলেহি—বোলে, 'ক'ৰ মানুহ ? কলৈ যাব ?'

আমি সকলো বুজাই কৈ থোলো, 'আজি, নিশাটো ইয়াতে ক'ৰবাত সুবিধা হলে বওঁ—পুৱাভাগলৈ বৰষুণ এৰিলে আকৌ বাট ধৰিম।' দাঁতিয়াল পহৰীকেইটাৰ মাজত সিহঁতৰ দোৱানতে কিঁবাকিবি গুণাগঁঠা হ'ল—শেষত তাৰে এটাই আমাক ওচৰৰ গাওঁ এখনলৈ বাট দেখুৱাই নিবলৈ ওলাল।

তাৰ লগে লগে গৈ কাণিমুনি বেলিকা যিখন গাওঁ পালোগৈ তাৰ মানুহবোৰ কছাৰী হেন লাগিল। এইছোৱা ৰাজ্যত মিকিৰে, কছাৰীয়ে, জয়ন্তাই, কোঁচে গোটেইখন লেটিপেটি। মাজে মাজে লালুং গোভা। কোনছোৱাত কোন আছে ধৰা টান। আমাক দেখি সেই বৰষুণৰ মাজতে মতাই-তিৰোতাই ডেৰ-দুকুৰিমান লোকজনে জুম্ বান্ধিলেহি। গাঁৱৰ মুখিয়াল বুঢাজনক আমাৰ লগত অহা দাঁতিয়ালে কিবাকিবি বুজালত বুঢাই আমাক আষ্টেপিষ্টে নি তাৰ চাঙত তুলিলেগৈ।

আমাৰ ঘোঁৰা কেইটা ভোকে-পিয়াহে লাল্‌কাল হৈ পৰিছিল। গাময়ক কথাটো কলত তেওঁ ডেকা দুটাক মাতি ঘোঁৰাকেইটা দেখুৱাই কিবা কলে। সিহঁতে নাও হেন কাঠৰ চৰীয়া দুটাত পানী ভৰাই ঘোঁৰাকেইটাৰ কাষত দিলেগৈ। পানীবোৰ কিবা ঘোলা শুকুলা হেন দেখিলো। প্ৰথমতে বোলো নৈৰ পানী চাগৈ। পিছত টেঁভি টেঁভি কেচেমা কেচেম গোন্ধ পাই ওচৰ চাপি চাই দেখো পানীত পঁইতা ভাতৰ ৰহ মিহলাইছে তেনে কৰিছে। কিনো বোলে—এইসোপা আপংহে হ'ল। ইহঁত কছাৰীয়ে চাগৈ এনেবোৰ পানীহে খায়।

ঘোঁৰাকেইটা পিয়াহত আছিল, পানী পাই উশাহ নসলোৱাকৈ খালে। তাৰ পিছত মুঠাবান্ধি আনি দিয়া ঘাঁহ এসোপাও মোকোৰা-মোকোৰে খাই শেষ কৰিলে। ইতিমধ্যতে জানিবা বৰষুণজাক এৰিছিল—ঘোঁৰাকেইটা অলপ দূৰৰ খুটিত থলেগৈ। খেনেক পাছত কছাৰীয়ে মদেভাতে গাহৰিয়ে আমাকো যতালেহি। লগত আলু-কচু পোৰা। কাক বাঁহৰ চুঙাত পোৰা ৰঙচুৱা ভাতৰ নেককা—উন্তুৰা উন্তুৰা গোন্ধ। বাঁহৰ চুঙাত আপং—মই পিছে সেই লাওপানীবোৰ খাবলৈ নহল দেই। স্বৰ্গদেৱৰ নিষেধ, তাহানি ফৰিঙায়ো হাক্ দি গৈছে। বিশেষকৈ বিদেশে-বিভুঁযে এইবোৰ খোৱা কথা নহয়—ঘৰতে বহি বিশ্বাসতে পাংসে যহন তহন। গতিকে লাওপানীৰ চুঙাটো

চেপবুজি জলভাইদি উবুৰিয়াই দিলো। ঠাৰে চিঞ্ৰাৰে লাকোহুতকো বুজালো যোলো এইবোৰ নেখাবিহক। সিহঁত পিছে খগা বহুত মজিল দেই—মোৰ কথা সুশুনিলে। পাতৰ ভাত ঢুকুৱাৰ আগতে সিহঁতৰ চুঙাহে উদং হল। ৰং চালি ধৰি হাঁহি খিকিন্দালি মাৰি সিহঁতে চুঙাবোৰ হাতত লৈ নেঘেৰি নাচোন দিবলৈ আৰম্ভ কৰিলে।

এপাকত মন কৰিলো ৰাতি ভালেখিনি হ'ল। ডবিযাই হুকিযাই কেউটাকে গোটাই-পিটাই লৈ গামে দেখুৱাই দিযামতে চাঙৰ মূৰৰ ধানখেৰ পাৰি থোৱা খোটালী এটাতে হাত-ভৰি পোনাবলৈ বুলি দীঘল দিলোগৈ। কছাৰীৰ তাথৈ তাথৈ নাচ তেতিয়াও চলিযেই আছে—কুটৰীটোও এন্ধাৰমুধাৰ। এমূৰে অকলশৰে মই, সিবাগে ইহত চাৰিটা, গিযান নাই, লাংখাই পৰি আছে। ভাগৰে-জোগৰে ঘুমটিয়েও টানিছিল হবপায, হঠাতে ওচৰত খিৰিক্-খাৰাক্ শব্দ শুনি ভাতঘুমটিৰ জাল কেনিবা উৰিল। এন্ধাৰতে খেপিযাই চালো—খেৰৰ তলতে হাতহিলৈ আৰু হেংদান আছে। বুকুত সাহ বাঢ়িল। উশাহ-নিশাহ বন্ধ কৰি এন্ধাৰতে চকু পিৰিকিযাই চালো।

একুৰিমান কছাৰীয়ে সিহঁত চাৰিটাক চৌপাশে ঘেৰি ধৰিছে। লাওপানীৰ জালত সিহঁত অচেতন। ইফালে এই মহাৰাতিখন এই কছাৰী সোপাৰ উদ্দেশ্য নিশ্চয় সজ নহয়—কিবা এটি ফুন্ কৰি আহিছে চাগৈ। আমাৰ আওকঠীযা চাৰিটা হলে মৰঘুমটিত লাল-কাল—মই অকলশৰীযা মুনিহ-টোৱেনো কৰিম কি? গতিকে বুদ্ধি কৰি মযো লাংখাই পৰি থাকিলো আৰু সিহতৰ আলেখলেখ্ চাবলৈ ধৰিলো।

খন্তেকপৰ নিৰিকি থাকি কছাৰীজাকে সিহঁতৰ ওপৰত জঁপিয়াই পৰি পঘাৰে সিহঁতৰ হাতে-ভৰিয়ে বান্ধি পেলালে। ইহঁত চাৰিটা টং, সাৰ-সিৰিকতি নাই। পাছে তাৰ মাজতে খেনোটোৱে সাৰ পালে হবপায, ডবৰা ডবৰি লাগিল। এইখন উজুবাজাৰ মাজতে মই জানিবা ছিলৈটো আৰু হেংদানখন বগলত লৈ পেটে-বুকুৱে চুচৰি কাণিত্তুৱৰী দুৱাৰখনেদি সুট্‌কৰে ওলাই পৰিলো। মোক তেনেকৈ ধৰিবান্ধি নিবলৈ মইতো ভেকোইঁতৰ দৰে সামান্য পাইক নহয়। মই সৰ্গদেৱৰ সঁজাতী। এখন ৰাজ্যৰ দায়িত্ব মোৰ মূৰত, মই এনেদৰে বিথানিত পৰিলে কৰ্ত্তব্যত বিঘিনি হব, ৰাজ্যৰ হানি হব। গতিকে

লাহেকৈ ষাজলৈ ওলাই ঘোৰাখুটিৰ ফালে পোনালো।

কছাৰীৰ বোপাইহঁত, আঁহে আঁহে বুদ্ধি, কিন্তু এইবাৰ সিহঁতবো নিশ্চয় কিবা এটা ভুল হল। হয় সিহঁতে মোৰ কথা পাহৰিলে, নহয় এন্ধাৰ-মুধাৰত তৰ্কিব নোৱাৰি লোকোহঁতৰ মাজতে ময়ো শুই থকা বুলি ভাবি খোটালীটোৰ ইটো মূৰলৈ মনকে নকৰিলে। আপং ঢুকিছিল যদিও সিহঁত বলে সবল, ডেকাই-ভগু্ৰাই কুৰিটামান হব, উভটি ধৰিলেও মই অকলে ৰুখিব নোৱাৰিম। ধেমাইহঁতে তো এৰীৰ লেটাৰ দৰে বান্ধ্ ললেই, মই যদি তাউথামক লৈ কোনোপ্ৰকাৰে উজাই গৈ কাজলীমুখত টেকেলা সন্দিকাইক ষতৰাটো দিবগৈ পাৰো, ইহঁত জীযাৰ আশা আছে। নহলে পাখি-গজা পৰুৱা, ইহঁতক কেনে ৰাখিব। পাছে ৰাতিপুৱাৰ আগতে ক'ত পাম্হি হবলা—তেতিয়ালৈ চাগৈ ইহঁতৰ হাড়তো বন গজিব। তেওঁ চেষ্ট অকণ কৰি চোৱাত হানি নাই।

ঘোঁৰাখুটি পোৱাৰ আগতেই চি—হিঁ—হিঁ—হিঁ অট্টৰাও শুনিলো। গৈ পাই দেখো কেউটা ঘোঁৰাই বান্ধৰ পৰা মুকলি হৈ মহাৰঙ্গে লম্ফ-জম্ফ কৰিছে। মই খেদা মাৰি গলত ঘোৰাযো লৰ-মাৰক ছাবি সমান ফেৰ তুলি মোৰ ফালেহে চোঁচা ললে। খোজো দিছে পাছঠেঙ্ দুটাবেহে—আগঠেঙ্ দুটা আকাশলৈ টোৱাই। মনতে বোলো কি আপদে পালে। সিফালে চাগৈ মই নদাইক নেদেখি কছাৰীৰ মাজত হাবা-কাবা লাগিছে এনেহেন সঙ্কটপৰত কণাৰ লাখুটি এই ঘোঁৰা কেইটাৰ গাত ভাল দেওধনী লম্ভিল। দেখোতেহে অটৰ চেলাই হাড জকৃজক্ ভিতৰি পাখি, যেন খোজটো দিওঁতেই হাম্‌খুৰি খাই পৰিব—এতিয়াচোন এই চতমহীয়া ৰাতিখন ইহঁতৰ তাথৈ-তাথৈ নাচ, চিঞৰ-বাখৰত এগন ফালিছে—হাঁ মোৰ বিধি—এইখন আজি কি অপুদঘাটে পালে।

তাহানি সাগৰখৰিয়ে কৈছিল বোলে ঘোঁৰাৰ গিযান হেনো মানুহতকৈ বেছি—সিহঁতে কিবা নেদেখা-নুশুনা কথাবো ভু পায়। মনতে বোলো হতচিৰী যাহক। ভাংখোৱা বান্দৰৰ দৰে এইজাকৰ যিহে ধেই ধেই নাচ—ইহঁতৰ গিয়ান মানে ফুটুকাৰ ফেনসোপা। ঘোৰা পাঁচোভালৈ চাই থস্তেক দঁৰক ললো, এনে বিপাকত পৰিলে খেনেক চিন্তা কৰা আৰম্ভক। এবাৰ মন কৰিলো মাজৰ কাজলীজনী ঘুৰীহে—তাইকে বেঢ়ি কুৰি ধৰি ইহঁত চাৰিটাৰ এই দেওধনী উছন্ন সমাৰোহ! পীৰিতি জাগিছে বাছাইঁতৰ, হাবামখোৰক

ভেকাজিৰ ৰা-মাৰলীয়ে পঙ্কাইছে। বোলো ৰ হুক !

পগলা ঘোঁৰাত উঠা মোৰ অভ্যাস আছে বোপাইহঁত, একেজাপে লেকামত ধৰি মাজৰ ঘূৰীজনীৰ পিঠিত উঠি বহিলো। তায়ো এন্ধাৰ-মুখাৰত জলকিব নোৱাৰিলে হবপায়। কেনেকৈনো তৰ্কিব—চাৰিটাকৈ ভেকেৰুৱা ঘোঁৰাৰ লগত পীৰিত খেলত নিমগন। মই পিঠিতে হুকুম্‌কৈ উঠি দিলত তাই চঁকিল চাগৈ—অট্টবাও কাটি আকাশলজ্ঘা উধাজাপ এটা মাৰিলে। কোনো প্ৰকাৰে লেকামত টানি ধৰি ৰুখিলো যদিও বইচ কৰিব হলে নোৱাৰিলো সেই—তাই নাটেশ্বৰীয়ে হিলদল ভাঙি দৌৰিবলৈ ধৰিলে—পিছে পিছে নাক ওপৰলৈ তুলি বাকী চাৰিটা। কেনিনো গলো একো ততকে ধৰিব নোৱাৰিলো বাপাহঁত, নিমিষতে দেখোন গাৱঁৰ ৰৰচোতাল পালোগৈ।

জোৰ-বস্তি জ্বলাই এজুম মানুহে তাতে উখনা-উখনি কৰি আছিল। মোক পিঠিত লৈ ঘূৰীজনী আৰু পিছে পিছে চাৰিটা মতা ঘোৰা গৈ ৰৰদৈচিলাৰ দৰে মানুহজুমৰ মাজতে সোমালোগৈ। পগলা ঘোঁৰাৰ গগনচোৱা জাপ, দেওধনী নাচন আৰু আওফাল তাওফাল চিঞৰত মানুহজুম ছেদেলিভেদেলি হৈ যেনিয়ে তেনিয়ে পিয়ঁাপি দিলে। দুই চাৰিটাক ঘোঁৰাই লঠিয়ালেও হবপায়, ময়ো হিলৈৰ কুন্দাৰে কেইটামানক গতিয়ালো। চেগবুজি এজঁাই কি দুজঁাই খাবো উৰালো। পিছপাকত দেখিলো চোতাল উদং হল। মাজতে মৰা-শ হেন হৈ পৰি আছে আমাৰ চাৰিজন বীৰপুৰুষ, হাতে-ভৰিয়ে টোম-হেনকৈ আটি আটি বন্ধা। সৰ্গদেৱে নিজহাতে দিয়া মোৰ সুনীয়া বাখৰ পতোৱা হেংদানখন সেই প্ৰথমবাৰ কাজত লাগিল বোপাইঁত—তত্তালিকে ঘোঁৰাৰ পৰা নামি সিহঁতৰ বান্ধবোৰ কাটি মুকলি কৰিলো।

সিহত কেউটা থকৃথক্‌কৈ কঁপিছিল। মুখে ফেনগুটি বৈছিল—সাক্ষাৎ যমৰ মুখতে পৰিছিল তো। ঘোঁৰা কেইটাৰো গিয়ান ঘূৰিল হবপায়, খানিক থীৰ সুস্থ হল। গাওঁবুঢ়াটো চাঙৰ ভিতৰত লুকাই আছিল, বুঢ়া মানুহ, বাকীবোৰৰ মান লৰা-ধপৰা কৰিব নোৱাৰে। তাকো বাজলৈ উলিয়াই আনি হাতে-ভৰিয়ে মেৰাই বান্ধিলো আৰু কছাৰীয়ে পেলাই থৈ যোৱা জোৰ এটাৰেবে জুই একুৰা জ্বলাই ৰাতিটো পুৱাবলৈ বাট চাই ৰলোঁ।

থৈছজালি দিওঁতেই ধেমাইক পঠিয়াই কাজলীৰ চকীয়াল বৰুৱাক বতৰা

দিয়া হল। শিকাই পঠিয়াইছিলো বোলো, 'দাঁতিয়াল চকীত নৰখি—কাঁডপাত যোৱাদি নাকব পোনে ছাটিকৈ পাৰ হৈ যাবি।' মই বাকী তিনিটাৰে সৈতে গাওঁবুঢ়াটো পৰ দি থাকিলো। তেতিয়াহে ওলাল বোলে—এইবোৰ কছাৰী ৰবিদৰ্পনাৰায়ণৰ দলৰ—তলে তলে সৰ্গদেৱৰ দ্ৰোহী। ৰাতি আচলত পাই ধৰিছিল। এনেকৈ দগা দি ধৰি ইহঁতে দেও পূজাত বলি দিয়ে। আহোম ৰণুৱা পালেতো ভালেই—একে ফৰ্ম্মুটিতে দুটা আম পৰে। ঘোঁৰা ছিলৈ এনেয়ে পায়। পিছে বোলে ইহঁতে ঘোঁৰা কেইটাক লাওপানী খুৱাই মতলীয়া কৰি মেলি দিলে। মোৰ লগত পাইককেইটাকো ধৰিবান্ধি আনি বৰচোতালত বিচাৰি সুধি থাকোঁতেই চকীয়াল ঘোঁৰাচোৱাৰী আহি গোটেইখন লণ্ড ভণ্ড কৰিলত সোপাই পলাই পত্ৰং দিলে। দুটা বস্তুলৈ ইহঁতে যমৰমান ভয় কৰে—ছিলৈ আৰু ঘোঁৰা। সেই কণামুনা এন্ধাৰত জঁপিয়াই ফুৰা পাঁচোটা ঘোঁৰাই ইহঁতৰ মানত পাঁচ কুৰিমান হৈছিল চাগৈ—তাতে আকৌ ছিলৈৰ শব্দ। অলপ ধতুৰা লোক, গোটেই উখামুখা লাগিল।

পুৱাবেলা একুৰি পাইকেৰে খদাই হাজৰিকীযা আহি কছাৰীৰ গাঁৱকো যি আছিল আলুৱে কলাপুলিযে তুলি নিলে। গাওঁবুঢ়া মুখিযালবোৰকো বিনা বিচাৰে কাটিলে। বেপাৰী বঙালৰ পৰা কছাৰীযে ডকাহকা দি ৰখা বস্তুৰ অনেক পাইছিল—সেইবোৰ লগত নিবলৈ কছাৰীৰ সমায নাটিল। মনে মনে বিষম পাইছিলো—উলুৰ লগত কতোমান বগৰীও পুৰিলে—ইহঁতৰ এটাইবোৰ লোক সিমান বেযা নহয। পিছে শতুৰুক কণ্ঠীয়া মাৰি তুলিব লাগে। গিযানী লোকে কয বোলে শতুৰুক খেমা কৰা ভাল। পিছে সেইদিনত বোপাহঁত, শতুৰুক ভালকৈ এশিকনি দি সিহঁতেও খেমা কৰিবলৈ কিছো থল ৰখাটোহে আমাৰ পক্ষে অধিক উত্তম বুলি ভাবিছিলো।

গুৱাহাটীত ৰজাশহুৰ বৰফুকনক এই সকলো বা-বতৰা দিমগৈ বুলি আমি বেলা দুপৰীয়া তাৰপৰা ৰাওনা হলো। এইবাৰ আৰু গুৱাহাটীৰ আগতে ৰবলৈ নাই—তেহেলৈ বামুণেই মৰক বা লগুণেই ছিগক।

অনেক পাহাৰ-পৰ্ব্বত চেৰাই গৈ বেলা গোধূলা গুৱাহাটা পাই গম পালো—তাত ডাঙৰীয়া এজনো নাই। বৰ্জাশহুৰে পিকছায়ে শৰাইতহে আছেগৈ। তাতে গৈ লাগ পাই সকলো বা-বতৰা দিলো। গুপুততে পত্ৰখানো বৰ্জাশহুৰক হাতে হাতে দিলো। পঢ়ি চাই নিভৃতে বোলে, 'সঁজাতী—সৰ্গদেৱত বুজাই কৰি বোলে বঙাল যে ভাগি পলাল সি আমি যুঁজত নমাৰ আগে-ভাগে। কাজিৰ লগত কিছো যুঁজ হ'ল পিছে—তাতে আচ্‌ৰা গুলী লাগি আমাৰ ভবলাও পৰিল। আৰু বস্তুবাৰীৰ কথা যি কৈছে তেওঁচুৰে সদায়েহে জানে—মই থানিত নাই গতিকে ভূ-ভা নেপাওঁ। ঘোঁৰা কাযমান হিলৈ তবকী ইয়াতেহে ৰণথলীত লাগে বুলি হবলা ৰাখিছে। খেদি আহি গুৱাহাটা লৈহি নবাবৰ ভঁড়ালত কি পালে কি থলে সিহঁতেহে জানে। ইহাতে চালে পিছে সেইবোৰকে কিছো পোঁৱাৰ আশাতেহে দেহ-প্ৰাণ উছৰ্গি সৰ্গ-ৰাজাৰ কাজবো কৰা যায়।'

পাছদিনা আগবেলাটোও শৰাইতে পাণ্ডুতে ইটোসিটোক লেচেৰি সুধি কটালো। যা-যোগাৰ দেখি বুজিলো উত্তৰে মানাহৰ পৰা বৰীতলালৈ আৰু দখিণে শ্ৰীসূৰ্যৰ পৰা সেৰপুৰলৈ আমাৰ নাও-নাওৰা বঙালক ভেটাৰ নিমিত্তে সাজু আছে। তৰে-বামেও সষ্টম। দুই খেলীয়াকৈ ফুকনাবাৰ বহিছে—পাঁচশৈয়া হাজৰিকীয়া। তাহানি মোমাই তামুলীৰ দিনতে তৰঙোৱা দুইগোটে পাইক এইবেলাহে বহিলে। চেঁচাত তেওঁচুৱে লাপেতিয়ে গড় বান্ধিছে, লগত হেজাৰ পাইক। দুপৰীয়া বেলিকা তালৈকে বুলি ওলালো। ভৰবাট বুলি ভাগৰি পৰিছিলো—এইবেলা নাও ললো। লাবো ধেমাইহঁত ৰং-তামাচা কৰি শৰাইৰ গড়তে থাকিল, সিহঁতক লগত নিবলৈ নহল—অধিক বাটৈত গুৰো ধমনা। নাৱৰ পৰা বিয়লি বেলা লুইতৰ ৰূপোৱালী ধাৰত বান্ধনি ৰ'দালিৰ হেজাৰ হেঙুলীয়া বস্তিৰ লুকাভাকু চাই চাই গৈছিলো—চাৰিহাল বঠাৰ নাও, লুইতৰ ধীৰ-গম্ভীৰ সোঁত। আকাশৰ সিমূৰে সৰ্গদেৱৰ ৰাজ্যৰ সীমা চেৰাই বঙালৰ ৰাজ্যত বেলি পৰিছে, লুইতৰ বুকুত কেইখনমান

চেলেঙী নাৱে খেলিছে, তেজেৰে পচিম আকাশ ৰাঙলী—কৰতোৱা গঙ্গাৰ সোঁতত যেন আমাৰ ৰণুৱাই বঙাল খেদি থাওা ধুই পথালি গল! এই ময়াপী বুঢ়া লুইতৰ হেজাৰ ধাৰত যেন তাৰে জিলিকনি—ৰাউচ্ ৰাউচ্ বঠাৰ কোবত যেন তাৰে শবদ। ভাবতে আপোন পাহৰি কেতিয়ানো গৈ চেঁচা পালোগৈ গমকে ধৰিব নোৱাৰিলো।

তেতিয়া সন্ধিয়া পৰিছিল। গডৰ পৰা আহি তঙচু বাহাতে আছিল। তাতে গৈ বোলো, 'কথা-বতৰাবোৰ বৰ বাক হোৱা নাই—নবাবৰ সোণা-দানা বস্তু-বেহানি কলৈ গ'ল কি হ'ল তাৰ বিচাৰ ওলাইছে।' সি মুখখন ওফোন্দাই বোলে, 'কিটো হব? যোৰ বৰপেৰাত মেটমাৰি ভৰাই লুইতত উটাই দিলো। নবাবৰ পাছে পাছে উটি গৈ ঢাকা পালেগৈ।' মই মনতে বুজিলো,—সোঁ আঙুলিয়ে ঘিঁউ নাহে। মুখত ফুটাই বোলো, 'সৰ্গদেৱে পাছে বিষমহে পাইছে'। সি বোলে, যুঁজৰ যি আহিলা-পাতি পালে সিবোৰ ইযাতে লাগিব —বঙালৰ কামাযনেৰেহে বঙালক ওভোটাই ধৰিবলৈ সুচল। তাক গড-গাঁৱলৈ পঠোৱাৰ কি সকাম? বাকী বযবস্তু একো নাই নবাবে সোপাকে লগত লৈ গল। নবাবে আমাক কিবা ভাৰভেঁটী দিছিলনে যে আমি সৰ্গদেৱক ভেজিম? পুটপাত কৰা পাইকে ভণ্ডাৰৰ বস্তু কিবা পাই হাত কৰিছে যদিও নেজানো—আমি যি লামলাকটু তুই-এপদ পালো তাক গডৰ্গাঁৱলৈ পঠিওৱাৰ যোগ্য নহয—সেইসোপা হাততে ধৰি থৈছো. লাগে বুলিলে ভেজাব পাৰো।' মই বোলা, 'সন্দিকাই, এইটি হলে ভাল কাৰ্য্য নকৰিলা। সৰ্গদেৱক ভাৰিব নোৱাৰা—ত'ত সহস্ৰলোচনৰ বংশধৰ, হেজাৰ জোৰা চকুৰে দেখে, দুহেজাৰ জোৰা কাণেৰে শুনে।' সি বোলে, সইত্যে কৰি কৈছো—এয়া আগত অগ্নি আছে—মোৰ হাতলৈ বস্তুবাৰী একো অহা নাই।' মই বোলো, 'সেইফাঁকি বাক সৰ্গদেৱে বুজিব—মই বুজাৰ গৰাকী নহয। পিছে ৰণত সেনাপতি সন্দিকাই থাকোতে তেওঁৰ অজান্তিকে ইতৰ ৰণুৱাই নবাবৰ ভণ্ডাৰ লুটপাত কৰি বস্তু লৈ যায় সিও সন্দিকাইৰেহে দায়। মোটে বুজিবা—চাপৰিলে মেঘ নেৰায় দেই। বতৰৰ বতৰা বতৰতে কৈ থলো।' সি মুখখন গোমোঠা মাৰি ৰহি থাকিল।

বাজলৈ ওলাই আহি ছাউনীতে শইকীয়া বৰা তুইচাৰিটাৰ লগতো কথা

হলো। জয়ধনীয়া বাইডাং বরুৱাকো পাই শুধি পুছি বুজিলো নবাবৰ গোলা দখল কৰোতে চুৰবাৰ পুতেক সদাই ডেকা আৰু কৌপতীয়াই লুটৰ বয়বস্তুৰ হেফাজত কৰিছিল। কৌপতীয়া সেইবেলা বৰলীয়াত উজাই আছিল। বাইডাং বৰুৱাক পঠিয়াই তাক মাতি আনি সোধাত বোলে, 'তিনিটা বৰপেৰা খুন্দখাই আছিল—তাকে সন্দিকাইক দিলো। সিয়ে সদায়ে লগলাগি জানো কিটো কৰিলে। সৰ্গদেৱলৈ ভোজাৰা নাই যদি সিহঁতেহে ৰাখিছে, মোক হলে ভাগ দিয়া নাই। আ-অলঙ্কাৰ, খাৰু টেমী কিছো আছিল, সুণীয়া বাখৰপতোৱা ভৰণ, বাৰু আঙঠি পিক্‌দান ভোগদানো আছিল। সেইসোপা চন্তালোতেহে বঙাল ভটিযাই সাৰিল। খেদি গলে ধৰা পৰিল হয়।'

পাছদিনা ঘূৰি আহি শৰাইতে ৰজাশহুৰক বোলো, 'ৰঙচুকে সদাইক কৌপতীয়াকে সধ্যে লোৱা লগাই গড়গাঁৱলৈ ভেজিবলৈ সৰ্গদেৱৰ আজ্ঞা হয়। বিচাৰ ত'তহে হব। সিহঁতক ভিতৰুৱাকৈ ধৰি পঠিযাব লাগে। আৰু বঙালৰ বস্তুবাবীবোৰনো ক'ত উধাও হল তাৰো উৰাদিহ লব লাগে।' ৰজাশহুৰে বোলো, 'ইহঁত তিনিটাক ধৰাই পঠিওৱাটো একো ডাঙৰ কথা নহয়, পাছৰ টোহে টান। তুই, চাৰিদিন বাৰু বুজবাজ লৈ চাওঁ—তই কেইদিন থাক।'

ইহঁত তিনিটাক ধৰি বহুতো-সুধি-পুছিও একো আঁত উলিযাব পৰা নগল। কউটাই কেউটাৰে বাগি দিযে, সৈ কোঁৰ নলয। চাউদাং পঠিয়াই বাহাবোৰো চলাথ্ কৰাহল, একো নেপালে। চ'তৰ চৈধ্যদিন যাওঁতে ইহঁত তিনিটাক ৰজাশহুৰে আজ্ঞা কৰি লোৱা লগাই গড়গাঁৱলৈ ফেটালে। লগতে তিনিটা চাউদাং আৰু লাকাহুত গল। ৰজাশহুৰে সৰ্গদেৱলৈ বিতংকৈ লিখি পত্ৰও ভেজিলে।

বোলে, বাহুলি লাপেতিহঁতে মানাহা পাৰ হৈ সোণকোঁহলৈকে পৰীক্ষিতৰ ৰাজ্য মাৰি হাতীচলা বৰীতলালৈকে সৰ্গদেৱৰ চৰণত থাপিলে। এতেকে দেৱৰ আৰু অসন্তোষৰ থল নাই।' মই গুৱাহাটীতে কেইদিন ৰলো বোলো বঙালৰ অলেখলেখা চোৱা হুক বস্তুবাবীবো খা-খবৰ লোৱা যক। দিনকতোক পাছত পিছে সৰ্গদেৱে ৰজাশহুৰক পত্ৰ দি বোলে, বঙালক মাৰি ৰাজ্য ঘূৰাই অনাত সৰ্গদেৱ মহা সন্তোষ। পিছে পতালৰ মনি আনি দিলেও কালসাপ যি সি কালসাপেই—তাত খানিকো সন্সাত নাই। বঙালৰ বযবস্তু লুকাই থোৱাবোৰৰ উচিত শাস্তি হব লাগে। এতেকে চতুৰ্ভুজকে আকাদহকে গড়গাঁৱলৈ ভেজিবৰ

আজ্ঞা হয়। সঁজাতীকো ধৰিতে যুৱাই পঠাব লাগে—ত'ত কাজ আছে।' ঠোৰতে বুজিলো গুৱাহাটীত আমাৰ চাউল উকলিল। সেইমতে বহাগৰ একুৰি ন দিন যাওঁতে গড়গাৱলৈ বুলি উজালো।

গড়গাওঁ পাইহে শুনিলো বোলে ইতিমধ্যে বৰদেৱনীয়াক মিলাই দিওঁ বুলি বৰকথা মতা জয়নাৰায়ণ বঙালৈ পলাল। মানাহৰ ইপাৰে সিপাৰে তিনিদিন গুলী মৰামৰিও হৈছিল আগতে। বাৰ্ত্তা পাই সৰ্গদেৱে বিষয় বৰীয়া সবাটিকে খঙিলে বোলে, 'সাপ মাৰে তেও নেজত বিহ ৰাখে।' তেনে দিনতে গুৱাহটীয়া কটকীযে আহি সন্দেশ দিলেহি বোলে, 'বেহাৰ আৰু আচাম মাৰিবলৈ দিল্লীৰ নতুন পাট্‌চা অৰংজেৱে মজুমখা নামৰ বৰসেনাপতিক ভেজিছে। প্ৰতাপী পাট্‌চাৰ প্ৰতাপী সেনাপতি—এইবাৰহে আচামৰ নাই ৰঙামাটি নাই গুৱাহাটী।'

এই বিষম বতৰা পাই ডা-ডাঙৰীযা সবাওটিকে চপাই সৰ্গদেৱে চাঙতে বৰমেল পাতিলে। তাতে ঠিক হল সনাতনকে মাধচৰণকে সকলো বা-বতৰা বুজবাজ লৈ আহিবৰ নিমিত্তে ঢকাৰ নবাব চাস্তাৰ ত'লৈ ভেজোৱা হক। বঙালেৰে যুঁজি ৰাজ্য হায়ৰাণ্, এমান ডাঙৰ ঠেলা ঠেকাবলৈ সা-সমল নাই, পাকৈত ৰণুৱা পাইকো কম হৈ আছে। সৰ্গদেৱে বোলে, 'বঙালেৰে আগাআগি এদিন নহয এদিন হবই লাগিব কিন্তু এতিয়াই পৰ নৌ হয় অথন। যা-যোগাৰৰ নিমিত্তে বছৰ খানেক সময লাগে। তাকে চাই কথা-বাৰ্ত্তা কৰিবি। আৰু কাজ্জিয়ে বৰদেৱনীয়াইহে বঙালক খেদায়, আমি বৰদেৱনীযাক ভঙাইহে গুৱাহাটা লৈছো—সি কথা লুৎ ফুল্লাই কব। আমাৰ লগত বঙালৰ অৰি নাই। আমাৰ পাইক কাজলীত থাকোতেই সিবোৰে গড় ছাৰি পলাই গ'ল।

বেজদলৈৰ মন্‌থিৰ বকৰা মেলত বহিছিল। সি সৰ্গদেৱৰ পুৰণা সখি। তাতে হিলৈশাল, খাৰঘৰ সকলো তাৰ মাতত্তে আটোমটোকাৰিকৈ চলাত সৰ্গদেৱে তাৰ লগত অধিক প্ৰীতি কৰিছিল। সকলো ডা-ডাঙৰীয়া ভাগিলত সি সৰ্গদেৱক নিৰলে বোলে, 'যত্তোমান বকৰা ফুকন পাতিলে সকলো তল পৰিল। উদক ভেটাৰথীয়া পভা হল। নাথুলাৰ বস্তু পাই সিহঁত এতিয়া আধাৰ গিলা অজগৰ—থানিত বহি মহাসুখে কলমটিয়াইছে। এইবোৰে

বঙালক জেটিব পাবিবনেকি ? বঙালে পুনৰ টোপ্ দিলেই কলপ্ কৰি গিলিব, লাগিলে ৰাজ্যকে বিকিব। ঘৰ শত্রুকতহে বাৱণ বধ যায়।' সৰ্গদেৱে বোলে, 'এবা ফা-ফুকনবোৰতো আছেই তাৰ উপৰিও সঁজাতীকো পঠিযালো, একো উলিয়াব নোৱাৰিলে।' মনথিৰে বোলে, 'বঙালৰ বস্তু কোনে নিলে চাই দণ্ডহে বিহিব লাগে—নহলে অপৰলৈ আৰ্হি বেয়া। আগত ডাঙৰ কাজ আছে। আৰু ফা-ফুকনৰ কথা যে কয়, সিবোৰেৰে কি কাম সিজিব ? সিদ্ধিৰ মুখৰ শিয়াল। আৰু সময়ত নোবোথিলে পানী তললৈহে যায়। বঙালে আগৈ পাব।' সৰ্গদেৱে বোলে, 'কিবা কৰো ?' সি বোলে, 'দেৱে যদি বিচাৰিবলৈ আজ্ঞা কৰে মই বিচাৰি চাব পাৰো। দোষীযে দণ্ড নেপালে ৰাজ্যৰ বান্ধ্ ঢিলা হয়—নিটিকে।' তাতে স্বৰ্গদেৱে বোলে, 'আগত বঙাল—এনে পৰত কোঁদো বাহত জুই দিওঁনে ? সিবোৰ মহা অসন্তোষ হব।' মনথিৰে বোলে, 'আপোনাৰ বাৰী ভাল হলে পৰৰ ছাগল নাহেই নহয়।' সৰ্গদেৱে বোলে, 'চ'ৰাই বা কি কয় ?' মনথিৰে বোলে, 'চক্কক শুধিলে চাউল নধৰে। কিন্তু পকা কোঁৰা গেলিবলৈ দিযাতকৈ কাটি পেলালহে গালৈ ভাল। কণমান কষ্ট হব হওঁতে, কিন্তু ৰাজ্যৰ মুখলৈ চাই স'ব লাগিব। আৰু অকল ভাল কামত বঁটা পিন্ধালেই নহয়, বেযা কামতো শাস্তি বিহিব লাগে।' সৰ্গদেৱে কিছুপৰ নিতাল মাৰি থাকি বোলে, 'তেনেহলে বাৰু যাওঁক।' মনথিৰে বোলে, 'হাল নাই হলধৰ হৈ গলে কাম নিসিজে। ভঁড়ালী বৰুৱাই বিচাৰ সুধিব কিৰূপে ? নাক-কাণ কাটিবও লাগিব। এতেকে বৰফুকনৰ মৰ্যাদা দিলেহে হয়।' সৰ্গদেৱে বোলে, 'তেনেহলে চ'ৰাত সুধিব লাগে।' মনথিৰে বোলে, 'মোক থাকটেমী দি ফুকন পাতিব নেলাগে—দোপ্দৰ দিলেই হব।' সৰ্গদেৱে বোলে, 'সেইমতে নহব। দায়িত্ব দিলে যহো দিব লাগে। থাকটেমী দিব নোৱাৰিলেও টুপী জাপি মচুলা দি তোক পৰ্ব্বতীয়া ফুকন পাতি পঠিযাওঁ। গুৱাহাটীত এতিয়া ফুকনবোৰো কেওঁ নাই—নামনিযালত তযে যুদ্ধৰ মুৰ হগৈ। মই সেইমতে পত্ৰও দিওঁ। বস্তুবোৰো তয়ে বিচাৰগৈ—উলিয়াব নোৱাৰিলে পিছে ফুকন ভাঙিম।'

পিছে মনথিৰ গুৱাহাটীলৈ ভটিয়াই গল। সেইবেলা সৰ্গদেৱক নিভৃতত পাই বোলো 'দেৱে আহোম ৰাজত নোহোৱা-নোপজা কাৰ্য্যটি কৰিলে।

এতিয়া কায়স্থ ফুকন হ'ল, আহোম বিষয়াসবে সহিব কিৰূপে? আৰু ভাণ্ডেৰা সজাত কি?' সৰ্গদেৱে বোলে, 'বজাই বিষয়াই সোপাই আহোম হওঁতেও এনে কাণ্ড ঘটিল, বণ্ডহতেনো সজাত ক'ত? আৰু ৰাজ্যৰ বান্ধ কচালি টানিবলৈ শালকাঠৰ লগতে দুই-চাৰিমুঠা ইকৰাও জাপিব লাগে—নহলে বান্ধ নৰয়। পাছত ইকৰা পচি জোথৰ হব, শাল বৈ যাব।' সৰ্গদেৱে মিচিকীয়াই হাঁহিলে।

আঘোণ মাহলৈ বতৰা আহিল বোলে মজুমখাঁই বিহাৰ মাৰি অসম ৰাজ্যৰ পিনে আহিলেই। বৰদেৱনীয়া চাক্ হল। সনাতন কটকীয়ে কলেহি বোলে, 'মোগলে হাতীচলা বৰীতলা গুৱাহাটা ঘূৰাই বিচাৰিছে।' ফুকনবোৰে এই বাৰ্ত্তা দি সৰ্গদেৱলৈ কটকী ভেজিলে। সৰ্গদেৱে খাৰঘৰ হিলৈঘৰ চালে অস্ত্ৰ-শস্ত্ৰ আহিলা-পাতিৰ ভণ্ডাৰ চালে। চাউল-পাতৰ যোগান নিৰিখ্ কৰিলে। ৰণুৱা পাইকৰ যুদ্ধবিদ্যাৰ মহলা ললে। শইচে-ধানে ৰাজ্য উভৈনদী। ৰণুৱা পাইকৰ পথাৰৰ বাব নাই—সমস্তে ৰাজ্যই একেগোটে উবুৰি খাই ধৰিব পাৰিব। ভণ্ডাৰত যুঁজৰ আহিলা-পাতি ভৰি আছে, গডগঞ্জা ভাতি যোৱা দুবছৰেও সুমুৱা নাই। বঙালৰ পৰা পোৱা হিলৈ-পাতিও কিছো আছে। এই সকলো দেখিশুনি সন্তোষ হৈ সৰ্গদেৱে বৰচ'ৰা-পাতি কাকত লিখিলে বোলে, 'হস্তীৰ দন্ত এবাৰ ওলালেনেকি পুনৰ্ব্বাৰ সোমায়? পৰমেশ্বৰ বিধাতা অনুকূল হৈ যি ৰাজ্য আমাক দিছে তাক তাগ্ৰিও খুজিলে কিয় পাব?' ফুকনহঁতে এই বাৰ্ত্তা মজুমখাঁলৈ ভেজিলে। এতেকে মাঘৰ শেষত মজুমখাঁই আহি মানাহাকোঠ পালেহি।

ইতিমধ্যতে ন-পৰ্ব্বতীয়া ফুকনে মহা-পৰোভৱে দপ্‌দৰ পাতি গুৱাহাটাত বহি অনেকো বিচাৰ কৰিলে। তগুচুৰ লগত যোঁত থকা বুলি বহুতো নিৰ্দ্দোষী লোকৰ নাক-কাণ কাটিলে, সাতিসলাও কৰিলে। কথা বুলিলে বতাহ—মানাহামুখতে পঞ্চৰতনতে এই বতৰা পাই ফুকনবোৰ মৰ্ম্মাহত হ'ল। কায়স্থ ভঁৰালীবৰুৱাই পৰ্বতীয়া ফুকন হৈ আহোম বিষয়াৰ বিচাৰ কৰে, টেকীয়াকৈ পাগ্ মাৰি ঘূৰি ঘূৰি চায়—সিহেন কথা ফুকনবোৰে সহে কিৰূপে? তাকে সৰ্গদেৱত জনালে বোলে, 'ফুকনবোৰ হ'ল বৰনাৱৰ খোলা, তেহেলৈ ভাঙকেই বা ছিঙকেই। পিছে কায়স্থ ফুকন অৰ্পইতা বাঁহ, আগ তল নিয়াই কাউৰীৰ

ৰং চায়। লোকজন তাতে অসন্তোষ হৈছে। আৰু সৰ্গদেৱৰ বন্দী বেটাহে চেতন, অস্ত্ৰশস্ত্ৰ আহিলা-পাতি সমস্তে জড—চলালেহে চলে।' সৰ্গদেৱে খঙিলে, বোলে, বিশেষ নিমিত্তে এটাক জানিবা দহজনৰ মূৰে পঠিয়ালো তাতেনো ইবোৰৰ কিয় কঁাহীৰ পাতে গা কাটে? ইবোৰ ফুকন যি ফুকনেই, জাতেপাতে শিৰফুটা আহোম, দিখৌৰ বুকুৰ শিল। নিকুটিলে খয় যায় নিকি? আৰু আহোম ফুকনবোৰ যদি ভাল, বস্তুবোৰ কলৈ গ'ল? ফটাকঁথা ভিয়াই গধুৰযে কৰিছে, বৰফুকনেনো এতেকালে উলিযাব নোৱাৰিলে কেলেই? মই ৰজা থাকোমানে সিহঁতে বস্তু পাব পায় জানো? তাকে চাই নিজ নিজ কাম কৰি যাওঁক।' পিছে মনথিৰ গোঁজেই গছ হল। বিনাকাৰণত সৰ্গদেৱৰ বিশ্বাস ভঙ্গ হল বুলি ফুকনবোৰো বিস্তৰ অসন্তোষ হৈ থাকিল। বিশ্বাস হৰালে আৰু কি থাকে বোপাইহঁত—বিশ্বাসতে মৰে তৰে, বিশ্বাসতে পৰ্ব্বত লৰে।

মজুমখাঁ অহাৰ পৰুত বাহুলিযে মানাহামুখত কোঁঠ দি আছিল, পঞ্চৰত্নত ফুলবৰুৱা আৰু লাহন ফুকন। পিছে ফাগুণত মজুমখাঁই মানাহৰ কোঁঠ ভঙাই উজাই আহিল। ফুকনবোৰ বিমাৰিষ হৈ আছিল বোলে, 'আমাৰ ওপৰে বেজদলৈ সঁজাতি আহিছে নহয—এতিয়া যুঁজকহি।' একাঠী কাণ্ডও মাৰোতা নহল, সকলো উৰুৰি আহি গুৱাহাটাত ৰলহি। চ'ত মাহ পৰোতেই মজুমখাঁ উজাই আহি গুৱাহাটা পালেহি আৰু তাকে দেখি কোঁঠ আহিলা-পাতি সকলো এৰি আচাম চামধৰালৈ গুচিল।

এই কথা শুনি সৰ্গদেৱে খঙিলে। বোলে, 'মানাহামুখৰ পৰা পিচলি আহি আমাৰ ফুকনবোৰে গুৱাহাটাত খোপনি লব নোৱাৰিলে কিয়? চামধৰা পায়হি কিয়?' তাতে কটকীয়ে বোলে, 'বঙাল বলে সবল। মানাহাৰ পৰা গুৱাহাটীলৈকে ভেটিব পৰাৰ য়োত্ৰ আমাৰ নাই। চামধৰাতে সকলোৱে গোটপিত্ খাই একেমুঠে উভটি ধৰাৰ কথা।' কুৰৈগঞা বুঢ়াগোহাঁয়ে বোলে, 'জোৰ পুৰি হাত পালেহি, ইমান মূৰামূৰিলৈকে ৰৈ থকা উচিত হল জানো? গুৱাহাটাতে ভেটিব লাগিছিল, এতিয়া মূৰকত জানোচা কিবাখন হয়।' তাতে কটকীয়ে বোলে, 'পূৰ্ব্বে পৰ্ব্বতীয়া ফুকনে কতোক শাস্তি বিহিলে, কতোৰ নাক-কাণো কাটিলে, ফুকন বিষয়াযো মনত বিষম পালে। সি কাৰণতহে

এনে বিধাৰণ হল।' কুৰৈগঞাই বোলে, 'তেনেহলে বঙালক বঙা ঠঙা দি চামধৰালৈ আদৰিহে আনিছহক। এইবোৰ ফুকন বিষয়াই কি দেশ ৰাখিব! ৰাজ্যৰো কপাল, সৰ্গদেৱৰো কপাল—দেশ নৰল।' বুলি বুকত চাপৰ মাৰি মেলতে ঢলি পৰিল। সেই যে পৰিল আৰু নুঠিল দেই। পিছদিনা বাহু গৰীয়াক বুঢ়াগোহাঁই পাতিলে। সেই মেলতে ফুকন বৰুৱা ৰাজখোৱা বোৰবো কিছো সাল সলনি কৰা হল, জাজ্জাৰো সাল বদল হল। সকলো গৈ উত্তৰকোল দক্ষিণকোল জুৰি চামধৰাত থানিযে থানিয়ে বহিলগৈ। ৰজাশহুৰকো সেনাপতি ভাঙি ঘোঁৰা কোঁৱৰক সেনাপতি পাতিলে।

ইতিপূৰ্ব্বে তঙচুৱে বিচাৰত কলে বোলে, 'বঙালৰ বস্তুবাৰী তুখন নাৱত ভৰা দি লাদি উজাওঁতে নাও ডুবি বস্তু হানি হল। মানুহো তিনিটা মৰিল।' আৰু বোলে, 'সৰ্গদেৱে মোৰ ঘৰবাৰী চোৱাইছেই—এমান বস্তু মইনো ক'ত থম—কিহলৈ থম ? আৰু সৰ্গদেৱৰ আঁৰ কৰি বস্তু ৰাখিম, বন্দী এনে নহয়।' সৰ্গদেৱে বোলে, 'তোৰ হেপাজতৰ বস্তু লুইতে গিলিলে যদিও তোৰেই দোষ। মোৰ গাৰ নোমেই শত্ৰু হলি, বঙহ হৈ মোৰ মঙহ খালি। বস্তুবোৰ ক'ত লুকাই থৈছ উলিযাই দে। নহলে কাটিম।' পিছে বস্তু উলিযাই দিব নোৱাৰিলত কাটিলে।

তাত পাছে ভগা বৰফুকন ৰজাশহুৰে বাট দেখাই বঙালক চামধৰা গডত তুলিলেগৈ। চামধৰা পৰিল। দিলেৰখাঁই শিমলুগডো ললেগৈ। কলিয়াবৰতে বুকুৰাকটাতে আহোম সৈন্য পৰিলত চ'তৰ আগপৰতে গোহাঁই ফুকন বৰুৱা সকলো ভাগি আহি গডগাওঁ পালেহি।

সেই বেলাহে নামনিয়াল কটকী সঁজাতীৰ পৰা ভগুৱাী বৰুৱাৰ সমস্তে কথা শুনিলো। লোকে গৈ মানে যহে দৰেৰে দপ্‌দৰ পাতি বৰফুকন হৈ বহিল আৰু বিস্তৰ লোক বিচাৰ কৰিবলৈ বুলি ডকাই আনিলে। বস্তু-বাৰীৰ বিষয এৰকো সন্তেদ নেপালে হওঁতে, পিছে দোষী-নিৰ্দ্দোষীৰ বাচ্‌বিচাৰ নকৰি সবাকে কঠোৰ শাস্তি বিহিলে। কাণ-নাক কাটি, ঠেং-হাত ভাঙি ঘুণীযা কৰিলে। হেজাৰ বিজাৰ লোকৰ এনে দুৰ্গতি হল। শাস্তি পোৱা মানুহবোৰে ফুকনবোৰৰ সঙ্গ এৰিলে। আগতেই মানুহ-তনু উজাই-তুলি আনিলত কামৰূপ ৰাজ্য অনেককাল ধৰি হাবি হৈ আছিল, এতিয়া পৰ্ব্বতীয়া

ফুকনৰ ভঁৰিত বাকী থকাবোৰো যেয়ে যেনিয়ে পালে তেনিয়ে পলাল। 'বিচাৰলৈ বুলিছে' বুলি উমান পালেই পাইক পলায়। সৰু সৰু বিষয়-ববীয়ায়ো দল এৰাই গল। গতিকে চপাগুৰি আৰু মানাহামুখৰ কোঁঠত কাম কৰিবলৈ পাইক নোহোৱাত গড়ৰ কামো শেষ নহল। হাতীচলা ববীতলাতো কোঁঠৰ কাম আধাৰণীয়া হৈ থাকিল। লোকজনো কম আছিল। গতিকে বঙালে ধৰিলত জোৰা-পোষ্কা দি ৰখা গড়প্ৰাঞ্চি খহি পৰিল। চাহযুক্তত থকা পৰ্ব্বতীয়া ফুকনেও বোলে অবলশৰীয়া হৈ শুইবিল। চামধৰা আৰু শিমলুগড়ৰ কোঁঠত বঙালে সিমান চল নেপাব বুলি সবারে ভালৈকে ভাগি আছিল। সেই দুটা দুৰ্গম কোঁঠ—পৰ্ব্বতৰ গাতে লগা জয়ধনীয় গড়, দাঁতিয়ে-দাঁতিয়ে খাৱৈ। তাতে অন্ততঃ কিছোদিন বঙালক ৰুখিব পাৰিব বুলি সবারে ভাবিছিল। পিছে কতোকদিন যুঁজি নোৱাৰিলে—বঙাল আহি পোতা কলঙৰ পোনপালেহি। ৰজাশত্ৰুৰ নগঞা ভোটাই ডেকাৰ হতুৱাই দিজোৰ মুখেদি বাট দেখুৱাই বঙালক গড়ত তুলিলেহি। এইদৰে ঘৰ-শত্ৰুৰ চক্ৰান্তত চামধৰাতো আচাম পিচলিল—তাৰ পিছত আৰু খোপনি ধৰিবলৈ ঠায়েই নৰল।

কেঁৰে কেঁৰে বখানিলে বোলে ভণ্ডাৰী বৰুৱাই বস্তু বিচৰাৰ চলেৰে আগবাঢ়ি গুৱাহাটীলৈ গৈছিল বঙালক বাট দেখুৱাই আনিবলৈহে। খাৰঘৰ হিলৈঘৰ সকলো তাৰে হাতত, সি দেখুৱাই দিলেই বঙালে সকলো পায়। সেই অচিলাত লেনদেন কৰি বঙালৰ মুৰে সিযেই ৰজা হোৱাৰো কথা ভাবিছিল—বঙাল কিবা ইযাত সদায় থাকিবনে? সেই গুণেহে সি উজাই গৈ লখৌতে ৰল—আনো ডাঙৰীয়া বোৰৰ সহিতে উজাই নাহিল। ঘৰ-শত্ৰুৰে মোৰ সোণাময় দেশখনক সেইকামোৰ মাৰিলে ঐ সোণাইহঁত—কিনো কাল সাপৰ লগত সৰ্গদেৱে ঘৰ বান্ধিছিল।

কুকুৰা কটাত আহোম পৰিল; ডা-ডাঙৰীয়া সবারে উজাই আহি গড়গাওঁ পালেহি। সলা পাৰহে মজুমখাঁয়ো লখৌতে নাও নাওৰা এৰি উজাই গড়গাঁৱলৈ পোনালত বাটতে সৰ্গদেৱে কটকী ভেজাই কোৱালে বোলে,

'কৰকাটল যি হয় দিওঁ— সিৰোৰ উভতি যাওক'। নবাবে বোলে, "আগেয়ে এনে কথা নকয় এতিয়াযে আমাৰ ইমান নষ্ট কৰি এনে কথা কয়। ইহঁত নিশ্চয় ভিতৰি ভিতৰি বলহীন হৈছে, জেনেহলে আমি কিয় ঘূৰি যাম ?" নবাব আগুৱাই আহিল। আমাৰ ডা-ডাঙৰীয়াও বহুতে নবাবত ৰবি হুৰামখোৰ হল। হলা পছত বোপাইহঁত, সবায়ে বাগি কুঠাৰ মাৰে।

চিটিকি এবাই অহা ডা-ডাঙৰীয়াসবে কি কৰিব কি মেলিব গুণি-গাঁথি থাকোতেই মই অকলৈ উজাই আহি সৰ্গদেৱত বতৰা দিলোহি। ত'ত বিমৰিষ চিত্তে সকলো শুনি কিছু মুবুলি চাওঁলে গল, বৰকুঁৱৰীৰ হাতত ধৰি কান্দিবলৈ ধৰিলে। বৰকুঁৱৰীয়েও বিস্তৰ বুজালত জানিবা হুপৰবেলিকা মেলালৈ আহিল।

হুপৰীয়া চাবিখুটাৰ মেলত বহি সৰ্গদেউ তভক্ মাৰি আছিল, বোলে, "চেংমুনদেৱকোচোন নেদেখো।" যি বাদবাকী আছিল তাৰেই মেল বহিল। তাতে বাঁহগড়ীয়া বুঢাগোহাঁয়ে বোলে, "বঙাল বাৰিষাৰ বাঢনি পানী, তাক ভেটি ৰাখিবলৈ সম্প্ৰতে ৰাজ্যৰ কোমৰত বল নাই, আৰু মজুমখাঁ মহাপ্ৰতাপী বীৰ, নাৰে-তৰে সমানে বলী, তাক সমুখ ৰণত গাৰ বলেৰে জিনিব নোৱাৰি। তাক কেৱল তাৰ মৰদাঁহেহে জিনিব। তালৈকে টুটুৱাই আনি ঠেকত সোমাবলৈহে দিব লাগে। হেজাৰ হওঁক আমি থানিত, সিহঁত বিথানিত। দগা-দি কাটি এটা এটাকৈ বলহীন কৰাহে বিধেয়। তালৈকে সিহঁত ইয়াত সোমালেহে সুচল। আগত বাৰিষা আহিছে—বঙালক সেয়ে খেদিব, দোকোলটকা বানপানী, মাৰিমৰকত জুকলা হৈ শত্ৰু আপুনি আঁতৰিব। এতেকে সৰ্গদেৱে লগধ্যে গড়গাওঁ এৰি ছুমাহলৈ গা-ঢাকি ধৈৰ্য্য ধৰি থকাহে যুগুত, বাকীসকল ইয়াতে থাকক—যেয়ে য'তে যেনেকৈ পাৰে বঙালবো বিপৰ্য্যয় কৰক।"

আতে সকলোৱে হয়ভৰ দিলত সৰ্গদেৱে ভেজি-নামৰূপলৈকে যোৱাটো ঠিক কৰিলে। সেইমতে লগত যাবলৈ মানুহ-দুমুহো ঠিক কৰি বঁটা-বান্ধ পিন্ধোৱা হল। চ'তৰ আঠ দিনৰ দিনা বেলা পুৱতিতে গাভৰু আৰু কুঁৱৰী সকল, পেৰাভৰী, জলভাৰী, যোগানভাৰী সকলোটি চৰাইখোৰঙলৈ আগজানি দি গল। বাহৰ শূইন হল, শুদা কুঠৰীত অকলশৰীয়া সৰ্গদেৱে সাতাম-

পুৰুষীয়া চোমদেৱৰ পেখা বুকত বান্ধি যাত্ৰাৰ খেপ মিলিষলৈ বাটচাই থাকিল।

সেইদিনা গধূলা পৰত সৰ্গদেৱে মোক চাওঁতে বুজিলে ; গৈ পালত বোলে, 'কালনেমী, বঙাল দেৱৰপাওঁ পালেহি—মহা অথান্তৰ ঘটিল। বহুত চিন্তিলো—নিশাও ঘূমটি নাহে। বঙাল দেশৰ শত্ৰু—তাৰ হাতৰ পৰা ৰাজ্য ৰাখিব নোৱাৰি মই এতিয়া দেশান্তৰী হমনে? তই এই হেংদানখন ল—' বুলি টঙালিৰ পৰা সুনীয়াহেংদান খাপেসৈতে উলিয়াই মোৰ হাতত দিলে, কি কথা কি বত্তৰা বুজ নেপাই ময়ো হাতপাতি ললো। তেতিয়া বোলে, 'চাওত কেঁয়েই নাই—ভয়ে-ময়ে নিভৃতে। এই কেঁকোৰা হেংদানখন মোৰ বুকুত সুমাই দে—মোৰ হিয়া জুৰ পৰক। ভয় নকৰিবি—কেঁয়ে গম নেপায়।' এইবুলি কৈ মোৰ সোণৰ পুতলাহেন সৰ্গদেউ আঁঠুকান্ধি মাটিতে বহি পৰিল।

সি যে কি দৃশ্য বোপাইহঁত। মোৰ মূৰটো ৰাইজাই কৰিছিল—হাত-ভৰিবোৰ ঠক্‌ঠক্‌কৈ কঁপিছিল। গাটো অৱশ—চকুৰ আগত জাউৰিয়ে জাউৰিয়ে এন্ধাৰ নামিছিল। গাৰ কঁপনিত মোৰ হাতৰ পৰা হে'দানখন মাটিত সৰি পৰিল আৰু ৰজা বন্দীৰ সকলো ভেদ-পাৰ্থক্য থিতাতে পাহৰি মই মোৰ সৰ্গদেৱক দুইহাতে সাৱটি ধৰিলো। যাৰ পাওঁ চুবলৈ শিৰফুটা ডাঙৰীয়াসবে জনমতো সাহ নকৰে তেনেহেন সৰ্গদেৱৰ সুকোমল শৰীৰ এই নদায়ে এই দুখন হাতেৰে সাৱটি ধৰিছিলো—বাছাহঁত—সেই পৰশ আজিও হাতত লাগি আছে।

বুকুত খামোচ মাৰি ধৰি সৰ্গদেউ মোৰ গাতে ঢলি পৰিল। ৰাজ্য গল, ডা-ডাঙৰীয়া গল, বন্ধু-কুটুমে বঙালত ভজিলে। মোৰ বুকুত শেল হানিছে, মোক পাপে চুলে, কালনেমী, মোক শাওপাতে চুলে। তোক কৈছো—এই খেণতে মোৰ বুকুখন শালি পেলা, কোনেও নেদেখে কোনেও নোদোষে—' সৰ্গদেৱে হুক্‌হুকাই কান্দি উঠিল, দুচকুৰে ভৰ বাৰিষাৰ ঢল নামি আহিল, বুকুত হেন্দোলনি, মাতত বিলাপ। মই কি শান্তনা দিম বোপাইহঁত, মোৰ নিজৰে বুকুত শোকে খুন্দামাৰি ধৰিলে, এইখন কি হল, এতিয়া কি কৰো, ভাবি বিবুধি হলো।

খন্তেক এনেদৰে উপায়বুধি হকৰাই থকাৰ পিছত অন্নন্তে মোৰ গিযান আহিল, বোলো মই এইখন কি কৰিছো। ৰাজ্যত বঙালে খোপনি লৈছেহি,

সৰ্গদেৱৰ অবিহনে গোঁজেই গছ হব। এয়া অসম ৰাজ্য যায় যায় আৰু মই নদাই সঁজাতীয়ে তিৰোৰ দৰে কান্দিছো। ছিঃ ছিঃ—সৰ্গদেৱৰ সৰ্ব্বস্ব গল—ৰাজ্যও নাই ৰজাও নাই—মই লাওলোৱাৰ থাকিলেই বা কি। ইকুল সিকুল দুয়োকূল যায়চোন। সধ্যে যেনেমতে হওঁক ৰজাক বচাবহে লাগে,—চুৰীয়াৰ আগেৰে চকুপানী টুকি সৰ্গদেৱক বোলো, 'দেৱৰ সোণৰূপৰ মুখত এনে কথা নুযুৰায়। দেৱ হৈছে ৰাজ্যৰ লাইখুটা, এনেকৈ ভাগি পৰিলে ৰাজ্য ওৰিব কিৰূপে? দুদিনলৈ নিদানত পৰিছে, বঙাল শতকয়ে খিতাপি লৈছেহি, বাঁহৰ এফাল, মানুহৰ একাল, দুদিন অন্তে বঙালো আঁতৰিব, লোকজনো চাপিকুচি আহি দেৱৰ বল বৃদ্ধি কৰিব, এতিয়া কেদিনলৈ দিন বঞ্চি আপুনি ভালে থাকিলেই হল। ভূঁইকঁপত বহা ভাগিলে লোকে দুনাই সাজে নে নেসাজে? নে বাঁহতলত থাকে? কতোমান উপৰিপুৰুষৰ ৰাজ্যত বঙালক চিৰকালৰ নিমিত্তে শিপা গজাবলৈ দিব কোন সতে? আৰু যুঁজত হাৰজিত আছেই, জিকিলে খেদা ধৰে, হাৰিলে পিছটাকি পলায়, তাতো পৰি বল বঢ়াই দুনাই খেদা ধৰে—এয়েহে নিযম। সৰ্গদেৱে এনেকৈ মন পেলাই দি শুনীয়া কাঁহীত বিহ নাঢালিব ঐ ৰাজ্যৰ শাওপাতে চুব, ইন্দ্ৰ বংশৰ নাও নুমাব, ৰজাই প্ৰজাই উচ্ছন্নে যাব। ৰাজ্যৰ দোহাই সৰ্গদেৱ, পুলিন পুথাওৰ দোহাই আপুনি উঠক, ধৈৰ্য্য ধৰক?'

বীৰৰ দৰে বুকু ফুলাই সলসলীযাকৈ কথাকেইটা কলো বোপাইহঁত, একো একোটা কথা যেন একোটাহত কামায়নৰ গুলীহে। সৰ্গদেৱ কিন্তু স্বস্থ হল। উঠি গৈ নিমাতে পেৰা খুলি চোমদেও উলিয়াই আনিলে। লগতে তিনিটা হীৰাপতোৱা আঙঠি, এখন বাখৰপতোৱা হেংদান, এজোঁকা খাৰু আৰু এটোপোলা লাৰুয়া সোণ। সেইযোপা চালপীৰাতে থৈ মূৰে-কপালে হাত দি মৌন হৈ বহিল, দুইধাৰে চকুলো বলে। আৰুনো কি ক'ম ঠিৰাং কৰিব নোৱাৰি মযো কাষৰতে ঠিয় হৈ থাকিলো।

কিছুপৰ এনেদৰে থকা হল, মাজতে এবাৰ নেগুৰীযা চাকিটো নুমাবৰ দেখি এৰেটু তেল ঢালি শলাকানি বঢ়াই দিলো। চাকিটো আকৌ দুগুণে জ্বলিল। চগা দুটামানে জঁপিয়াই উৎপাত কৰিছিল, একোবত সিহঁতো পুৰি মৰিল। সেইপোনে চাই চাই কতোপৰ আপোন পাহৰা হৈ থাকি সৰ্গদেৱে হঠাতে

সান্ত দিলে বোলে, 'ভাল ; আগবমতে পুন্নাই তেজী নামৰূপলৈ বাওনা হব লাগিব। ভাল চাই ঘোঁৰা দুটা বাচি থবি—'। যিবা আজ্ঞা' বুলি ওলাই আহি দুৱৰি পালত পুনৰ মাতি নি বোলে—'কালনেমী, তই সঁজাতী মই বজা ; এতেকে বঙালে মোৰহে পুং খেদিব। বিধানিলৈ ওলাইছো—বিধিৰ কি লিখন কপালত আছে তাকো নাজানো। মই বজা পলালে বঙাল বজা হব—পিছে সিহঁত গহবা গজাহে, বেছি দিনলৈ নিটিক। তাৰ পিছত ভাল আহোমৰে কেঁও পাটত উঠিব।' এইবুলি চোমদেও, হেংদান, আঙঠি আৰু অলঙ্কাৰবোৰৰ টোপোলা কৰি হাতলৈ তুলি ললে। 'এইবোৰ লগত নিবলৈ যোগ্য নহয়, বিদেশে-বিপথে অনেক বিঘিনি। বাকী ভঁড়ালৰ বস্তু ডাঙৰীযাসবে সামৰি বুটলি থব ? পিছে এই কেপদ বস্তু মোৰ হেপাজততহে থাকিব লাগে' এইবুলি মোক পাছে পাছে যাবলৈ ইঙ্গিত দি সৰ্গদেৱ চাঙৰ বাজলৈ ওলাল।

বাহৰৰ সমুখৰ মুকলি পথাৰত তেতিযা ৰাতি দুই প্ৰহৰত ফৰিংফুটা জোনাকে খেলিছে। সৰ্গদেৱে চাঙৰ উত্তৰ-পূৱ চুকলৈ গৈ বাৰতে গা-লগাই ঠিয় হল। তাৰপৰা পুৱৰ পোনে লেখি লেখি দুকুৰি খোজ আগুৱাই গৈ মোক কাষলৈ মাতি কলে—'এই ঠাইতে তিনি হাত দ গাঁত এটা কৰ—এহাত বেঢ হলেই হব।' এইবুলি তাৰ পৰা পোনাই দখিণ-পূব কোণলৈ আহিল, মিচিকীয়া হাঁহি এটি মাৰি বোলে, 'দখিণ-পূবৰ পৰা আঢৈকুৰি খোজ হল। মনত ৰাখিবি।' মই মূৰ জোকাৰি শলাগিলো।

সৰ্গদেৱে স্বয়ং আগত থাকি গাঁতটো খনাই নিজহাতে অলঙ্কাৰ আঙঠি সমেত চোমদেও হেংদান তাতে পুতিলে, ওপৰত মাটি দি গছকি কেইচপৰা-মান ঘাঁহ দিযালে। তাৰ পাছত বোলে, 'আমাৰ দুটাৰ অন্তত : এটা জীয়াই থাকিব লাগে। মোৰ অবিহনে চোমদেও হেংদান আৰু কালহীৰা ক'ত থাকিল, তই জান, মই জীৱিত থাকোতে তই একো নেজান। আমি যদি এৰা এৰি হওঁ, বঙাল যোৱাৰ পাছত ছমাহ ৰবি। ছমাহত মোৰ বতৰা নেপালে ন-সৰ্গদেৱক এইবোৰ দি আঁঠু লবি। চোমদেও হেংদান শিঙৰিত উঠোতে লাগিব। কালহীৰা তিনিটা আঙঠিত আছে, ৰৰবিহ। বাকী পোৱাল মুকুতা পদ্মৰাগো অনেক আছে। সধ্যে কি পুতিলি, ক'ত পুতিলি সকলো পাহৰি পেলা—মই জীৱন্তে থকাত তই একো নেজানিবি।'

সৰ্গদেৱৰ পাছে পাছে গৈ চাওঁত সোমাব খোজোতে ঘূৰি চাই বোলে, 'ঘোঁৰা মানুহ সকলো ঠিক হল জানো ?' এইবুলি এখোজ দি পুনৰ বোলে, 'কালনেমী, দখিণ-পূবৰ পৰা কেইখোজ হল অ' ? মনত আছেনে ?' মই বোলো, 'কি কেইখোজ হোৱাৰ কথা কৈছে ?' বোলে, 'এতিয়া যে খানিলি গাঁতটো।' বোলো, জানো—ঈশ্বৰে কি কথা কয়। কিহৰ গাঁত ? কেতিয়া খানিলো ? দেৱ নিজে দেখোঁ জীৱন্তেই আছে। মোৰ একো মনত নাই'। সৰ্গদেৱে হাঁহি এটা মাৰি বোলে, 'টিমকৰ চূড়ামণি, তোৰ আগত সিও পাছ। তোক আৰু নোৱাৰিলো। যা—কালিলৈ কাউৰী-কুকুৰ মাটিও নৌপৰোতেই আহিবি।'

মোৰ বুকুখন গৌৰৱত ওফন্দি উঠিছিল সোণাইহঁত, মোৰ ওপৰত সৰ্গদেৱৰ কত ভাবসা, কত বিশ্বাস। অসম ৰাজ্যৰ সৰ্গদেৱৰ একান্ত ভৰসাৰ থল এই নদাই, মোৰ সাহতে সৰ্গদেৱৰ সাহ—আহা, কি যশস্যা। মোৰ পিতাই ঐ—এইবাৰ গৌৰৱ দেখিবলৈ তুমি নেথাকিলা। মইনো কন্তে মৰো—।

ঘোঁৰা, সাজ, পাচনী, তামুলী সকলো ঠিকঠাক কৰি গৈ শেতেলিত পৰি এইবোৰকে ভাবি-চিন্তি থাকোতেই পুহৰি পুহৰি হল আৰু সাজপাৰ সলাই ঘোঁৰাশাললৈ গলো।

সৰ্গদেৱৰ ক'লা ঘোঁৰাটোৰ বাহিৰে শালত আন তেজী ঘোঁৰা নাছিল, মই মজলীয়া এটাকে বাচি ললো—এই নদাই চোৱাৰী বহিলে শুংশুঙীয়া ঘোঁৰাও বাঘা হয়। তাৰ পাছত বাহৰৰ বাজৰ খুটিতে ঘোঁৰা বান্ধি সৰ্গদেৱৰ নিদ্ৰাভঙ্গ কৰিবলৈ কুঠৰীলৈ গলো। ইতিমধ্যে বাহিৰৰ চ'ৰাত দুই-চাৰি ডা-ডাঙৰীয়া গোট খালেহিয়েই।

মই পাওঁতে সৰ্গদেৱ তামুলীপীৰাত বহি খুটাতে আউজি আছিল, দেহাত পাটৰ চাপকান, পিঠিত সুনীয়া বাৰ্দ্ধ, মূৰত মুকুট কঁকালত হেংদান—দেখি মনত হল যেন এইমাত্ৰ মেলত বহিবলৈহে ওলাইছে। এইহেন সোণৰ পুতলা সৰ্গদেৱ ৰাতিটো চাগৈ শেতেলিত পৰিবলৈকে নহল—দেহি ঐ। মই নিদ্ৰাভঙ্গ কৰাত চক্‌মক্ খাই উঠি চকু মোহাৰিলে। বোলো, 'সৰ্গদেৱ, সময় হল।' বোলে, 'হয়নে ? মই সাজু।' এইবুলি চ'ৰালৈ ওলাই আহিল।

ডা-ডাঙৰীয়া সকলো চ'ৰাতে আছিল, সৰ্গদেৱ আহিলত সবাৰে আঁঠুকাঢ়ি সেৱা কৰিলে। দেৱে নিমাতে হাত ডাঙি বল, বুকুত থৌকিবাথৌ শোকে খুন্দিয়াইছে, কাকো একো বুলিবও নোৱাৰিলে কাৰো তৰিকে চাবও নোৱাৰিলে, এহাতে বৰখুটাত ভেজাদি আনহাতে চকু ঢাকি সৰ্গদেৱ ঠাইতে ঢলি পৰিল। ডা-ডাঙৰীয়া সকলো বাজলৈ ওলালত অকল বুঢ়াগোহাঁই থাকি সৰ্গদেৱক মাত দিলে। এইবাৰহে যেন অফলা বানত বৰভগা ভাগিল, বুঢ়াগোহাঁইৰ গলত সাৱটি ধৰি মোৰ সৰ্গদেৱে হিয়া ঢাকুৰাই কান্দিবলৈ ধৰিলে, বোলে, 'কেঁকোবাক ভাতত বিহ দিলো, আইকুঁৱৰীকো কুকুৰেখোৱাকো জীয়াই জীয়াই পুতিলো—এইসোপা পাপেহে মোক পৰশিলে।'

মই এখোজ আগবাঢ়ি বোলো, 'সৰ্গদেৱ, পুৱতি হলেই—খেণ পাৰ হযহে এতিয়া।' তাতে কিছো ধৈৰ্য্য ধৰি চকুলো মচি সৰ্গদেৱ তল মুৰকৈ ওলাই আহিল।

লগত পাঁচ হেজাৰ লোকেৰে সিংহদুৱাৰ পাৰ হৈ সৰ্গদেৱে গড়ৰ ভিতৰকালে চালে। পুৱতি নিশাৰ ঢকা-চমকা পোহৰতে দেখিলো দেৱৰ চকু চলচলীয়া, দুধাৰী মুকুতা সৰো সৰো। মোক হাত বাউল দি কাষলৈ মাতি বোলে, 'কালনেমী, আমি চৰাই খোৰোঙেদি যাম। অভয়পুৰেদি নামৰূপলৈ পোনাবলৈ নগাৰ মাজে মাজে অসুচল হব। গতিকে শলগুৰি বান্ধিবহাট হৈহে যাব লাগে। মোৰ লগত পৰ্ব্বতলৈকে বুঢ়াগোহাঁই থাকিব আৰু এই পাঁচহেজাৰ লোক লৈছো। থামুন আৰু ভিতৰুৱাল ইয়াতে থাকিব, ভয়ো আতেহে থাকিব লাগে। মোক ৰখিবলৈ ঢেৰ লোক ওলাব, ৰাজ্য ৰখিবলৈ নাই। চৰাই খোৰোঙেদি দলৌগুৰিহৈ বৰুৱা পাওঁতে দিন সাতেক লাগে—তই এইকেদিন ইযাতে থাকি বঙালৰ ৰেহৰূপ চা, বৰুৱাৰ বাহৰত মোক বতৰা দিবিগৈ।'

মোৰ মুৰত বোপাইইঁত, বিনামেঘে বজ্ৰপাত পৰিল। ক'ত মই মানুহটো সৰ্গদেৱৰ নিমিত্তে প্ৰাণ দিবলৈ সাজু হৈ ওলাই আছো, এতিয়া কিবা বোলেনে মোকেহে ইয়াত থাকিবলৈ কয়। মুখত ফুটাই বোলো, 'সৰ্গদেৱৰ আজ্ঞা শিলৰ ৰেখাহে। পিছে অজান আথানি ঠাই, বন্দী লগেভাগে থাকিলেহে দেৱৰ সুবিধা হব যেন পাওঁ।'

সেইহেন আপদবখেণতো পিথপী ভুলোৱা হাঁহি এটি মাৰি মোৰ সৰ্গদেৱে বোলে, 'কালনেমী, নাম্বৰ শুধিত হে পাকৈক্ত নাও বৈচা লাগে, বাকী আগৰবোৰ যহন তহন হলেই হল। এতেকেহে মই বুলিছো—তই থাক।'

সৰ্গদেউ গলগৈ। সেইদিনা দিনৰ দিনটো পাঁচকুৰি হাতী আৰু ছহেজাৰ পাইক লগাই ডাঙৰীয়াসবে ভগুৱাৰৰ বযবস্তু কটিয়াই নগৰ খালি কৰিলে। গধূলাপৰলৈ সেইহেন গড়গাওঁ তেনেই পেৰেতপুৰী হৈ পৰিল—দেখিলে চকুৰে লোতক জৰে। মানুহ তমু কাৰো মুখত পানী নাই কাৰো শৰীৰত চিৰী নাই। পোকে কামোৰা গৰুৰ দৰে ইফালে সিফালে ঢপলিয়াইছে, গাত থৰকাচুটি নাই। কোলাত কেঁচুৱা লৈ তিৰোতা মানুহবোৰ পৰ্ব্বতে-পাষণ্ডে যেনিয়ে পাই তেনিয়ে পিয়াঁপি দিলে, পাইকবোৰে চৌদিশে সৰু সৰু কোঁঠ পাতি গোহাঁইবোৰৰ লগত থানিয়ে থানিয়ে বল। সৰ্গদেউ জীউটো গল, গড়গাওঁ কপালখাতীৰ ভেলটো ৰখি আমিবোৰে অনাহাৰে অনিদ্ৰাই ৰাতিটো নিযালো।

সেই ৰাতি মাজনিশা আকাশত হাতীপ'টি নাছিল। আকাশৰ সোঁমাজতে কালপুৰুষজনৰ কাষলতিৰ তৰা কেইটা বৰকৈ তিৰবিৰাইছিল। পচিমৰ পৰা এচপৰা কলা ডাৱৰে খাওঁ খাওঁ মূৰ্ত্তি ধৰি আকাশৰ সোঁমাজলৈ টোঁৱাই আহিছিল। এপৰমান পাছতে ডাৱৰে আকাশ ছাটি ধৰিলে, কালপুৰুষ মেঘৰ মাজত হেৰাই পৰিল। দুখৰ ৰাতি যেতিয়া পুৱাল তেতিয়া আকাশত এটিও তৰা নাথাকিল। অসমী আইৰ কপালত পূবেৰুণে সেন্দুৰ পিন্ধাই দিলে—মোৰ আই আকৌ উজ্জলি উঠিল।

পাছদিনা পুৱা জ্যম জ্যম মানুহবোৰ গোট খাই নানা তৰহৰ আলোচনা কৰিছিল। সেইবেলা থামুন গড়গঞা বৰুৱাশহুৱে মোক মাতিনি কলে বোলে, 'কালনেমী, লখন, ভাৱৰিযাল আৰু চয়ালক চ'থাদিনাই বঙালৰ গালৈ লখৌলৈকে পঠিয়ালো, বোলো যি হয় পেচ্কচ্ দিওঁ সিহত তাতে থেমক। ইবোৰ আজিও নেপালেহি। ইতিমধ্যতে বঙাল বোলে দেৱৰগাওঁ পেৰি

আছিলেই। ফুলবকৰায়ো সনাতনো কালিতে গল। তযো দেৱবগাঁৱলৈকে ভটিয়াই যা—কি কথা কি বতৰা গম গতি লৈ আহ।'

নদাই সঁজাতীৰ নিমিত্তে বোপাহত, যেনে আজ্ঞা তেনে কাম। ততালিকে দেৱবগাওঁ বুলি ৰওনা হলো—থলে ভটিয়াই দুপৰ বেলাতে গজপুৰ পালোগৈ। তাত তেতিয়া গোটেইখন বৌজাল বৌজাল— , বঙাল আহি গা পালেহি, লোকজন দিহিঙে দিপাঙে অফলা ভগাদি ভাগিছে। থানিয়ে থানিয়ে এমুঠি বপুৰাব চকীয়াল বহিছে, পিছে ভৰালুইতৰ বাণ ঐ—ইকাৰৰ বেৰে কি ভেটিব ?

দেৱবগাঁৱৰ কাষ পাওঁতে বঙালে তাতে থানা দি আছেহি বুলি জান পাই সাৱধানে আগবাঢিছিলো। অৰ্থাৎ দেখোন মুকলি পথাৰৰ মাজত পচিমৰ পৰা এচপৰা ধূলিৰ ডাৱৰে বান্ধনি বেলিটো ঢাকি ধৰিলে। লগে লগে ঘোঁৰাৰ খোজৰ শব্দ। বুজিলো বঙাল। কি কৰা যায ভাবিবৰ সময়ো নাই, ঘপ্‌কৰে ঘোঁৰা ঘূঁৰাই এক্রোশ পথ ছুইঁকিলো। তাতে এখন গেজেপনি হাবি আছিল—ঘোঁৰাই মানুহে তাতে লুকাই পৰিলো।

প্ৰথমতে এদল ঘোঁৰা চোৱাৰী খৰকদমত পাৰ হৈ গল—ৰঙা পোছাক, মূৰত পাগুৰি, মুখত ডাটি, কঁকালত টনহিলৈ আৰু তৰোৱাল। বাট ঠেক, এশাৰীত দুটাকৈ সমানে গৈছে। প্ৰথমাতে গণিছিলো, পাছলৈ গণনা হেৰাল। তথাপি হেজাৰৰ কম নহব যেন লাগিল। তাৰ পিছত খন্তেকলৈ একো নাই হঠাৎ দূৰত গাড়ীৰ শব্দ শুনিলো—ঘোঁৰাই টনা কাঠৰ ধুৰাৰ গাড়ী। হাঁয মোৰ ভৈযাই। দহহেজাৰ বঙাল এনেকৈ পাৰ হবলৈ ৰৈ থাকিলে দেখোন ইয়াতে ডাটি-চুলি পকিব। গতিকে বাটৰ কাষলৈকে বগুৱা বাই আহি লানিশাৰী পাতি আহি থকা গাড়ীবোৰ নিৰিখণ কৰি থাকিলো। কতোমান গাড়ীত গোটে গোটে মানুহটো সোমাব পৰা বৰ বৰ কাঠৰ ধোঙোৰা , কতোমান আকৌ পৰ্দ্দা লগোৱা চৈ দিযা গাড়ী—সিবোৰত কি আছে গম নেপালো। কতোমানত যুঁজৰ আহিলা-পাতি, কতোমানত তামীঘৰা, পৰ্দ্দা, কাপোৰ-কানিৰ দ'ম। ভালকৈ চাই এটা কথা মন কৰিলো—দুখন গাড়ীৰ মাজত কমেও কুৰিহাত ফাঁক আছে , গাড়ীৰ আগে-পিছে গোটেইখন ধূলিৰে ধুৱলী-কুঁৱলী—ইখন গাড়ীৰ পৰা সিখন গাড়ী

নমনি। মনতে বোলো ধুন্নলীৰ জাঁৰতে লুকাই গাড়ী এখনত উঠি ইহঁত কলৈ যায় কি কথা গম পতি লোৱা যক। গলধনত চাপৰ ছুটা মাৰি ঘোঁৰাটো মুকলি কৰি দি চেগবুজি পেটে চুঁচৰি ৰাটলৈ উঠিলো। চৈ লগোৱা গাড়ীবোৰত মানুহ-দুনুহো থাকিব পাৰে—গতিকে সিবোৰত উঠিবলৈ সুচল নহব। এতেকে পিপাৰ গাড়ী এখন পাই তাতে পাছফালৰ পৰা জাঁপ মাৰি উঠি পৰিলো আৰু ছুটা ধোঁতোৰাৰ মাজতে আঁঠুকাটি সোমাই থেকেচা নোকেচা খাই থৰকদমত বাট বুলিবলৈ ধৰিলো।

পিপাবোৰ বগুলুৱা মদেৰে ভৰি আছিল, মুখবোৰ পাতল পাতেৰে বন্ধা। চিটিকি পৰা মদ কাপোৰে-কানিযে লাগি বঁহীযা বঁহীয়া গোন্ধাবলৈ ধৰিলে। কঁকালৰ পৰা সুনীয়া হেংদানখন উলিযাই তাৰে এটা ধোঁতোৰাত হেংদানৰ আগেৰে কুৰুকি কুৰুকি ফুটা এটা কৰিলো, সময়ত খালি পিপা এটা আৱশ্যক হব পাৰে। চিৰ্ চিৰ্ কৈ মদ বৈ গৈ পিপা খালি হল আৰু মই খালি পিপাটো ঠাইতে গাড়ীতে বগৰাই ললো। সেইদৰে তিনিমূৰীয়া হৈ বহি থকাৰ পৰাই এপাকত দেখিলো—গজপুৰ পাৰ হলো। তাত তেতিয়া এটি জনপ্ৰাণীও নাছিল দেই—কতো এজাঁই খাৰো মুৰিল—ভেটি ধৰাৰতো কথাই নাই।

গোধূলা ভগাৰ পাছত আহল-বহল মুকলি ঠাই এডোখৰতে গাড়ীবোৰ ৰ'লগৈ, ইফালে সিফালে চাই বুজিলো গড়গাঁৱৰ কাষ পালোহি। ভাবিলো ইহঁতে চাগৈ আতে ৰাতিটো জিৰাব। জোনৰ ঢকচমকা পোহৰত দেখিলো কেউপিনে বঙাল ৰণুৱাৰ ভিৰ। খেনোৱে তামীঘৰা তৰিছে, খেনোৱে লাংখাই পৰি আছে, আগতো গাড়ী, পাছতো গাড়ী। ভাবিছিলো চেগ বুজি সুট্‌কৰে নামি পলাম। কিন্তু অৱস্থা দেখি সাহে জুজুৰিলে,—গাড়ীৰ পৰা জাঁপ মাৰি দিম হয়, কিজানিবা বঙালৰ গাত পৰো—তেতিয়া আইধৰতকৈ বাইধৰহে চাৰ হব। বিথানিত পৰি ঠেং-ভৰি এটা ভাগিলেতো কথাই নাই—সৰ্গদেৱৰ কাৰ্যত বিঘিনি ঘটিব। কেনিও আহোম ৰণুৱা পাইক এটিও নাই—ইমানবোৰ ৰণুৱা চকীয়াল কি হ'ল, ক'ত হেৰাল। কেঁৱে এখোজো আগবাঢ়ি ইহতক খেদি নধৰেছি কেলৈ? মোৰ গাত একুৰি বোল বছৰীযা ৰণুৱা তেজে পিৰ্‌পিৰাইছিল দেই। পিছে শীতল মগজুৰে সকলো

কথা চিন্তা নকৰাকৈ কাৰ্য্য কৰিব, এনে লোক নদাই সঁজাতী নহয় তেজৰ পি্ৰপিৰ্ণিত বলীয়া হৈ বীৰত্ব দেখুৱাই এনে সময়ত থাপৰ পৰা তৰোৱাল উলিয়াই "সৰ্গদেৱৰ জয়" বুলি জঁপিয়াই পৰিলে আৰু এই দেহা বাজ্যৰ কামত লগাব পৰাৰ আশা নাই—কেউপিনৰ পৰা জপটিয়াই ধৰি বঙালে লফা লোম্বাদি লব। কামলৈকো হাড এডাল নেথাকে। গতিকে পিপাৰ ভলিতে নিৰাপদ্ ঠাই হেন পাই তন্তি থাকিলো—বোপাইহঁত—বিপদ কালত ধৈৰ্য্যৰ মান গুণ নাই।

কাষতে বঙলা মিহলি অসমীয়া মাত শুনি চক্‌খাই গলো, টিমিকি টিমিকি জোনাকত দেখো এটা বঙাল, আনোজন অসমীয়া ডাঙৰীয়া, কথা-বতৰা পাতি পাতি ধীৰে সুস্থিৰে আগবাঢ়িছে। ডাঙৰীয়াজন খোজকাটলে চয়াল যেন লাগিল—কাষ চাপিলত দেখা পালো চযালেই হয়। বঙালক পোছাকতে চিনিলো—শিৰফুটা বিষযাই হব। পিপাৰ তলতে চোপ পাতি বৈ ইহঁতোনা কি কথা পাতে তাকৈ শুনিবলৈ ধৰিলো। চযালে বোলে, 'গডগাওঁমে অনেক সোণাদানা হীৰামুকুতা বযবস্তু মিলেগা—হাম সকলো দেখাই দেগা। বৰা বৰা নাওশাল হেই, গঠিয়া জুমক বৰহিলৈভি হেই।" বঙালটোৱে গল্‌গলীযা মাতেৰে কি কলে মুশুনিলো—সেইবোৰ খাচ্ বঙলুৱা মাত ভালদৰে মুবুজোও নহয়। পিঠিত চপৰিওৱাৰ ছেও দেখি বুজিলো তেওঁ খুব বং পাইছে। চযালে কলে, 'তোমাৰা কাম চব্‌কৰ দেগা, সৰ্গদেওকা ভি ধৰাই দেখা—কিন্তু তুম্ হামকো খাটপাম পাইক দোলা দেক ডাঙৰীযা বনাযেগা'। লগৰ বঙালটোৱে 'চাবাচ' নে 'চব্ আচ্ছা' কিবা এটা চিঞৰিলে। মাততে বুজি—সি মদৰ জালত টং। ছায়াটা লাহে লাহে আগবাঢ়ি গল।

আম্মাৰ গাড়ীবোৰত ঘোঁৰা জোঁটাই আছিল ইমানপৰ, এইবাৰ গম পালো গাড়ী উলাব্ কৰি ঘোঁৰা মেলিছে। আগৰ কেইখন গাড়ীৰপৰা দুম্-দাম্ শব্দ—পিপাবোৰ নমাইছে চাগৈ। এতিয়াহে পৰিল বিৰিণাৰ মৰণ কাল, পেটে চুঁচৰি গৈ আগতে থালি কৰি থোৱা পিপাটোতে গোট মানুহটো গোটে গোটে সোমাই পৰিলো—আগ-পাছ গুণিবলৈ নহল। মদৰ গোন্ধটোজ হওঁতে বিক্‌চিনা লাগিছিল বমি বমি ভাবত নাড়ীযে ভুকৱে উকটি উঠিছিল, পিছে কাল কাটিলে বিষেও সহে, নাকত আঙুলি দি বুকুত হেঁচা মাৰি

কোনোমতে কিছুপৰ নিয়ালো।

পিপাটোৰ ভিতৰত তিনিমূৰীয়া হৈ বহিছিলো—ইফালেও নেদেখি সিফালেও নেদেখি, পোনে চালেহে দেখি। এনে হাতভৰি লৰাব নোৱাৰা অৱস্থাত মানুহৰ বিশেষ একো কৰিব পৰা কাম নেথাকে; হাতহিলৈ আৰু হেংদান দেখিলো আগতে গুজি থোৱা দৰে চাপকানৰ তলতে আছে। গতিকে বহি বহি চিন্তা কৰিবলৈকে আৰম্ভ কৰিলো।

তাহানি ফৰিঙাৰ কথামতে খহুৱা গোঁহাইৰ গা-বখীয়া হৈ মৈদামলৈ যাওঁতে হুমু বুঢ়াগোঁহায়ে ফৰিঙাক কৈছিল, বোলে, "মূৰটোৱে সৈতেহে মানুহটো, এনে এটা সঁজাতী লাগে।" সেইগুণে ফৰিঙাই বাচি বাচি মোক পালেগৈ। কথাটো তেতিয়া নুবুজিলো, এতিয়াহে বঙালৰ মদৰ পিপাত তিনিমূৰীয়া হৈ সোমাই থাকি গিয়ান হল, অৰ্থাৎ মই এটা অভাগী, গৰুধৰ্ম। কি দৰ্কাৰ আছিল মোৰ এইখনত সোমাই জীযাতু ভুগিবলৈ। হাবিতে জোপ লৈ থাকি বঙাল যোৱাৰ পাছত গড়গাঁৱলৈ হাবিতলীয়া বাটেদি পোনাই দিলেই হলহেঁতেন, এতিয়াওচোন লোকৰ গাভীত উঠি ত'লৈকে আহিলো। মাজতে দেহাৰ কষ্ট, বঁহীয়া গোন্ধত পেটে উকটিছে, হাতভৰি লৰাব নোৱাৰি, সৰুফুৰা বৰফুৰা কৰিব নোৱাৰি, কাহহাঁচি এটা মাৰিব নোৱাৰি—কেউফালে বঙালে পিনাপিন্, এইখনহে ভাল আপদত পৰিলোহি। পিছে আপদৰ কালত ভবিষ্যতৰ কথাহে চিন্তা কৰিব লাগে বোপাইহঁত, যি ঘটিল সি ঘটিলেই, যি ঘটিবলগীয়া কপালত আছে তাকেহে পুৰুষাৰ্থ কৰি মোৰাব পাৰি।

পিপাটোৰ পৰা থাওকতে মূৰটো উলিয়াই চালো, তেতিয়া জোনটোৱো এছোৱা ওলাইছিল। দেখো কি!—হাঁয় মোৰ ভৈযাই! সৌৱা কুৰিনল দূৰতে চোন দিখৌ, বৰনাওশালৰ ঘাট। চযালে বঙালে যোৱা দেখিলো—সেইফালেই পোনাইছে চাগৈ দেই। তাত নিশ্চয় পহৰী এটিও নাই—এইবাৰহে ভাল কথা হল, গোৱে পোৱে তল গল। এনেয়ে বঙাল তবে বলী; আম্নিবোৰে তুমাহ পাছত বাৰিষা আহিব, দোকোলটকা বানপানী হৈ বঙালক ঠেকত পেলাব, তাৰে আশাতেহে আঁচলত সঁফুৰা বান্ধি তন্তি আছোহক। এতিয়া বৰনাওশাল বঙালৰ হাতত পৰিলে আৰু বঙালক বলে পাৰিব কোনে?

আচল কামৰ সময় হলে বোপাহঁত, নদাই সঁজাতীয়ে ততালিকে বুজ পায়।

খিতাতে বুজিলো যে পিপা এটাৰ ভিতৰত জথৰ হৈ বহি কাল নিয়াবৰ কাল সেইটো নহয়, সেইটো কামৰ সময়। জুইৰ ভয়ত উধান নপলায়; কপালত যি আছে হব বুলি পিপাটোৰ পৰা চুঁচৰি পলাই আহিলো, এনেয়ে হলেও ওলাবৰ সময় হৈছিলেই—মোৰ পৰা আগৰ দুখন গাড়ীলৈকে পিপা নমাই অঁটালে, খানিক পাছতে এনেও ধৰা পৰিম।

লাহেকৈ গাড়ীৰ পৰা নামি ইভিতি সিভিতি চালো, মোৰ পাছৰ গাড়ীত গাড়োৱান নাই—সিফালে চাৰিটা বঙালে সিহঁতৰ ভাষাতে উখনা উখনি কৰিছে। গাড়ীৰ আঁৰ লৈ লৈ গুজুংগুজুং কৰে নাওশালৰ ফালে বাট বুলিলো।

কথাতে কয় বোলে "অৰণ্যতো মৃত্যু নাই, ৰাখন্তা ঈশ্বৰ তথাপি মৰণ আছে গৰ্ভৰ ভিতৰ।" সেইখন জাঙ্গ্ৰা, কেউফালে বঙালে পিনাপিন্—টিমিক টিমিক জোনাক, তাৰ মাজতো মোলৈ চকুদিয়া প্ৰাণী এটি নোলাল। গাড়ীবোৰৰ বাওঁহাতে ভামীঘৰা বহিছে, তাতো জাকজাক বঙাল। সমুখৰ গাড়ীবোৰ খালি যদিও মই থকা ফালে দুই-চাৰিটা বঙাল আছিল দেই—কিন্তু কাৰ কপালগুণে নাজানো, মই সাৰি গলো আৰু ঠাইতে বাটটো পাৰ হৈ ঘাটৰ ফালে দৌৰিবলৈ ধৰিলো।

বৰনাওশাল সোমাযেই গাটো কিবাখন লাগিল—য'ত হেজাৰ পাইকে দিনে-নিশাই নাও কাটে, দিনে-নিশাই যি ঠাই লোকজনেৰে উদুলিমুদুলি, হাই-উকমিৰে বৌজাল, বৌজাল, সি ঠাই আজি কাঁহ পৰি জীণ যোৱা নিমাত নিতাল, পেৰেতপুৰী। দুফালকৈ খোলা বৰদুৱৰিৰে সোমাই গৈ ভুমুকি মাৰি দেখিলো পানীয়ুঁৰলিত ওপঙি আছে জোঁটবন্ধা জাক জাক চৈ দিয়া বৰনাও, জাপ জাপ মাৰনাও। তাৰ ওচৰতে দেও হেন দুটা মানুহ ঠিয় দি আছে—কোন হব আৰু? এটা ঘৰ বিভীষণ, আনটো বঙাল। বঙাল শত্ৰু খেদাই ৰাজ্য নিষ্কণ্টকা কৰিবলৈ বুকুৰ তেজ ঢলা অসমীয়া আমি—এয়া আমাৰে এটাই ইয়াত খাল কাটি ঘঁৰিয়াল মাতিছে। কি নীচ্, কি পাপী জীৱ! সি আকৌ ডাঙৰীয়া হয—কালৰো কাল—।

কিন্তু কিবা এটা কৰিব লাগিল—এনেকৈ ঠৈৰেঙা দি ঠিয় হৈ চাই থাকিলে নহব। খেনেক পিছতে বঙালে বৰনাওশাল দখল কৰিবহি—তাতে

পাগ্‌ৰবা ডচীয়া দেখিলে ভয়লগা পহুৱা থব—তেতিয়া সুতেমূলে সোপাই গল।

নাও কাটিবলৈ দ'ম কৰা বৰ বৰ কুন্দাৰ আঁৰে আঁৰে নাও উঁৱালৰ ফালে হাতভত সাৰে ভৰিত সাৰে আগুৱালো আৰু সিহঁত দুটাৰ অজানিতে ইপোনৰ পৰা উঁৱালৰ কাষ পালোগৈ। থাক্ থাক্ নাও, তাৰ গাতে লগা এটি ইটাৰ ঘৰ, পানী যুঁৱলিৰ কাষতে। বোধহয় পহুৱা ঘৰ। চুঁচৰিগৈ দেখিলো বৰদুৱৰ্জ্জি খোলা—সুটুকৰে বগুৱা বাই ভিতৰ সোমাই পৰিলো।

ঘৰটোৰ ভিতৰখন ঘিটঘিটীয়া এন্ধাৰ, জালিকটা সুৰুঙাইদি জুমি চাই দেখিলো কুৰিগৰাকী মান দূৰতে চৰালে হাত-ভৰি জোকাৰি ইফালে সিফালে দেখুৱাই বঙালক কিবা বুজাইছে। দুয়োটাই এখুজি দুখুজিকৈ মই থকা ফালে আহি আছিল—ভাগ্যে মই আগেভাগে ঘৰটোত সোমালোহি বুলিহে। মনতে বৰ আনন্দ লাগিল যোপাইহঁত—তেনেহেন সঙ্কট পৰত এনে আনন্দ সৰাৰে কপালত নঘটে।

কুঠৰীটোৰ ভিতৰৰ এন্ধাৰ ইতিমধ্যতে মোৰ চকুত সহি গৈছিল হবপায় দেই—এচুকত এটা জাবৰৰ দ'ম যেন দেখিলো। হাতেৰে চুই দেখো এইবোৰ বাৰুদৰ খাৰ। আৰু কিবা আছে নেকি খেপিয়াই চাই আন একো নেপালো—কিন্তু নদাইৰ উপস্থিত বুদ্ধিয়ে এই অঠাই সাগৰত এটা উপায় পালে। চ'তমহীযা ৰদত শুকাই থকা কণকনীয়া কাঠৰ নাও—আহা! সেয়ে হব।

ঘৰটোত পালিদুৱৰি আছে। সেইপোনে ওলালে বাৰহাত দূৰতে নাওঁ-উঁৱাল। চুৰীয়াৰ কোমৰটো খুলি তাতে একোঁচাকৈ খাৰ ভৰাই পালি দুৱৰিয়েদি ওলাই গলো। সেইখিনি উঁৱালৰ সিমূৰৰ নাওজাপত তিনিভাগ কৰি থৈ আকৌ একোঁচ নিলোহি, সেইখিনিও মাজৰ জাপত থলো। তাৰ পাছত আৰু দুবাৰ। শুনোতে দীঘলীয়া হেন লাগিলেও বোপাইঁত, এই সমস্তে কাম এক নিমিষতে হল। এই নদাই অকল চিন্তাতে খৰ্‌তকীয়া নহয—কামতো বিজুলী যেন।

শেহৰবাৰ ঘৰটোলৈ ঘূৰি আহি পিঠিৰ পৰা হাতছিলৈটো উলিয়ালো। তাহানি বঙাল দেখোঁতেই তাতে এজঁাই খাৰ খাজি থৈছিলো। মোৰ ফালৰ নাওজাপত থকা খাৰৰ দ'ম এটালৈ টন্‌কৰি চৰাইদেৱৰ নাম লৈ লপ্‌লুপী

টিপিলো।

কথাতে কয় বোলে 'ভবা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি।' ক'ত হিলৈৰ থাৰজাঁই উৰিব আৰু নাওজাপত লাগি গোটেইখন লঙ্কাকাণ্ড কৰিব, মোৰ লপ্‌লুপীত খট্ কৰিলে আৰু ফুচ্‌কৈ শব্দ এটাহে হল, থাৰ নজ্বলিল। বুকু ধপচ্‌কৈ উঠিল বোপাইহঁত, মনটো মৰি গল। টান আপদৰ কালত বিবুধি হৈ উপায় নেদেখা পথালিচকুৰা নৰমনিচক, উপায় এটা দেখুৱাই দি কপালে এনেকৈয়ে ঠগে। তোমালোকে চাগৈ ভাবিছা মোৰ গাতেই দোষ। মোৰ একো দোষ নাই বোপাইহঁত—মইনো কেনেকৈ জানিম যে হিলৈৰ নলাৰ ভিতৰেদি বগুালৰ মদ সোমাই নলীয়ে খিলিকিযে সেমেকি আছে।

ইফালে ফুচ্‌কৈ হোৱা শব্দটো ইহঁত দুটাই শুনিলে হবপায়, জালিযেদি দেখিলো চয়ালে চকিতে ইফালে সিফালে চাইছে, তাৰ হাতত হিলৈ, কোমৰত হেংদান। থন্তেক ঘূৰি পকি তাৰ চকু মই থকা ঘৰটোৰ ওপৰত বল আৰু বগুালটোক তাতে থেমিবলৈ দি চয়ালে ঘৰটোৰ ঘাইছুৱৰিৰ ফালে আহিল। মোৰ বুকুৱে ধান বনাদি বানিবলৈ ধৰিলে, ভযত অণ্ঠে কণ্ঠে শুকাল—এইটো ঘৰৰ ভিতৰত অকলশৰে মই, হাতত হিলৈ এটাও নাই, মৰণৰ বাঁহহে হল এইখন। কামো নিসিজিল, আথানিত মৰণো মিলিল। কি কৰিবা বোপাহঁত, সঁজাতীৰ জীৱনেই এনে, কচুপাতৰ পানী।

ঘাই দুৱৰিৰ ফালে সিহঁত দুটা, পালি দুৱৰিযেদি গলে নাওভঁৰাল, পিছে নাৱে নাৱে বগাব পাৰিলে সিমূৰে হয়তো ওলাই যাব পৰা হব। এনেহেন উভয় সঙ্কট, উপাযো নাই, সময়ো নাই—সি চয়াল ঘাইদুৱৰি পালেহিযেই—ঘপহ্‌কৰে পালিদুৱাৰেদি ওলাই নাৱে নাৱে বগাবলৈ ধৰিলো।

জাপ কৰি থোৱা মাৰনাওত আচলৰ আগত জীউ বান্ধি লৈ বগাবলৈ পাইছানে কেতিযাবা? এইবোৰ সুযোগ সবাওৱে জীৱনত নঘটে। ওখোৰা-মোখোৰা, খোজেপতি টলংভটং, খোপনি ৰাখিব নোৱাৰি। এবাৰ পিছল খাই হামখুৰি খাই পৰিলো, ওপঙি থকা নাৱে নাৱে লাগি ঘটংকৈ শব্দ হল, লগে লগে যেন আকাশৰ পৰা বজ্ৰপাতহে সৰিল বোপাইহঁত—দুম্ দুম্ হিলৈৰ শব্দ, এজাঁই দুজাই তিনিজাঁই। কেউটা গুলী মোৰ গাৰ কাযেদিযেই গল। শব্দটো আহিছে পহৰীঘৰৰ জালিয়েদি—তাতে ফিৰিঙতিও

দেখিলো ; নিশ্চয় চয়ালে উগ্রানতে মোলৈকে টোরাই মাৰিছে ! উৰ্দ্ধশ্বাসে দৌৰিবলৈ ধৰিলো যোপাইইঁত—নিমিষতে নাওশাল পাৰ হৈ ছুৰৰি পালোগৈ।

এনেতে যেন প্ৰলয় কাণ্ড ঘটিল , কেউফালে জুইয়েই জুই, বজ্ৰপাতেই বজ্ৰপাত। থাৰ জ্বলিছে, নাও জ্বলিছে , চ'ডমহীয়া বদ'ত শুকাই থকা ৰূণকণীয়া কাঠৰ নাও—বাঁহৰ ঢাৰিৰ চৈ। এবাৰ জুয়ে ধৰিলে আৰু এৰে ক'ত ? চৌদিকে দিনযেন পোহৰ কৰি খন্তেকতে চন্ চন্ কৈ গোটেই নাওশাল জ্বলিল —আহা কি দৃশ্য—আজিও বুকু হমহমাই উঠে বাছাইঁত, সেই ৰঙাঘোঁৰাৰ নৃত্য তেজ মণ্ডহৰ চকুৰে দেখাৰ সৌভাগ্য এই নদাই সঁজাতীৰ বাহিৰে দ্বিতীয় কোনো অসমীয়াৰ নহল। চয়ালে দেখিছিল, পিছে সি ৰাজ্যৰ হাৰামখোৰ— তাক অসমীয়া বুলিব নোৱাৰি। কাজ সিজিল, সৰ্গদেৱৰ বৰনাওশাল বঙালৰ হাতৰ পৰা ৰক্ষা পৰিল , পিছে মনতে এটা দুখ ৰল—মই নদায়ে যিটো কাম পাঙ্গি পাতিও সিদ্ধি কৰিব নোৱাৰিলো ই হাৰামখোৰ চয়ালে তাক মোলৈ বুলি খাৰ উৰাই কৰিলে।

হাতজোৰ কৰি নেদেখাজনাক প্ৰণিপাত জনালো। আকাশৰ সোঁমাজতে দেখিলো কালপুৰুষজনে হাঁহি হাঁহি উজ্বলি আছে। ছুৰৰিয়েদি ওলাই আহি মন কৰিলো বঙালৰ ভামীঘৰাত হুলস্থুল, হুট্টগোল। আগঠেং দাঙি ঘোঁৰা-বোৰে জঁপিযাইছে—লগে লগে গগণফলা আটাহ। মানুহবোৰে চেৰাবলীয়াৰ দৰে ইফালে সিফালে দৌৰি ঢাপৰি ফুৰিছে, কোন কেনি গৈছে কোনেও কব নোৱাৰে। তাৰে নেজডাঙি ঢপলিযাই অহা ঘোঁৰা এটাতে জঁাপমাৰি উঠি গডৰ বাহৰৰ কালে চেকুৰাই দিলো—বোলো তাতো কাৰো নাপালে পোনাই চৰাই লৈ যামগৈ।

পাছদিনা পুঁৱতিতে গডগাঁৱৰ কোঠত ৰজাশহুৰক লগ পালো। সকলো বতৰা পাই বোলে, 'বঙালযে আগুৱাই আহিয়েই আছে, মোটে বুজিছো কাৰ্য্য নিসিজিল।' সেইবুলি পাহাৰৰ নামনিত কোঠ মাৰিলেগৈ। সেইদিনাই দুপৰ বেলা বঙালৰ এটা ঠাল গডগাঁৱত সোমাল, আন এটা গজপুৰতে ৰ'ল। বাহগভীযা বুঢ়াগোহাঁয়ে ৰজাশহুৰে দগা-দি লুটি বঙালক নিৰ্য্যাতন কৰিবলৈ পাং পাতিলে। সেইমতে থানিয়ে থানিয়ে লোকজনো বহুৱালে। মীৰজুমলা নবাবেও আহি গডগাঁৱৰ কাষৰতে থানি পাতিলেহি।

পাছদিনা পুৱা ফুলবৰীয়া ফুকন আৰু সনাতন ওলালহি। সিহঁতে বোলে, চয়াল বঙালত মিলিল—বাকীবোৰ ঘূৰি আহিছে। দুইচাৰি আৰো লোক বঙালত মিলিছে, সিহঁতৰ কথামতে পদুমপুখুৰীৰ পানী খুলি তলিত বঙালে খিস্তৰ ছিলৈ পালে।

ৰাতিলৈ শুনিলো বোলে চয়ালক বঙালে ফাঁচী দি মাৰিলে। সি হেনো বঙালৰ সেনাপতি ৰচিদখাঁক নাওশাল দেখুৱাবলৈ নি জুই লগাই মাৰিব খুজিছিল। হাৰামখোৰৰ শাস্তি ঈশ্বৰে এনেকৈয়ে দিযে সোণাইহঁত, পাপৰ ফল এই জনমতে হাতে হাতে মিলে।

পাছদিনা ৰাতি দুপৰত বুঢাগোঁহাই ডাঙৰীযাই মাতি নি বোলে, 'বঙালক দুটা ফৌজে সৰ্গদেৱৰ পিছ লৈছে বুলি কোৱামোৱা শুনো; লগত পাঞ্চৰ খাঁ আছে, আমাৰ পখাঁ মিলা মানুহো দুই-চাৰি আছে। এইছোৱাত বাগি বুগা দি হওঁক, চলাই ভুলাই দগা দি হওঁক, বঙালক কোনোপ্ৰকাৰে ভেটা দি ৰখা যাব, পিছে ত'তহে সৰ্গদেও অসাৱধানে ৰহিব পাৰে। ফৌজী বঙাল বোলে দলৌগুৰি পাওঁ পাওঁ। ৺দেৱ ৰাইচাতে আছে—তাতে এই সকলো বতৰা দিবিগৈ। লগতে বৈ সাৱধানেও ৰাখিবি, খানিকলৈকো গা এৰা নিদিবি। সৰ্গদেৱে ৰাইচাতে জিৰণি লোৱাৰ কথা—তত্ৰাচ তাতো নেপালে শলগুৰিলৈকে যাবিগৈ। যি দেখিলি যি জানিলি সকলো বতৰা দিবি। আইকুঁৱৰীহঁতক পাবিলে আগেভাগে নামৰূপত পলুচাই দিবি। দেৱত কবি বোলে মযে ৰজাশহুৰে ইযাত কিছো থান্থিত লগাই দুই-চাৰিদিনতে মিলিমগৈ। তিপাম নোপোৱালৈকে দেৱৰ পাদ পদে আপদ কোনোপধ্যে তিপাম সোমাব পাবিলেই ৰক্ষা। অ'—আৰু কবি সৰ্গদেৱৰ আজ্ঞামতে নকুৰি ধানৰ ভঁৰাল, দুহেজাৰ বাৰুদৰ পেৰা আৰু ওঠৰকুৰি ৰবনাও চোৰফেটাই পোৰা হল। নাওশালতো বাৰকুৰী ৰবনাও পুৰিলে। আৰু কেউপিনে বঙাল, নিজৰ গালৈ সাৱধান হবি। তোৰ ওপৰত বহুত ভাৰসা।

ৰাজ্যৰ কামত বাছাইহঁত, এই নদাই সঁজাতীৰ লোহাৰ শৰীৰ, ভাগৰ

জোগৰ নাই, খেনেকলৈও আলাইচ্ নাই। 'যিৰা আজ্ঞা' বুলি সেই মাজনিশাতে আকৌ ঘোঁৰাত উঠিলোঁ। নতুন ঘোঁৰা, প্ৰথমতে অসুচল পাইছিল, পিছে নদাই বহিলে বটুৱা ঘোঁৰাও পলকতে বাধ্য হয়।

পৰ্ব্বতৰ পৰা দলৌগুৰিলৈ বাটচোৱা দুৰ্গম—কেউফালে জাবণি হাবি, অৰাজ্য। দিনতে বাঘে মানুহ টানে, সাপ সুপৰতো কথাই নাই। তাৰ ওপৰত বঙাল শত্ৰু পিনাপিন্, ভূতৰ ওপৰত দানহ। নাজানো নাকুৰিদেৱে কপালত কি লিখিছে—তেওঁলৈকে বুলি প্ৰণাম এটি জনাই বিশ্বাশবদে ঘোঁৰা চেকুৰালো। ওপৰলৈ চালো, কাল-পুৰুষজনে আগৰ দৰেই তিৰবিৰাই আছে মাথো অলপ পচিমলৈ হালিছে। বুজিলো যাত্ৰা শুভ, বিপদ-বিঘিনিৰ কথা নাই।

পিছে তেতিয়া চাগৈ কালপুৰুষে মস্কৰা কৰিহে মিচিকিয়াই হাঁহিছিল দেই—পৰ্ব্বতৰপৰা দুইক্ৰোশ গৈযেই কথাটোৰ উমান পালো। পাতল পাতল জোনাকত দেখা পালো গোটেই বাটটো জুৰি হেলৌ হেচৌকৈ আহি আছে এটা প্ৰকাণ্ড বৰা গাহৰি, তাৰ দাঁতেই কিজানি হেংদানখন মান দীঘল হব। মাঘমহীযা ৰৰাই পকাধান খাবলৈ নামে, এইজনে চাগৈ খাই-বৈ এতিয়া পৰ্ব্বতলৈ উঠিছে। ঘোঁৰাৰ খোজৰ শব্দ শুনি ৰৰাই থেন্ধৰি কাণ ঠিয় কৰিলে, আমাৰ ন-শিকাৰু পক্ষীৰাজেও চিঁ-হিঁ-হিঁ-হিঁ-হিঁ বুলি আগঠেং দুটি ডাঙি বৈ গল। গোৰোহাৰ গদিযাওঁহে গদিযাওঁ, ঘোঁৰা অচল অটল, সেইদৰে চৰগ পৰাৰ দৰে উলাৰ হৈ থাকিল। ইফালে বৰাই দাঁতটো পোন কৰি ধীৰ গতিৰে আগবাটিবলৈ ধৰিলে। গতিক বিষম বুজি খোচোনাৰ পৰা হতহিলৈটো উলিযালো আৰু খাৰ এজ্জাঁই খাঁজি ৰলো।

ৰৰাটো ওচৰ পাইছেহিযেই হওঁতে, পিছে এতিযা গুলী টোৱাওঁ ক'ত? ইহঁতৰ মূৰটো হল বজ্ৰগুটি কঠিন, গাৰ ছাল গঁড়ৰ ছাল হেন, গুলী লাগিলে উফৰিহে আহিব। তেনেতে তাহানি ভিতৰুৱালৰ কথা এটা মনত পৰিল, বোলে, 'গড়ে বৰাই পোনে চলে, ফালৰি কাটিবা সমুখ হলে', অৰ্থাৎ ইহঁতে থিতাতে ঘূৰিব নোৱাৰে, চকুৰ পোনে নাকৰ পোনেহে যায়। গতিকে গুলীজাঁই চকুত লগাব পাৰিলে হয়, পিছে কোটমণি হেন ক্ষুদ্ৰ ক্ষুদ্ৰ চকু ঢকাচমকা জোনাকত টন্ কৰিবলৈ কঠিন—তেওঁবুলি চেষ্টা কৰি চোৱাত হানি নাই। ৰৰা আহিয়েই আছে, এইফালে আমাৰ উচৈ চৰবাই থেম ধৰি যতে

থিত্ দিলে দিলেই—বোধকৰো মূচ্কচ্ গল।

কাষতে এজোপা শকত শিমলু গছ আছিল—ঠাইতে ঘোঁৰাৰ পৰা নামি গছজোপাৰ আঁৰ ললো আৰু কণামুনা পোহৰত উমানতে কঁপা হাতেৰে বৰাৰ চকুলৈ টন্ কৰি খাৰজাঁই এৰিলো। মনতে ভাব 'হে নাকুৰী দেও এই খাৰজাঁই যেন পোনেই নি বৰাটোৰ চকুত লগোৱাগৈ।' গুকম্ কৰে শব্দ হল, বৰাটোৱে মূৰটো এচুলিমান কতীয়া কৰিলে আৰু চকুৰ পচাৰতে বিজুলী-বেগে মোৰ পোনে চোঁচা ললে, আৰু এনেহেন কাণ্ড দেখি 'ঐ মোৰ ভৈযাই' বুলি মই থিতাতে শিমলুজোপাৰ ফেৰেঙনি মেলা ডাল এটাৰে বগাই আগলৈ উঠিলো আৰু ডালটোক মোৰ বুলি সাবটি ধৰি কঁপিবলৈ ধৰিলো।

বিজুলী সঞ্চাৰে আহি বৰাটোৱে শিমলুজোপাত খুম্ মাৰিলেহি আৰু গুৰিৰ পৰা আগলৈকে গোটেই গছজোপা হিৰহিৰকৈ কঁপি উঠিল। মই ৰোলো, 'ভাল হল গছজোপা উভলি পৰে এতিযা। পিছে নাই—বৰাই দেখোন যেনেকৈ খুমু মাৰিছিল তেনেকৈয়ে ঠৰঙা হৈ ৰল।

তাৰ পাছৰ ঘটনাৰ কথা কবলৈকে লাজ লাগে বোপাইহত, সেইবোৰ নদাই হেন বীৰৰ সুযোগ্য কথা নহয়। গছৰ ডালতে কিছুপৰ থিত্ ধৰি যেতিয়া বুজিলো যে কিবা এটি কথা হল আৰু বৰাটিৰ সহজতে লৰচৰ কৰাৰ আশা নাই, কি ঘটিল তাৰে বুজ লওঁ বুলি সংশযচিতে নামি আহিলো আৰু সাৱধানে এখোজ দুখোজকৈ কাষ চাপি দেখিলো বৰাটোৰ দাঁত শিমলুজোপাৰ গুৰিটোত কেইবা আঙুলো নিকপ্কপীয়াকৈ সোমাই গৈছে, বৰাটো ঠাইতে চেলখাই আছে, মুখেদি হো-হোৱাই গুলোৱা তেজ কেউফালে চেকুৰা-চেকুৰে গোট মাৰিছে। বুঢা বৰা, গছৰ গুৰিত জোৰেৰে খুম্ মাৰি দাঁতো লাগি ধৰিলে, খুন্দাৰ কোবত দাঁত কৰপীয়া লাগি হাডমূৰো গুৰি হল চাগৈ।

এতেপৰে ঘোঁৰাটোৰ ফালে চাবৰ আহৰিযেই হোৱা নাছিল—এইবাৰ চাই দেখিলো ঘোঁৰাটো আগৰ ঠাইত নাই। হিলৈৰ শবদ, বৰাৰ মূৰ্ত্তি এইবোৰ দেখি শুনি ভাবো চাগৈ হেৰোৱা গিয়ান ঘূৰি আহিল—সময় বুজি সি পলাল। এতিযা এই ৰাতিখন জাৰণিৰ মাজত ক'ত বিচাৰো, কি কৰো তথাপি মনতে সান্ত্বনা লভিলো বোলো সি নিশ্চয় বেছি দূৰলৈ যোৱা নাই। ইতিমধ্যে চৰায়ে মাতিছেই, দিনেপোহৰে লৈ বিচাৰি পুঁৱতিতে আকৌ

ৰাওনা হব পাৰিম। অগত্যা শিমলু জোপাৰ ডালটোতে উঠি, তলত মৰি থকা ঘৰাটোলৈ চাই চাই বেলা একঘড়ী কটালো।

ঘোঁৰাৰ গিয়ান বোলে মানুহতকৈও বেছি—কথাষাৰ সঁচা হবপায় দেই—। গছজোপাৰ ডালতে মোৰ খন্তেক চিলমিলীয়া ঘুমটি আহিছিল হবপায—হঠাতে তলত চি—হিঁ—হিঁ—হিঁ অট্টৰাও শুনি মোৰ জীউ উৰি গল। চাই দেখো আমাৰ অশ্বৰাজ গছৰ তলত ঠিয। চকুছুটা মোহাৰি আকৌ ঘোঁৰাত উঠিলো। ঘোঁৰাৰ পিঠিতে জোলোঙাত বোকা চাউল আছিল—তাৰে দুটামাম শুকানে শুকানে গাল মাৰি মকটিযালো—তিয়াই বুৰাই নিযম মতে খাবলৈ আহৰি নাই।

বকতা হৈ ৰাইচা পালোগৈ গোবুলা কাণিমুনি বেলিকা। আমাৰ মানুহ তাত বহুত আছিল—আপোন পৰিচয দি সুধিপুচি জানিলো যে সৰ্গদেউ সেইদিনাই আবেলি শলগুৰিলৈ বুলি গল। ৰাইচাত এনেয়ে পাঁচ দিন থকাৰ কথা, পিছে চৰীযাৰ মুখে বঙালে পিছ লোৱা কথা গম পাই চাৰিদিন হওঁতেই ততাতৈযাকৈ গলগৈ। বাহৰত লোকজন তেতিযাও বহু আছিল। দিন-নিশাই ঘোঁৰা চেকুৰাই ঘোঁৰাই মানুহে ছুযোটা ভাগৰি পৰিছিলো—ৰাতি বিয়লি বাটে-পথেও বিপদ-আপদ অনেক—গতিকে বাহৰতে এমুঠি খাই ৰাতিটো পৰি থাকিবলৈ ঠিৰাং কৰিলো।

পিছে মানুহে পাণ্ডে, ঈশ্বৰে ভাণ্ডে। কালসন্ধ্যা ভঙাত চাউল মুঠি গিলি বহিছোহে, মুহুদি কৰি আঁটোৱাই নাই—বাজত ৰৌজাল-বৌজাল শুনি ওলাই আহিলো।

বাহৰৰখীযা জুই কুৰাৰ কাষতে এজুম মানুহ গোটখাই কোৱামোৱা লগাইছে। মই বোলো, 'কি হল?' তাৰে কোনোবা এটাই বোলে, 'কিটো হব আৰু। বঙালৰ দুটা ফৌজ গোবুলাত বকতা পাৰ হৈ পোনবাটে শলগুৰিৰ ফালে উজাইছে। আমাৰ লোকজন আহিলাপাতি বকতাতো বেছি নাই, ৰাইচাতো নাই, যি দুই-এপদ আছিল তাকো আগে ভাগে গড়গাঁৱলৈ ভেজালে—বাকীবোৰ সৰ্গদেৱৰ লগতে গল। বোলো, 'সৰ্গদেৱৰ লগত লোকজন কিমান যায়?' বোলে, 'আমি ছুই হেজাৰহে ইয়াত পাছ-কাছি আছো—বাকী এক হাজাৰ মান বকতাতে ৰল, সৰ্গদেৱৰ আগত এক

হেজাৰ মান আৰু লগতে এক হাজাৰ মান আছে, লগতে চেংধৰা বৰবৰুৱা, ফুকন গোঁহাই আৰু দুই চাৰিমান বৰুৱা আছে।' মই বোলো, 'ইযাত এতিয়া বৰুৱা কোন থাকিল?' বোলে, 'বৰুৱা নাই, নেওগহে এফেৰা আছে, নবৰা নেওগ।' তেওঁৰেই আলচ কৰি চাওঁ বুলি ছাউনীতে লগ ধৰিলোগৈ।

তেওঁ বোলে, 'কথাটো শুনিছো—চৰীযাই হাবিৰ মাজত শুং দেখি কৈছেহি। কলৈ যায় কি কথা নেজানো। ইয়াত মানুহ আছে দুহেজাৰ—দেৱৰ লগত ঘপ্ কৰে ওলাই যাব নোৱাৰিলে বাবদ হে। কালিলৈ পুৱাই যাব। এইখিনি পাইকেৰে বঙালক খেদা ধৰা সুচল নহয়। তাতে খাৰ-বাৰুদ কম, তাৰোৱাল যুঁজত বঙালোৰে পাৰিম জানো? সিহঁতৰ দুখঁজীযা হিলৈ আছে।'

ভাবি দেখিলো কথাটো সঁচা। এনেয়ে হাবি পলাই অহা পাইক, তাতে খাৰ-বাৰুদ নোহোৱাকৈ হাতখনে মুখখনে বঙাল মাৰিবলৈ পঠালে কোন যাব? আৰু সাহ কৰি গলেই বা, এটাও উভটি আহিব জানো? এইটোহেন সময়ত একো একোটা ৰণুৱা পাইক একো একোচপৰা সোণ, বোপাইহঁত, এটাকো এনেয়ে যাবলৈ দিব নোৱাৰি।

তেনেহলে কি কৰা যায়? বঙালক ৰুখিব নোৱাৰিলে তৎকালে সৰ্গদেৱক বতৰা দিব লাগে—নহলে ত'ত অসাৱধান হৈ থাকিব পাৰে। সেই কামৰ নিমিত্তে উপযুক্ত পুৰুষ এই দেশত মাত্ৰ এজনেই আছে, সেইজন মই নিজে। ভাগৰে জোগৰে লালকাল হলে কি হব—কৰ্ত্তব্যৰ কথা সোঁৱৰা মাত্ৰই এই নদাইৰ শৰীৰত ৰণুৱা তেজে বিজুলী খেলিলে। নবৰাক 'মই এতিয়াই শলগুৰিলৈ যাওঁ' বুলি কৈ ততালিকে ওলাই আহিলো। সি পীৰাত বহি আছিল, চকুদুটা টেলটেলকৈ মেলি তাতে বহি থাকিল।

কথাতে কয় বোলে 'সোঁ বাট দুৰ্গম তাক নেযাবা এৰি'—দুৰ্গম হলেও পোন বাটকে বাঁচি ললো কাৰণ হাতত সময়ৰ নাটনি। যিমান সোনকালে পাৰি সৰ্গদেৱক বতৰা দিব লাগে। অচম্বিতে অজানিতে ত'ত কৰবাত বঙালৰ হাতত পৰিলে মহা অথান্তৰ মিলিব। এইটো খেনত গোটেই অসম ৰাজ্যৰ ভাগ্য আৰু দায় মোৰ হাতত—মনতে এই বুলি দুগুণ উছাহ গোটাই লুংলুংঙীয়া হাবিতলীয়া বাটেদি শলগুৰিলৈ পোনালো।

পুৰন্তিৰ আগে আগে শলগুৰি পাই ৰজাবাহৰ বিচাৰি উলিয়ালো। সৰ্গদেৱৰ অৱস্থা দেখি সোনাইহন্ত মোৰ দুচকুৱে লোতক নিজৰি ওলাল। ৰূপাহৰ জোলাহেন সেই সুকোমল দিব্যকান্তি ৰূপ ক'তনো হেৰাল—চকু কোটৰত সোমাল, শেঁতা পৰা গালৰ হনু ওলাল, গাৰ ছাল শোতোৰা পৰিল। ৰাজ পোছাক শৰীৰত সোলোক ঢোলোক—তাকো গাত আছে বুলিহে, সাধাৰণ পোছাকত বাটে পথে দেখিলে ৰজা বুলি চিনিবই নোৱাৰিলো হয়। দেখিযেই বুজিলো—অশেষ দুখ-কষ্টৰ ধুমুহা গৈছে—শৰীৰতো, মনতো।

মোক দেখা পাই সৰ্গদেৱৰ আধা মুদ খোৱা চকুদুটা তৰাহেনহে তিৰ-বিৰাই জ্বলি উঠিল, খানিকলৈ মুখৰ মাত হলে গুফুটিল। মোৰ চকুত ভৰাবান, সৰ্গদেৱৰ চকুত আশাৰ ৰেঙনি। মোক বোলে, 'কালনেমী, বাৰ্ত্তা পাওঁ তোক বোলে বঙালৰ ছাউনীলৈ পঠিযাইছিল—কেনে নিবন্ধে ঘূৰি আহিলি? মই বোলো 'সৰ্গদেৱৰ আশীৰ্ব্বাদত বন্দীযে নিঘুণী শৰীৰেৰে উভটিলো, পাছে সেইবোৰ পিছত কম, এতিয়া ঘাই কথা অইনহে, অৰ্থাৎ বঙালৰ সেনাপতি পাঞ্চৰ খাঁই দুটা ফৌজ সহিত সৰ্গদেৱৰ পাছ লৈছে। হওঁতে এইখন বনে-জঙ্গলে বাট পথ চিনি উলিয়াব নোৱাৰিলে হয়—পিছে তাৰ লগত মিলা আমাৰ মানুহো আছে, সিবোৰেই দেখুৱাই দিব। সি বঙালে বোলে ইতিমধ্যতে বকতা পাৰ হৈ শলগুৰিলৈ পোনাইছেই। মই সৰ্গদেৱক সাৱধান কৰি দিবলৈহে খৰ খেদাকে আহিলো।'

বাৰ্ত্তা শুনি সৰ্গদেৱৰ মুখ পুনৰ শেঁতা পৰিল, চকু শুকাল, তেজ হৰিল। সেপ ঢুকি বোলে, 'কালনেমী, ষণ্ডহেই মোক খালে। বঙাল শত্ৰুৱে হৰিণ খেদাদি খেদিছে, তাত মোৰ কণমানো দুখ নাই। হওঁতে কালি ৰাইচাতে তেনে উৰাবাতৰি এটা পাইহে মই ৰাতিযই উজাই আহিলো।'

মই বোলো, 'সৰ্গদেৱে তিপাম নেপায়গৈ মানে নিৰাপদ নহয়। দিহিঙৰ পাৰে পাৰে এই তেৰ ক্ৰোশ হাবিতলীয়া বাট এনেয়ে দুৰ্গম। তাতে সৰ্গদেৱ শলগুৰিৰ পৰা বালিহাটলৈ যাব বুলিও সবাৰে জানে, গতিকে বাটে পথে বঙালে চোপ লৈও থাকিব পাৰে। বুঢ়া গোঁহাই দেৱে কৈছে বোলে দুই-চাৰি দিনতে মিলিবহি। ইতিমধ্যতে সৰ্গদেৱে তিপাম পালেগৈ ভাল।'

সৰ্গদেৱে বোলে, 'লোকজন সকলো ভাগকৰা, তাৰো দোভাগ কালি বাইচাতে থাকি আছিল। বকৰাবোৰ অৰণ্যে আছিছে, পিছে বাটে পথে বিপদ অনেক, লগত সৰহীয়া লোক হলেহে ভাল।' মই বোলো, 'এইবাৰ সৰ্গদেৱৰ লগত মই থাকিম, আৰু ইয়াৰ পৰা তিপামলৈ এদিনৰ বাটহে। চকুৰ পলকতে সাৰিব। বিশেষ চিন্তাৰ কাৰণ নাই।' সৰ্গদেৱে বোলে, 'বাৰু, চেংধৰা আৰু ফুকন—গোঁহাইক সুধি পুছি চাওঁ।'

সেইদিনা দিনটো সৰ্গদেৱৰ সঙ্গতে কটালো। নানান লোকজন আছিল, নানান বা-বতৰা দিলেহি। সুবিধা চাই মোৰ নিজৰো দুই-চাৰি আষাৰ কথা কলো। আবেলি ভাগলৈ চৰীয়া আহিল, বোলে 'দিহিঙৰ পাৰত বঙালৰ চিন দেখি আহিছে। তিপাম ৰজা পানীফাঁটত আছে—তাকো বতৰা ভেজিবৰ উপায় নাই, দখিণৰ নগাৰ লগতো প্ৰীতিগোট নাই, সেই পোনেও সুবিধা নহয়। তাতে তিপামৰ সীমাতো, নামচাঙতো, তাওকাকতো লাকাম নগাৰে ভৰি আছে।' চেংধৰাই বোলে, 'তাহানি বুঢা ঘোঁৰাকোঁৱৰে ঘৰ পুৰি আলু কচু কাটি অহাৰ পৰাই সিহঁতৰ বিৰাগ। পালে নেৰিব।' ফুকন গোঁহায়ে বোলে, 'সিহঁতেও ছিদ্ৰ এটিকে বিচাৰি ৰৈ আছে। পিছে বঙাল সকলো একেমুঠে নাই বুলি শুনো—কেইবা ভাগো হৈ অ'ত ত'ত চোৰাংকৈ ফুৰিছে। তাৰে দুই-চাৰিটা এই পোনেও ওলাবহি পাৰে।' সকলো শুনি সৰ্গদেৱে বোলে, 'যি হয় হক, মই ইয়াৰ পৰা লাহে ধীৰেহে যাম।'

ৰাতি ভালেমান পৰলৈকে বাজতে বহি হোলোং বকৰা, দুলীয়া বকৰা আৰু মই এইখনকে কথন-মথন কৰি আছিলো, এনেতে বাহৰৰ কাষত কুঁহিয়াৰণিত খৰ্‌মৰণি শুনিলো। কুঁহিয়াৰ ফালি ফালি কোনোবাই সাৱধানে আগুৱাইছে। হোলোং বকৰাযো দেখোঁ কাণ ঠিয কৰি শুনিছে। কিনো ওলালহি বুলি চাবলৈ দুযো উঠি গলো, দুলীযা বকৰাই ফুকন গোঁহাইক খবৰ দিবলৈ গল।

ওচৰ চাপি দেখোঁ, কুঁহিয়াৰ লৰিছে হয, মাজে মাজে দুই-এডাল মট্‌মটকৈ ভাগিছেও। নিশ্চয মানুহেই হয়—পিছে গেজেপনি কুঁহিয়াৰ বাৰীত ৰাতি বিযলি বিচৰণ কৰা মানুহ বিচাৰি উলিয়াবৰো অসুবিধা, খেদি ধৰাবো অসুচল। গতিকে হাত-ছিলৈটো খাঁজি দুয়োটাই দুফালে চোপ লৈ বহিলো।

খেনেক এনেদৰে চোপ ধৰি আছো, হঠাতে কাণৰ কাষেদি ছোঁ—ছোঁ—কৈ কিবা এটা পাৰ হৈ গল, লগে লগে খন্তেকলৈ গোটেইখন উজ্জল হৈ পৰিল। প্ৰথমতে ভাবিলো খাৰ উৰিল, কিবা বুধি কৰি শবদহে নোহোৱা কৰিলে। পাছে চাই দেখো খাৰ নহয়, মূৰত জুই দিয়া এপাত কাণ্ডহে বাহৰৰ ফালে উৰি পৰিছেগৈ। কিনো কথা বুলি আমি দুটাই মুখ চোৱাচুৱি কৰোতেই আৰু এপাত উৰিল। এইবাৰ কিন্তু ঠিক কোনখিনিৰ পৰা কাণ্ড আহিছে টং কৰিব পাৰিলো দেই—মই থিলৈ টোঁৱাই একেথৰে সেইপোনে চাই ৰলো। মনতে বোলো এইবাৰ আৰু এপাত মাৰহক চাওঁ একেজাঁই গুলীৰেই পুথাৰোৰ ঠাইতে শালিম। ভগনীযা ৰজাৰ বাহৰত ফুল জুৰি খেলে—আকল ঘাটিছে বাছাহতৰ।

মনতে ভাবিছিলোহে, আশা কৰা নাছিলো দেই। পিছে সঁচাকৈযে আকৌ এপাত কাণ্ড আহিল, লগে লগে মোৰ হাতহিলৈ গৰজি উঠিল। এই পাত কাণ্ড কিছো ওপৰেদি উৰিছে—দেখিযেই বুজিলো, ৰজাবাহৰৰ বৰতাৰ ছালতে পৰিবগৈ। হোলোং বকৰাক 'বাহৰ জ্বলে এতিযা, সৰ্গদেৰক চা' বুলি ৰিং মাৰি কৈ হাতত হেংদানখন লৈ একেজাঁপেই কুহিযাৰণিত সোমাই পৰিলো।

যি ছোৱা ঠাইলৈ টন্ কৰি খাৰ উৰাইছিলো তাৰ কাষতে কুহিযাৰবোৰ বৰকৈ লৰিছিল। গৈ দেখো মাটিযে ঘাঁহে তোজ তুম্বলি। বুজিলো গুলী লাগিছে। শতুৰু ধৰা পৰক নপৰক, খাৰজাঁই যে অথলে মগল তাকে ভাবিয়েই মনটো সুত লাগিল দেই—কিবা বোলেনে শব্দভেদী বাণ। দুগুণ উছাহেৰে শতুৰুৰ পাছ ললো। কুহিয়াৰৰ পাতে গা কাটি ছিটাছিট কৰিছে—ভৰিতো হুলে বিন্ধিছে। ইফালে কুহিযাবো লৰিবলৈ এৰিলে, ঢকাচমকা পোহৰত একো দেখাও নেপাওঁ, সিটোৱে কৰবাত চোপ্ লৈ আছে যদিও নেজানো। জখম হৈছে যেতিয়া বেছি দূৰ যাব নোৱাৰিব চাগৈ, তথাপি ওচৰতে কৰবাত থিলৈ টোঁৱাই ৰৈও থাকিব পাৰে।

পিছে অসহাযৰ চোমদেও সহায—এনে সময়তে চৌদিশ পোহৰাই ৰজাবাহৰৰ বৰতাৰ ছাল জ্বলি উঠিল। চ'তি মাৰলীৰ গোট বাঁহ গোটে ফুটিছে, দম্‌দম্ কৰে জুই জ্বলিছে—আকাশ ছোৱে এতিয়া। তাৰে পোহৰত দেখিলো কুহিয়াৰ আকৌ লৰিছে—মাজতে ৰঙা কিবা এটা। বঙাল হয।

তাৰ পাছত এক নিমিষ মাত্র।  মোক সৰ্গদেৱে দিয়া সুনীয়া কৈঁকোৰা হেংদানখন তাৰ পিঠিতে বাঁটলৈকে শালিলো—বাওঁ হাতেৰে তাৰ মুখখন চেপা মাৰি ধৰিলো।  হোলোক্ কৰে বঁতিওৱা এহোলোকা তেজ মোৰ হাতত পৰিল, ওচৰতে কৰবাত ঘোঁৰা এটাই চি—হিঁ—হিঁ—হিঁ কৰি অট্টৰাও কাটিলে।

হয়ো হয়! দাঁড়িযে-গোঁফে ভোবোকাৰ সাক্ষাৎ যমদূতহেন বঙাল এটা—সেই যে পিঠি শালোতেই মুখ থেৰেচা খাই পৰিল, আৰু নুঠিল।  এই পাটক লৈ এতিয়া কি কৰা যায় সিহে মহা চিন্তাৰ বিষয় হল।  ইমান ওচৰতে বঙালে পিয়াঁপি দি ফুৰিছে বুলি গম পালে সৰ্গদেৱে ডৰাব, বিষযা বৰুৱা সবাৰে ওপৰত বিশ্বাসো হেৰাব—সিহে মহা অথান্তৰৰ কথা।  অৱস্থা দেখি সৰ্গদেৱৰ বুকু বিষাব পাৰে, মুদগৰৰ দোষ আছেই, ভয়তে কলিজা বন্ধ হৈ যাবও পাৰে, আনো অনেক অঘটন ঘটিব পাৰে, গতিক বুজি এই কথা ইমানতে কেঁৰে নজনাকৈ সোপাদি থোৱাই ভাল।

মৰা বঙালৰ জেপ লুককি টিঙিৰি কিছো পালো, বাকী কাপোৰ-কানি পাগ সকলো গোটাই এটা টোপোলা কৰি বান্ধি তাতে লুকাই থলো।  বঙালৰ হিলৈটো আৰু খাৰৰ মোনাটোও তাতে থৈ লঠা মূৰা শ-টো কুঁহিয়াৰণিৰ মাজেদি চোচোৰাই নি কিছু দূৰত পেলালোগৈ। নহলে গোন্ধাব, শগুণ-চগুণো পৰিব পাৰে।  এই সোপা নিযম মতে কৰি অঁটাই কুঁহিয়াৰণিৰ সিটো মূৰে ওলালোগৈ আৰু বঙালৰ ঘোঁৰাৰ কিবা চিন্‌চাব পাওঁনেকি চালো।  এঠাইত ঘোঁৰা বন্ধা চিন পালো—লাদো দেখিলো, পিছে ঘোঁৰাহে নাই।  মনতে নিসন্দেহ হলো যে বঙাল কেইবাটাও আছিল, খাৰৰ শবদ শুনি আৰু জুই দেখি, মৰাটোক তাতে এৰি থৈ বাকী কেইটা পলাল।

ঘূৰি গৈ দেখো বাহৰ জলি শেষ হল। বাজতে মুকলিত লোকজন সকলো ঠিয়, মাজতে সৰ্গদেৱে মূৰে কপালে হাত দি বহি আছে।  কাষত বৰবৰুৱা, কাৰো মুখত বোল নাই।  বাহিৰে বাহিৰে ঢুলীযা বৰুৱাৰ বাহালৈ গৈ সাজপাৰ সলাইহে সৰ্গদেৱক মাত দিলোহি, নহলে কাপোৰ-কানি তেনেই বঙালৰ তেজেৰে লুতুৰি পুতুৰি হৈ আছিল।

মোক দেখা পাই সৰ্গদেৱ তেনেই কন্দনামুৰা হল—বোলে, 'বঙালে মোৰ

কি দশা কৰিলে চকু পাৰি চা।' মোৰ বুকুখন ধুপুচকৈ উঠিল যোপাইহঁত—বঙালে জুই দিয়া বুলি সৰ্গদেৱে বুজিলে কোন সূত্রে? মুখত ফুটাই বোলো, 'সৰ্গদেউ, বঙাল নহয়, আনো মানুহহে হব। বঙাল এইখিনি পোৱাহি নাই—বন্দীয়ে তাৰেহে পম খেদিবলৈ গৈছিলো। কোনো বিভীষণে ঠেকত পৰা দেখি শত্ৰুক শালিছে। ধৰিবহে নোৱাৰিলো—আগে ভাগে পলাল।' সৰ্গদেৱ তত্রাচ বিমৰিষ হৈ থাকিল।

বাকীছোৱা ৰাতি তেনেকৈয়ে গল। সৰ্গদেৱে বৰবৰুৱাৰ বাহাতে ৰাতি কটালে। মই ফুলীয়া বৰুৱাৰ বাহাতে ঠাই অকণ কৰি কাতি হলো—ঘুমটি হলে নাহিল দেই। সৰ্গদেৱৰ বাহাত জুই দি ধূৰ্ত্ত বঙালে কি অভিসন্ধি পূৰাব খুজিছে তাকেহে বুজিব নোৱাৰি চিন্তা-ভাৱনা কৰি থাকিলো।

পাছদিনা পুৱা আকৌ মেল বহিল। সৰ্গদেৱে বোলে, 'এবে বুজিলো, শত্ৰুৰৰ জালে চৌদিশ ঘেৰি ধৰি আছে। যিমান শীঘ্রে পৰা যায় তিপামলৈহে যাব লাগে। এই পোৱা নগৰত আৰু থাকিবলৈ ভাল নহয়।' চেংধৰাই বোলে, 'তেনেহলে সকলো যা-যোগাৰহে কৰিব লাগে। কালিলৈ পুৱাই ৰাওনা হব লাগিব।' মই বোলো, "আই-কুঁৱৰীহঁতকে, পেৰা যোগান ভাৰীহতকে আগে-ভাগে পঠিযাই দিলেহে ভাল। সিহঁতৰো আগে-পিছে লোকজন থাকক—নহলে বাটত নগাই ডকা দিব পাৰে। বাট-পথো ওলাৰ, বঙালৰো গম-গতি বুজা যাব।' সেইমতেই দুপৰ বেলা সকলো গলগৈ।

সেইবেলা আবেলি গোপনে কুঁহিয়াৰণিৰ পৰা বঙালৰ সাজটো আনি কিঞ্চিৎ নিকা কৰি সি পুটকি ললো। কথাতে কয় নহয় বোলে, 'যাকে ৰাখা সেযে ৰাখে।' পিছে পোছাকটো সি থাকোতে মনত এটা বুদ্ধি খেলিলে। বেলিও লহিয়াইছে, ফুলীযাক বোলো, 'বৰুৱা তই একো নকৰি, মই এইবেলা থন্তেক ওলাম। ঘূৰি আহোতে বেলি হব। সৰ্গদেৱে সুধিলে বঙাল চাবলৈ গ'ল বুলি কবি। আনক একো নকবি।' সাহেপিতে কম হলেও ফুলীয়া বৰুৱাৰ এটা ডাঙৰ গুণ আছে—মুখত নিবোকা চামান। কি কথা, কি বতৰা সি এবাৰলৈকো নুসুধিলে, মূৰ দুপিয়াই শলাগিলেহে। অৰণ্যে অতগাল লোকৰ যা-যোগাৰত চকু দিওঁতে উৰহী গছৰ ওৰ লৈ ফুৰিবলৈ তাৰ পিছে আহৰিও নাছিল দেই।

যোঁৱাত জীন্ দি থিলৈ হেংদান উলিয়ালো আৰু বঙালৰ পোছাকটো টোপোলা কৰি বান্ধি লৈ হাবিতলীয়া বাটেদি তাওকাকৰ পোনে উজালো। বাটে-পথে একো বিঘিনি নহল, বঙালবো গুং-সূত্ৰ নাপালো। সন্ধিয়া ভাগিলত লাকামৰ চাওৰ কাষ পালোগৈ আৰু ঠাইতে নিজৰ সাজটো সলাই বঙালৰ সাজটো পিন্ধি ললো।

লাকাম নগাৰ চাং মানে একেঠাইতে থুপ খোৱা ঢেৰ ঘৰ—সিহঁত সদায় মাউথে থাকে। কেউফালে শত্ৰুৰে ভৰা, বনতো শত্ৰু, অসমৰ ৰজাও শত্ৰু আকৌ সিহঁতৰ নিজৰ ভিতৰতো ইঠালে সিঠালে শত্ৰু—গতিকে সবারে মিলি একে মুঠে থকিলেহে সুবিধা। গাঁৱৰ দাঁতি কাষৰৰ হাবিতলীয়া মাটি কাটি আলু-কচু বোৱে—একঠাইতে কেইবছৰমান থকাৰ পিছত আন ঠাইলৈ যায়। বাঁহৰ চাংঘৰ, দালৌ বাঁহৰ ছাল টকৌপাত বৰতাৰে ছোৱা, ৰখাৰ ঘৰত তৰাৰ গাঁঠি। ফু মাৰি ভাত খাব পৰা নিমজ বহল চোতাল—তাৰ চাৰিওফালে নানা তৰহৰ ঘৰ—থুপ খাই ইটোৰ গাতে সিটো লাগি থাকে। গাঁৱৰ মূৰত ওখকৈ বাঁহৰ আঁটাল, দেওথান, তাতে দেও পূজা কৰে, গৰু পহু বলি দিয়ে। উছৰ সমাৰোহ নেথাকিলে ৰাতি বিয়লি গাঁৱৰ মানুহ দেওথানৰ ফালে নেযায়। নিৰাপদ থানি—গতিকে হাবিৰ মাজে মাজে মই তালৈকে পোনালো।

মনত সৰু উদ্দেশ্য থাকিলে বোপাইহঁত, নেদেখাজনাই সহায় কৰে, তেতিয়া কোনো কামতে লগ ভাগ নেলাগে—এটাই এশটা। অকলশৰীয়া লোক হলে দলদোপ হেন্দোলদোপ্ নাই, বৌজাল বৌজাল নাই, নিগমে যাবা, নিগমে আহিবা। বিধিয়ে বিধি পথাৰ্লি নিদিলে ভাল লোক এটাৰেই কাম সিজে—যি কাম হেজাৰেও নোৱাৰে। কেলেই তাহানি হনুমান বান্দৰে লঙ্কাখন অকলৈ ছাৰখাৰ কৰা নাই। মই কালনেমীওতো কমটো নহয়।

আঁটালৰ আঁৰতে বহি শুকান বৰতাৰ জুমুঠি এগাল সাজি ৰাতি এপৰ নিযালো। চুপৰত নিজম পৰিল, উমান লৈ বুজিলো সমস্তে লাকাম শুলে। মোনাৰ পৰা টিঙিৰি ছুডোখৰ উলিয়াই তাৰে বৰতাৰ জুমুঠি এটা জ্বলাই ললো। তাৰ পিছত সেইটোৰে একোবাৰত দুটা-তিনিটাকৈ জুমুঠিত জুই-

লগাই চাওৰ ঘৰবোৰৰ ফালে দলিয়াই দি একেজাঁপে ঘোঁৰাত উঠিলোগৈ। চ'তৰ বাৰখৰে শুকাইথোৱা বৰতা টকৌপাতৰ ঘৰ, এবাৰ চুবলৈ পালে অগ্নিদেৱতাই লফা লোৱাদি লব, আমাৰ আৰু ইয়াত পৰ দিয়াৰ সকাম নাই। 'জয় সৰ্গদেউ' বুলি বতাহতে খাৰ এজাঁই উৰাই ফিৰিঙতি জগাদি ভাগিলো।

পিছ কোঁদো বাহতহে জানিবা জুই দিলো, বাছাহত, খনিকতে গোটেই-খন পয়মাল লাগিল, নিমিষতে সমস্তে লাকাম জাঙুল খাই উঠিল। ওভাটা বাটে কিছুদূৰ গৈ উমান পালো তাৰে এগালে মোৰ পাছ লৈছে। ঘোঁৰাৰ বাট পাহাৰত এৰ্কাবেকা, বহুত ঘূৰি পকি একে ঠাইতে ওলায়, আনহাতে লাকাম ডালে পাতেও বগায়, পোন বাটো চিনে। প্ৰথমতে ঘোঁৰাৰ পিঠিৰ পৰাই পাগুৰিটো সোলোকাই এঠাইত পেলালো, কিছুবাট গৈ ৰঙা চোলাটোও গাৰ পৰা খহাই দলিমাৰি দিলো-তাৰ পিছত আৰু একেকোবতে আহি আমাৰ সীমা পাৰ হৈহে উশাহ সলাইছোহি বোপাইহত। তাতে দিহিঙৰ ওখকৈ পাৰত উঠি চাওঁ—দূৰৰ ক'লা পাহাৰৰ ওপৰত ৰঙা জুই। অগ্নিদেৱতাই নিজৰ কামফেৰা কৰিলে—এতিয়া উদ্দেশ্য সিদ্ধিলেই হয়। এই ছোৱাত কাষৰে পাঁজৰে যদি কেনেবাকৈ বঙালৰ শিপা—শিপলীও আছে—আৰু ৰক্ষা নাই। লাকামে বিচাৰি বিচাৰি আলুৰে কলা পুলিয়ে তুলিব এইবাৰ। নগাৰ খং বৰ একাচেকা, কাল সাপৰ কঁকালত কোব পৰিছে, এইবাৰ শেনৰ এজাত।

ৰাতি দোভাগত ৰাহৰ পালতহি ঢুলীয়াই বোলে খেনেক আগতে মোক সৰ্গদেৱে বুলিছে। বৰবৰুৱাৰ বাহৰত গৈ দেখো সকলো তাতে আছে। মোক দেখি সৰ্গদেৱে বোলে 'চৰীয়াই লাকামৰ চাওত জুই দেখি বাতৰা দিছেহি। জুই কোনে দিলে ঠিক নাই—ভাগি উৰলি যোৱা আমাৰ লোকেও শত্ৰু আচৰি দিব পাৰে। পাছে হিতে বিপৰীত হল—এতিয়া লাকাম আৰো বিৰাগ হব, সেইবাটে তিপামলৈ যোৱাবো মুদা মৰিল। মোৰ কপালত কি লিখিছে কৰ নোৱাৰো, যলৈকে যাওঁ সাগৰ শুকায় মাণিক লুকায়।' মই বোলো, 'নাকুৰিদেৱে যি কৰে মঙ্গললৈকে কৰে সৰ্গদেউ, বৃথাতে চিন্তা নকৰিব।' সৰ্গদেৱে বোলে, 'তই সদায় তেনেকৈহে কৱ।' চেংধৰাই

বোলে, ‘চৈ দিয়া মাবনাও হুখন পানীতে আছে। সর্গদেৱে নাৱে উজালে কি ৰূপ হয়?’ মই বোলো ‘সজ। পিছে নাৱে গলে কেইবাদিনো লাগিব, তেজী ঘোঁৰাবে এবেলাবহে বাট। তাতে শুৰিয়ালে বঠাধবাই বজনজনা হৈ কথাটো ওলাই যাব।’ সর্গদেৱে বোলে ‘মোৰ এতিয়া এদিনেই এযুগ। যি কৰ সোনকালে কৰহঁক—এই পোৰা নগৰত আৰু এক দণ্ডও থাকিব নোৱাৰি। আৰু বা ভাগ্যত কি আছে। এয়া নিজৰ ৰাজ্যতে বঙালে পছু খেদা দি খেদি ফুৰিছে—এতিয়া নগায়ো পাছ লযহে। বুঢ়াগোহায়ো ৰজাশহুৰো আহি নেপালেহি।’ সর্গদেৱৰ মাত থোকাথুকি হৈ আহিছিল।

চেংধৰাই বোলে, ‘হওঁতে নৰৰাই ৰাইচাত থাকি অহা মানুহখিনি লৈ আজি পালেহি—এতিয়া আমাৰ লোকজনৰ জোৰ বাঢ়িল। পিছে কালিলৈ পুৱা চৰীয়াৰ পৰা বিজং-বতৰা নেপোৱালৈকে একো থিবাং কৰিব নোৱাৰি—তেতিযালৈকে ৰোৱাহে ভাল।’ সিমানতে মেলৰ ওৰ পেলাই আমি দিহাদিহি গলো।

পাছদিনা পুৱা শুনিলো বোলে বৰবৰুৱা আৰু ফুকন গোঁহাই দুয়ো সৰ্গদেৱৰ কুঠৰীতে মন্ত্ৰণাত ব্যস্ত। বেলা এপৰত বৰবৰুৱাই পাচিলে। টোলত সোমাওঁতেই দেখিলো ফুলীয়া বৰুৱা বেগা-বেগিকৈ ওলাই আহিছে। গোমোঠা মুখ, খঙত হেঙুল যেন ৰঙা, ভোঁ-ভোঁৱাই কাষেদিযেই পাৰ হৈ গল, মোৰ ফালে কেৰাহিকৈও নাচালে। সুধিলো বোলো, ‘আও, কিনো হল?’ উত্তৰত ভোৰভোৰাই অবাইচ গালি এসোপা পাৰি কাঁড়পাত ঘোৱাদি গলগৈ।

টোলৰ ভিতৰত এটি কুঠৰীত বৰবৰুৱা বহিছিল, কাষতে ফুকন গোঁহাই। মোক দেখি ডালিমগুটীয়া হাঁহি এটি মাৰি বৰবৰুৱাই বোলে, তোলৈকেহে বাট চাই আছো—আহ্।’ এই বুলি ফুকন-গোহাই লৈ চালে। গোঁহাযে বোলে, ‘অতি গোপন কথা আছে—চোমদেৱৰ নামত কাকো নকৱ বুলি শপত খা।’ মই ভাবিলো কিবা পেংলাইহে কৰিছে হব পায, মুখেৰে বোলো, আও।

কেনেনো কথা ? আৰু সৰ্গদেৱৰকো কব নেপায়নে ?' বৰবৰুৱা বহুতো উচপ্ খাই উঠিল , বোলে, 'হয়, সৰ্গদেৱকো কব নেপায়। এতিয়া আমি তিনিটাই ইযাত যি কথা পাতিম তাক আমাৰ বাহিৰে আইন কোনেও জানিব নেলাগে।' মই দেখিলো কথা বিসঙ্গতি, ইহতে বং কৰি এইবোৰ কথা কোৱা নাই— তুয়োটাৰে মুখ গম্ভীৰ। বোলো, 'থেমা কৰিব, মই এনেবোৰ মন্ত্ৰণা শুনিব নোৱাৰো। মই জনা কথা সৰ্গদেৱেও জানিব লাগিব।'

সিহতে ইটোৱে সিটোৰ মুখলৈ চাই বল। ফুকন গোহায়ে বোলে, কালনেমী, ৰজা তোৰো নহয়, মোৰো নহয। ৰাজ্যৰহে। আৰু যিযে ৰাজ্যক পালে সিযে ৰজা। তই মই হলো সিংহাসনৰহে বন্দী। আৰু কালিলৈ জানিবা চলাজনা সৰ্গদেৱক ভাঙি আইন এজন ৰজা হল, তই নতুন সৰ্গদেৱৰহে সঁজাতী হবি , নৈযে সুঁতি সলালে এৰা সুঁতিযে নাও নচলে নহয। আচলতে আমি অসম ৰাজ্যৰ বিষয়াহে, ৰজাৰ নিকিনা গোলাম নহয। আৰু তই কালি আজিৰ বা-বতৰাবোৰ পোৱা নাই হবলা তেহে তেনেকৈ কৈছ। আমি যি চিন্তা কৰিছো সি ৰাজ্যৰ ভালৰ কাৰণেহে।'

কথাবোৰ চোন কিবা উহুৰা উহুৰা শুনো। ৰজা আৰু ৰাজ্যক বেলেগাই চাবলৈ মই নদাই সঁজাতীযে শিকা নাই—পাছে ইহতৰ মতিগতি ভাল নহয। মুখত ফুটাই বোলো, 'কি কথা কি বতৰা কওঁক।' বৰবৰুৱাই বোলে, 'আগে শপত খা।' মই বোলো, সেইঅনা বাদদি যদি কব খোজে, কওঁক , নহলে নুশুনো। সৰ্গদেৱক আঁৰ কৰি সঁজাতীযে শপত নাখায।' তাতে ফুকন গোহায়ে বোলে, 'উস্—ই বৰ একাচেকা মানুহ—নাও বুৰিলেও টিঙৰ পৰা নেনামে।' তাৰ পিছত খন্তেক দৰক্ লৈ থাকি বোলে, 'বাৰু তোক ঘাই কথা কেইটা কওঁ—শুনি-বুজি তই নিজে বিচাৰ কৰিবি, পৰত কব পাযনে নেপায়।'

তিনিউ খানিকক্ষণ মৌন হৈ থাকিলো তাৰ পিছত বৰবৰুৱাই কলে, "চৰীযাই বাৰ্ত্তা দিছেহি যে গড়গাওঁ দখল কৰি বঙালৰ সোপাই ফৌজ সৰ্গদেৱক ধৰিবলৈ বুলি এইফালে আহি আছে। আমাৰ লোকজন তাকৰ, তাৰো আহিলা-পাতি নাই , সোপাই সৰ্ব্বাং ভৰ্ব্বাং, পাহাৰে পৰ্ব্বতে সিচঁৰিত, চপাই গোটাই যে আনিব তালৈকো কেও নাই। ইফালে বাঁহগড়ীয়া বুঢ়াগোঁহায়ে গড়গঞা ৰজাশহুৰে বণুৱা পাইক যি বাকী আছিল তাকো লৈ বঙালত মিলিল ,

আহিলাপাতি, খাব-বান্দব ভড়ালো বঙালক চম্‌জাই দি নবাবকে ববৰজা বুলি সেৱা কৰি আছে।'

আৰু শুনিব নোৱাৰিলো যোপাইহঁত, মোৰ মূধাস্ফুট হোৱাৰ উপক্রম হ'ল। মূৰৰ ওপৰৰ চন্দ্ৰতাপ চকৰি ঘূৰাদি ঘূৰিবলৈ ধৰিলে, চকুৰ আগত কোটি কোটি তৰা ফুটিল। উস্—কি হাৰামখোৰ। কি কালসাপ। মোৰ ৰাজ্যখঁ, মোৰ সৰ্গদেৱৰ কি দুৰ্দ্দিন, কি দুৰ্ভাগ্য। মই নদাই সঁজাতী এইবোৰ দেখিবলৈ কিয় জীয়াই আছো—। মই গোট মানুহটো ঠাইতে ঢলি পৰিলো, অইন লোকে এনেবোৰ কথা শুনাহলে তৎকালে গিয়ান হেৰুৱালে হয় দেই—পিছে নদাই খামীডাঠ মানুহ। দাঁতে দাঁতে কৰচনি উঠিল, হাতখন বাৰে বাৰে টঙালিৰ হেংদানৰ ফালে গল, গা কঁপিল, মূৰটো আচন্দ্ৰাই কৰিলে—কাষৰে কিবা এটাত ভেজালৈ ৰলো। ববৰুৱাই কাষলৈ আহি কাণেমূৰে পানী ছটিওৱাতহে কিছু সুস্থিৰ হলো।

সিমানতো ববৰুৱাই বোলে, 'তই বৰ অলপ ধতুৱা পুৰুষ হয—এতেমান কথাতে মূচৰ্কচ্ যাযনে? ধৈৰ্য্য ধৰ।' মই কিছো সংযত হৈ বোলো, 'কওঁক, কৈ যাওঁক। ববিহ গিলিবলৈ মাতি আনিছ যেতিয়া ভালকৈযে গিলো।'

ববৰুৱাই কৈ গল, বোলে, 'ঘাই কথা হল, বঙালো, আমাৰ মানুহো সকলো মিলি এই ফালে আহিছে—সৰ্গদেৱক ধৰিবলৈ বুলি। এতিয়া এনে খেনত আমাৰ কৰ্ত্তব্য কি? মই সেপঢুকি বোলো, 'য'ত যি ৰণুৱা পাইক আছে সবাকে চপাই কোচাই বঙালক ভেটি ধৰিব লাগে।' সিহত দুযোটাই কেৰেচীয়াকৈ চাই কাঠ হাঁহি মাৰিলে, বোলে, 'হেৰ। বঙাল বাৰিষাৰ ভৰা বান। সিহতক ভেটিবলৈ আমাৰ গাত জোৰ আছে জানো? আৰু গোটেই ৰাজ্যই যাক ৰজা বুলি সেৱা কৰিছে তাৰে যুজিবি কেনেকৈ?' মই বোলো, 'যুঁজ কৰি বঙালক ৰুখিব নোৱাৰিলে দেশত কিবা বৰ বিহুৰ আকাল লাগিছেনে? নে চিপ্‌জৰী পাবলৈ নাই?'

ফুকন গোহাযে বোলে, 'তই কথাবোৰ বৰ আওপকীয়াকৈ ভাব। বঙাল দুদিনলৈ আহিছে—ইয়াত কিবা সদায থাকিবনে? এদিন নিজে নিজেই যাবগৈ। তেতিয়া ইয়াত এজনাক কৰতলীয়া ৰজা পাতি থৈ যাব—সিজনেও চোমদেও হেংদান লৈ পয়োভৰে পাটত বহিব। বৰ্ত্তমান সৰ্গদেৱক গা-এৰা

যদি বঙালৰ লগ লোৱাবোৰেই খাট-পাম, বিষয়-আশয় পাই ডা-ডাঙৰীয়া হ'ব, বাকী আমি সৰ্গদেৱৰ হাতলৈ মুখলৈ চাই থকাবোৰহে ছুৱোকুল গল। বঙালে বঁটা পিন্ধোৱা দূৰৰ কথা, পালে দণ্ডহে বিহিব। তাকে চাই—'

'তাকে চাই—কি?' মোৰ বুকুখন চেবেংকৈ গল। মুখত খং ফুটাই বোলো 'আপোনাসবৰ কথা-বতৰা মই একো বুজ পোৱা নাই।' তাতে বৰবৰুৱা পাষণ্ডই বোলে, 'কালনেমী, তোৰনো কেতিয়াবা বিষয়া ডাঙৰীয়া হ'বৰ মন নেযায়নে? বোলো, 'যায়। সৰ্গদেৱে পাতিলে এদিন হ'ম।' বৰবৰুৱাই বোলে, 'তেনে আমাৰ কথা শুন, আমি এইটোকে পাতিছো যে সৰ্গদেৱক বিচাৰি বঙাল এইখিনি পোৱা মাত্ৰকতে বঙালত বৰিম। বঙালক 'ৰুখিবৰ চেষ্টা কৰিলে নতুবা বঙালৰে বিৰোধ কৰিলে বঙালৰ অসন্তোষহে হ'ব লাগিব। গতিকে এতিয়াই বঙাললৈ বতৰা দিয়া হওঁক যে বঙালে যদি ডাঙৰীয়া পাতি আমাকো বিষয়-আশয় বহলাই দিয়ে তেনেহলে আমি সৰ্গদেৱক ধৰাই দিবলৈ ৰাজী আছো।'

মোৰ মূৰত আকাশ ফুটি চৰগ পৰিল, চকুৰ আগতে পিথপীখন দপ্ দপ্ কৈ এচোৱা তললৈ বহি গল। খঙে-ৰাগে গাৰ নোম ঠৰঙা হৈ ডাল ডাল হল, সৰ্ব্বশৰীৰ কঁপিবলৈ ধৰিলে। 'কি—' 'কি—।' বুলি পতাল ফুটা গৰ্জ্জনি এটা মাৰি তিলকতে হেংদানখন উলিয়াই বৰবৰুৱালৈ চোঁচা ললো—নাৰকী পাষণ্ড। আজি হয় তহঁতৰ এদিন নহয় মোৰে এদিন, জীয়ন্ত নদাইক এনে কথা শুনাব। মোৰ মূৰ্ত্তি দেখি সিহঁত দুটাই একেজঁাপে উঠি পিছৰ দুৱাৰেৰে ভিতৰ সোমাল। একোব মাৰিছিলো—দুৱাৰত লাগি সেইখন দুছিটা হল। আমুহটো পোৱাহলে ঠিয়ৈ ঠিয়ৈ দুফাল হলহেতেন। হেংদানবোৰ ছুটি—সেইটোৱেই অসুবিধা।

'বঙালৰ বিষয় খাবি ৰ হঁক' বুলি মযো জঁাপমাৰি ইটো কোঠালীৰ ভিতৰ সোমাই ইহঁত দুটা কেনি ক'ত আছে চাওঁতেই দেখোঁ মোৰ সমুখত—অ' মোৰ গোঁসাই। এয়াচোন সোঁ-শৰীলেৰে স্বয়ং সৰ্গদেউ। ইহঁত দুটাই সৰ্গদেৱৰ পিছফালে ঠিয় হৈ বেঙে-মূতা গৰুৰ দৰে থকৃথকৈ কঁপিছে। সৰ্গদেৱে জানিবা হাত দাঙি মোক থেমালে—মুখত মিচিকীয়া হাঁহি। মোৰ মূৰৰ ভিতৰত তেতিয়া বোপাইহঁত, সাতো সৰগ ভোঁ-ভোঁকৈ ঘূৰিছিল—এইবোৰ

কি কথা! কি কাণ্ড!

সৰ্গদেৱে হাঁহি এটি মাৰি বোলে, ‘কালনেমী; মোৰ আজ্ঞামতে ইহঁতে তোক পৰীখাহে কৰিছিল।’ মনতে বোলে, পৰীখা, হয়নে? ভাল পৰীখা লোৱা! ছুটা ওলাইছিলি, ভাগ্যে সময় মূৰকত জঁাপ মাৰি সাৰিলি, নহলে পৰীখা লোৱা শেষ নহল হয়। এৰা দেও, মই হলো বণুৱা মানুহ—এনেখন আওপকীয়া কথা-বতৰাৰ মোৰনো কেনেকৈ ধৰো?

তাৰ পিছত ইহঁতৰ ফালে চাই সৰ্গদেৱে বোলে, ‘ইয়েই হব নহয়?’ দুয়োটাই একে আষাৰেই বোলে, ‘হব সৰ্গদেউ—উত্তম হব।’ মাততে বুজিলো সিহঁতৰ কঁপনি তেতিয়াও মাৰযোৱা নাছিল।

সৰ্গদেৱৰ কুঠৰীতে আমি তিনিটা মাটিতে বহিলো—সৰ্গদেৱ পালঙ্কত বহিল। তাৰ পিছত বোলে, ‘কালনেমী, মোৰ গাৰনোমেই শত্ৰু হল, আমাৰ মানুহে দেখুৱাই নিদিলে বঙাল ইযাত ওলাবহি পাৰে কেনেকৈ? কালি শেষৰাতি এহেজাৰ লোক আগভাগে পঠালো, বাদবাকী ইযাত আৰু এহেজাৰ আছে। পাছে ইয়াৰ মাজতে মোৰ গালৈ কোন ভাল কোন বেয়া কি কৈ বুজিম? যাতে শুৰিয়াল বুলি ভাৰসা কৰিছো সিয়ে নাও বুৰাইছে। ইমানগাল লোকজনৰ মাজত এটা কণীবিহৰ গুটি থাকিলেও ব্যঞ্জন সোপাই পণ্ড হ’ব—আথানিত এলাপাকত ক’তবা কিবাটো হয়! আৰু আহিলা-পাতি বিশেষ লগত নাই—, অভবোৰ লোক মিলি ঘমঘণ্টাকৈ যাবা, বঙাল দেখি লোকজনে ফৰিং ছিটিকা দিলে মই বজাটো শুদা হৈ ওলাই পৰিম—বঙালে ধৰি নিব।’ হুমুনিয়াহ এটা কাঢ়ি সৰ্গদেৱ মৌন হৈ বল। তাৰ পিছত বোলে, ‘আমি গোপনে আলোচনা কৰি ঠিৰাং কৰিছো যে মই তিপামলৈ অকলেহে যাওঁ—লোকজন বহুত হলে বৌজাল-বৌজাল হৈ জগত জাননী হয়। দোল-ভাৰীও নেলাগে, ঘোঁৰাত যাওঁ। এতিয়া নগাৰ চাওতো জুই দিছে, সেইবোৰো মোৰ শত্ৰু হল। আজি ৰাতিয়েই যাওঁ বুলি ভাবিছো—পিছে কথাটো আমাৰ চাৰিটাৰ বাহিৰে যেন আনে নাজানে। পৰ্ব্বতত বঙালৰ বল নেখাটে—তাতে মোক কৈৰে ধৰিবও নোৱাৰে। চৰীয়া ঘোৰাদি নিফুটে যাম—তালৈকে লগত উৱাহে-পিযাহে সহায স্বৰূপে বিশ্বাসী বণুৱা এটি লাগে।’ সৰ্গদেৱ বিমৰিষ হৈছিল, পিছে আকৌ হাঁহিলে ‘পৰশু

কৰি চাই তোকে বাচিছো। মোক তিপামত পৌছাই দে।'

মই বোলো, 'বঙাল বজা হোৱাটো জেনেহলে মোক পৰখ কৰিবলৈহে কোৱা হল?' বৰবৰুৱাই টপৰাই বোলে, 'হয়, এটাইবোৰ মিছা কথা।' বোলো, 'বজাশহুৰ আৰু বুঢ়াগোহাই একা? সৰ্গদেৱে বোলে, 'তেনে কথাওনো বিশ্বাস কৰনে? সেইবোৰেই তেনে কৰিলে মইনো বাৰু কিহৰ আশাত জীউটো আঁচলত বান্ধি লৈ পলাই ফুৰিছো?' মনতে বোলো, 'হৰি হৰি, ইহঁতে কেতিয়াবা জীয়া মানুহকে লাঙে লাঙে পুতিব।' মুখত কাঠহাঁহি এটা ফুটাই বোলো, 'সৰ্গদেউ, বন্দী সাজু আছো, আজ্ঞা কৰিলেই হল।' সৰ্গদেৱে বোলে, 'আবেলি ভাগলৈ চৰীয়া আহিব, তাৰ পিছত বতৰা দিম। পিছে আজি ৰাতিৰ ভিতৰতে যাবৰ কাৰণে সাজু হৈ থাকিব লাগে।'

সেইদিনাই বিয়লি চৰীয়াই বতৰা দিলেহি বোলে বঙাল শলগুৰিৰ আশে-পাশেই আছে। সৰ্গদেৱে ৰাতিয়েই তিপামলৈ যোৱাটো পাঙিলে আৰু মোক টোললৈকে মতাই নি বৰবৰুৱাই সিকথা কলে। সেইমতে এমুঠি খাই-বই ৰাতি এপৰত ওলালো। ঘোঁৰাশালত তিনিটা বেগী ঘোঁৰা আছিল, তাৰে এটা বাচি ললো। সৰ্গদেৱে নিজৰ ক'লা ঘোঁৰাটো ললে।

দিহিঙৰ পাৰে পাৰে বাট বুলিছে, চৌদিশে নিজান অগাইধনি হাবি, জোনাক ৰাতি অঁকোৱা-পকোৱা থলাবমা সেইছোৱা বাটত আমি অকলে—মই আৰু মোৰ সৰ্গদেউ। কাৰো মুখত মাত নাই, ঘোঁৰা চলিছে থৰকদমত—মনত শঙ্কা, কিজানি কিটো হয়। ওপৰৰ মুকলি আকাশত হাতীপটি—মাজতে জিলিকি আছে কালপুৰুষ—হাতত ধেনুকাঁড় লৈ মূৰৰ ওপৰত সাজু—যেন আমাক ৰক্ষা কৰিবলৈহে ধেনু টোঁৱাই আছে। মনতে বোলো, 'হে দেও, এই যাত্ৰা যেন মোৰ সৰ্গদেৱক ভালে কালে সৰুৱাই নিয়া, পথৰ সাৰথি হৈ খোজে খোজে বিপদৰ পৰা ত্ৰাণ কৰা। এই নিচলা সঁজাতীৰ ওপৰত আজি বৰ গধুৰ দায়।'

নগামাটি তাওকাক পোৱাৰ আগে আগে দিহিঙত এটা কেঁকুৰি পায়, কিলাকুটীয়া কেঁকুৰি—ভাঁজটোতে অটব্য হাবি। দিনতে গাটো কেনেবা কেনেবা লাগে—সেইছোৱা বাট যাওঁতে। ইভিতি সিভিতি চাই আগুৱাইছো, সেইখিনি পাই দেখোন আমাৰ থৰকদমত যোৱা ঘোঁৰাৰ বেগ কমি গল।

আমাৰ ঘোঁৰা দুটাই চকিতে ইফালে সিফালে চাবলৈ ধৰিলে আৰু কইমা-খুলীয়া খোজত চলিল। আহোম চোৱাবীয়ে শিকোৱা বণুৱা ঘোঁৰা দুয়োটা, কিম্বা বিশেষ কাৰণ বিনে সিহঁতে তেনে কৰাৰ কথা নহয়। গতিকে ঘোঁৰা যেনেকৈ থেমেক্ দৰক্ লৈ চাবলগীয়া হল—আগতনো কি আছে। মই অৱশ্যে নিজৰ কাৰণে তঁহঁতোৰা পুৰুষ নহয়, কিন্তু মোৰ লগত যে দেশৰ ৰাজ্যৰ আশা-ভাৰসাৰ থল স্বয়ং সৰ্গদেউ। হাতৰ ঠাঁৰোৰ সৰ্গদেউক থেমাই মই ঘোঁৰাটো লৈ নিঃশব্দে কেইখোজমান আগুৱাই গৈ কেঁকুৰিটো পাৰ হলো আৰু ভাৰপৰাই নিৰিকি নিৰিকি বঙালৰ যি কাণ্ড দেখিলো মইহেন খামীডাঠ মঁজাতীৰো বিমূৰ্চ্ছিত হোৱাৰ উপক্ৰম হল।

বঙালৰ থানাদাৰে জঙ্গল কাটি চাফা কৰি তামীঘৰা পাতি ফৌজ লৈ বহিছে—বাঁহৰ জোৰ জ্বলাই কেউপিনে পোহৰ কৰি থৈছে। মানুহ-তনু কিমান কি আছে মনিব নোৱাৰি কাষৰে গছ একোপাত উঠিলো। তাৰপৰা দেখিলো—তামীঘৰা দুটা . বণুৱা চিপাহীবোৰ ভাগে ভাগে লাংথাই পৰি আছে—অন্ততঃ এটা থানা হব। ঠেক বাটটোৰ কাষতে পোক্ষৰ-কুৰিজন চিপাহীয়ে ঠিয় হৈ পহৰা দিছে। মনতে বহুত চিন্তাৰ ভুমুক খেলি গল বোপাইহত—বোলো বঙালে কিবাপ্ৰকাৰে ফুট পালেনেকি যে সৰ্গদেৱে ৰাতিয়েই উলাবলৈ পাতিছে ? নে 'যেতিযাই আহে ধৰিম' বুলি খোকাপাতি খাপ লৈ আছে ? এতিয়া ঘাই কথাটো হল, চন্তৰীসোপা পাৰহৈ যাবলৈ টান—সোপাই বাটটোতে শাৰী পাতি আছে , লগত জামদাৰ হিলৈ, ছুকুৰি নল দূৰতো চিকাৰ ধৰিব পাৰে , বণুৱাও প্ৰায় চাৰি-পাঁচশ হব—সাৰ পালেই বাহভগা কোঁদোৰ দৰে জাঙুলখাই উঠিব—তেতিযা সাহে-বাঁহে গল।

কেঁকুৰিটো পাৰ হৈয়েই আগত এটা দোবাট, সোঁ-হাতৰটো গৈছে লাকামৰ চাঙৰ ভিতৰেদি নাকৰ পোনে নামৰূপলৈ , বাওঁহাতৰটো গৈছে দিহিঙৰ পাৰে পাৰে তিপামলৈ। মনতে বোলো, 'ঠিক বঙাল থানাদাৰৰ পো, জাজ্বা চাই-চিতিহে বহিছেহি , দোবাটৰ জোৰত হে বখিবহি লাগে—নহলে সৰ্গদেউ কোনবাটে যায় আগে নাজানিলে খেদি ধৰিব কেনেকৈ ?'খেনেক চিন্তা কৰি চালে কথাটো বুজি পাবা বোপাইহত—ই উলামূলা কথা নহয়, অৰ্থাৎ হলগৈ, সৰ্গদেউ কোনেবাটে আৰু ক'লৈ যাব বঙালে তাক থাটাংকৈ

নেজানে—নহলে আগন্ত দিহিঙপাৰৰ ঠেকত ধৰিলে হয়। দ্বিতীয়তে সৰ্গদেউ কেতিয়া আহিব সিহঁতে তাৰো খবৰ পোৱা নাই, অৰ্থাৎ সেইটি জনাহলে সিহঁত এতিয়া সষ্টম থাকিলে হয়—এইদৰে লাংখাই পৰি নেথাকে। তাৰমানে এইটি থানাই অনুমানতেহে খাপ্ দি আছেহি। চিন্তা কৰিব জানিলে, বাছাইঁত সকলো কথাকে অতি সহজে বুজিব পাৰি।

মনতে বুধি এটা পাঙি গছৰ পৰা নামিলো আৰু ঘোঁৰাটোৰ লেকামত ধৰি হাতত সাৰে ভৰিত সাৰে সৰ্গদেৱৰ কাষ পালোগৈ। সৰ্গদেৱ একে ঠাইতে ঠিয় হৈ আছিল—মূৰত মুকুট, পিঠিত সুনীয়া বাৰু, কঁকালত বাখৰপতোৱা দীঘল তৰোৱাল জোনাকত তিৰবিৰাই আছিল, মোক দেখি বোলে, 'কালনেমী, কি ঘটিল?' বোলো, 'সৰ্গেদেৱ, আগত বঙাল—এইবাৰ ৰক্ষা নাই।' সেই পাতল জোনাকতে মন কৰিলো, সৰ্গদেৱৰ মুখখন কেহেঁৰাজ বটাযেন হল, বোলে, 'বঙাল—নে লাকাম? ভালকৈ চালিনে?' মই বোলো, 'বঙাল'। সৰ্গদেৱে বোলে, তেনেহলে কি কৰো এতিয়া? ঘূৰি যাওঁ।' মই বোলো, 'শলগুৰিৰ পৰা আৰু এটা থানা এইপোনে আহি আছে, ঘূৰি গলে সিহঁতৰ হাতত পৰিম। ইযাতো এটামান থানা আছে—তিপামলৈ এতিয়াও পোৱাদণ্ডৰ বাট—খৰতকীযাকৈ পাৰ হৈ গলেও খেদি ধৰিব।'

এইবুলি কৈ মই মোৰ বগা পাগ চাপকান সোলোকালো আৰু হেংদান হাতহিলৈ সমেত সৰ্গদেৱৰ কাষত মাটিতে থলো। সৰ্গদেৱে কঁপা মাতেৰে বোলে, 'কালনেমী, এইবোৰ কি কৰিছ?' মই বোলো, 'সৰ্গদেউ, খেমা কৰিব। এতিয়া আৰু কোনো উপায় নাই। মনে জানি মই বঙালেৰে মিলো বুলি ভাবিছো। বহুকাল আপোনাৰ বহতীয়া হৈ থাকিলো—এতিয়া আপোনাক ধৰাই দিওঁ। বঙালে মোক অসমৰ সৰ্গদেউ পাতিব, চিৰকাল আৰু ভতুৱা কুকুৰৰ দৰে গেবাৰী খাটিমনে? আপোনাৰ পৰন্ত কাল আহিছে। গতিকে আপোনাৰ ৰাজপোছাক, সুনীয়া বাৰু, মুকুট, তৰোৱাল—সকলো খুলি মোৰ হাতত দিয়ক, ক'লা ঘোঁৰাটোও দিয়ক।'

সৰ্গদেৱৰ মুখ ক'লা পৰিল, বোলে, 'তই এনে সময়ত হে মস্কৰা কৰিছ।' মই বোলো, 'মস্কৰা নহয়, যি কৈছো—সত্য। হাততে ধৰা দিছেহি, এইহেন সোণালী সুযোগ এনেয়ে যাবলৈ দিলে মোক ভাগ্যৰ শাওপাতে চুব। খৰখেদা

কৰক সৰ্গদেউ, হাতত সময় নাই। লাকামো খণ্ডি আছে—এই যাত্ৰাত আপুনি কোনোপধ্যেই সাৰিব নোৱাৰে। মাজত মই উলুৰ লগত বগৰী পোৰা খাওঁ কিয় ? কিহৰ আশাত ?

সৰ্গদেউ শিলৰ মুৰতি যেন জঠৰ হল। চকুত পানী নোলাল বুকুত এহাতে চেপি ধৰি থোকাথুকি মাতেৰে কলে, 'সকলো গল, কালনেমী, ৰাজ্য গল, ৰাজত্ব গল, ডা-ডাঙৰীয়া গল—দুখ নাই। মাথো শেষপৰত তয়ো যে এনেকুৱা কৰিলি সেই শোকে মোক জীয়াই থকা বাকী কেইটা দিন খুলি খুলি খাব।' মই বোলো, 'মোৰ কি দেহাৰ দৰ নাই—আশা-ভাৰসা নাই ? সোনকাল কৰক সৰ্গদেউ—' সৰ্গদেৱৰ পৰিচ্ছদ খুলিবলৈ মই গাত হাত দিলো। সৰ্গদেৱ দুহাত আঁতৰি গল, 'মোৰ গাত হাত দিয—ইমান সাহস তোৰ ! তই নিকিনা বন্দীয়ে—' বুলি থাপৰ পৰা তৰোৱাল উলিয়ালে। মই থাপ মাৰি তৰোৱালত ধৰি বোলো, 'আপুনি যে নদাইক যুঁজত নোৱাৰে সি কথা নিজেই জানে, বঙালে পালে যি কৰে কৰিব কিন্তু নিজহাতে আপোনাৰ প্ৰাণ লবলৈ মোৰ সত্ নেযায়। তাকে চাই মুই কোৱামতে কৰক—। মোৰ হাতত চোমদেউ কালহীৰাও আছে—মই অসম ৰাজ্যৰ উঠি ৰজা হমেই হম।'

কঁপা হাতেৰে হাত জোৰ কৰি অসমৰ ৰজা শ্ৰীশ্ৰীজয়ধ্বজ সিংহ স্বৰ্গদেৱে আকাশৰ ফালে চাই প্ৰণাম কৰিলে আৰু নিমাতে নিজৰ সমস্ত আভৰণ এটা এটাকৈ খুলি মাটিত থলে, সেই মুহূৰ্ত্তত আকাশত কালপুৰুষজন জ্বলি উঠিছিল আৰু সেই মুহূৰ্ত্তত ভগনীয়া ৰজাৰ ৰাজপোছাক মুকুট পিন্ধি অসম ৰাজ্যৰ সিংহাসনৰ নিকিনা বন্দী এই নদাই সঁজাতী অসমৰ ৰজা হৈছিল। জয়ধ্বজ সিংহই সঁজাতীৰ বগা সাজ পিন্ধি সঁজাতী হৈছিল। এনেকৈয়ে এক মুহূৰ্ত্ততে মানুহৰ ভাগ্য পৰিবৰ্ত্তন হয—বোপাইহত—ৰজা ভিখাৰী হয, ভিখাৰী ৰজা হয়, দাসীৰ পুত্ৰ সিংহাসনত উঠে, ৰাজকোঁৱৰে দাস হৈ গলত শিকলি পিন্ধে। বুৰঞ্জীৰ একেখিলা পাততে দুযোটা কথা লিখিবলৈ সিইঁতে লাজ পায বোপাইহত, কিন্তু ইযেই নিষ্ঠুৰ সত্য, প্যাতখিলা লুটিওৱাৰ পাছত হলেও তাক লিখিবই লাগিব।

মোৰ ঘোঁৰাটোত সৰ্গদেৱক তুলি দি মই ক'লা ঘোঁৰাটোত উঠিলো, কলো, 'এতিয়া মই ৰজা, আপুনি সঁজাতী। আপুনি আগে আগে যাব

লাগে।' সৰ্গদেৱ খেৰো-গেৰো কৰি থাকিল, বোলে, 'সপোন নে দিঠক মই বুজিবই পৰা নাই'—চকুৱেদি ডুধাৰি লোতক বৈ আছিছিল। মুখত কাঠহাঁহি এটা ফুটাই বোলো, 'মই যে বঙালেৰে মিলিম সি ঠিবাং, কিন্তু অভদিনে আপোনাৰ বহুত ধাৰ খালো—গতিকে মই আপোনাক নিজহাতে ধৰাই নিদিওঁ বাক, বঙাল অসাবধানে আছোতেই আপুনি যদি বৰ খৰতকীয়াকৈ ঘোঁৰা চেকুৰাই সিহঁতৰ ছাউনী পাৰ হৈ সাৰি যাব পাৰে, যাওঁকগৈ। যদি ধৰা পৰে সি মোৰ দোষ নহয়, আপোনাৰ কপালৰ দোষ। পোনবাটটো তিপামলৈ যায়, পোৱা দণ্ডৰ বাট। বঙালেতো খেদিবই, ময়ো বঙালেৰে মিলি তালৈকে খেদা ধৰিম। এতিয়া লেকাম ঢিলাই দিয়ক, যিমান জোৰেৰে চেকুৰাব পাৰে নিজৰ নিমিত্তে ভাল,' এইবুলি হাতৰ চাবুকেৰে সৰ্গদেউ উঠা ঘোঁৰাটোৰ টিকাতে গাৰ জোৰেৰে সাৰৌপ্ কৰে একোব মাৰিলো। বিজুলী বেগে ঘোঁৰা চেকুৰিল, পাছে পাছে ময়ো ঘোঁৰা চেকুঁৰালো। বঙাল চন্তৰীয়ে সেই মাজনিশাখন কি ঘটিছে গম পোৱাৰ আগতে সৰ্গদেৱৰ ঘোঁৰা পোনবাটে তিপামৰ ফালে পাৰ হল। মই চন্তৰীৰ কাষ পায়েই মোৰ ঘোঁৰাটো লেকাম টানি থেমালো আৰু চন্তৰী ডুটালৈ টোঁৱাই হাতহিলৈৰ ডুজাঁই খাৰ উৰালো। এজাঁই লাগিল—ইজাঁই কেনি গল চাবলৈ সময় নহল। আৰু ডুজাঁই খাৰ খাঁজি লওঁমানে বঙালৰ কোঁদোবাহত জুই লাগিল বোপাইহত, গোটেইখন উথল-মাখল হল। তামীঘৰাত অট্টৰোল, ত-ৰ-ল বা-ম ল, বাৰটামান চিপাহী তীব্ৰবেগে ঘোঁৰা চেকুৰাই মোৰ প্ৰায় গা পালেহি। ৰজাৰ পোছাকৰ জলমলনিৰে গা দেখুৱাই দেখুৱাই ময়ো ঘোঁৰা চেকুঁৰালো। দোবাটৰ পৰা তিপামৰ বাটত দেখিলো বগা ঘোঁৰা বগা পোছাকেৰে সৰ্গদেউ বহুতদূৰ পালেগৈ—নেজানিলে মনিবই নোৱাৰি। মই নিচিন্ত মনে লাকামৰ বাটে ঘোঁৰা ঘুৰালো—, ডুজাঁই খাৰো উৰালো যাতে কোনবাটে আহিছো বঙালে বুজি পায়। মোৰ কাণৰ কাষেদিয়েই কেইবাজাঁয়ো গুলী সো-সোৱাই গল। ঘোঁৰা চলাইছিলো আঁকাই-পকাই, যাহাতে বঙালে মোক দেখিও থাকে আৰু গাতো গুলী টন্ কৰিব নোৱাৰে।

খৰতকীয়াকৈ চলা ঘোঁৰাৰ ওপৰত উঠি হিলৈত খাৰ খাঁজিবলৈ টান—

তথাপি আক চুজাঁই থাব হাতহিলৈত খাঁজি ললো। মানুহৰ আবাও, ঘোঁৰাৰ চিঞৰ-বাখৰ হুলস্থুল গুলীয়া-গুলীৰ শৰদত ইতিমধ্যেতে লাকাম জাগিছিল—সাজুও হৈছিল; সেই পোনে টৌঁৰাই খাব চুজাঁই এৰি চাঙৰ বাটৰ পৰা ফালৰি কাটি হাবিতলীয়া বাট ললো। হাবিৰ মাজে মাজে অলপ বাট গৈ গছ এজোপাৰ তলতে ঘোঁৰাটো বান্ধি বং চাবলৈ বুলি গছৰ ওপৰলৈ উঠিলো। বঙাল পোনবাটে লাকামৰ চাঙত সোমালগৈ।

দেখিলো থন্তেকতে পিথপী উলটি গল। দুহাজাৰ লাকামে বঙালক ঘেৰি জপটিয়াই ধৰিছে—বঙালৰ ঘোঁৰা ঘুৰাবৰো ঠাই নাই, গুলী খাঁজিবৰো চুৰ্ত্তি নাই, আগে-পিছে সোৰে-বাৰেঁ কেৰল লাকাম—ওলাই আহিবৰ বাটো ভেটিছে; এনেয়ে পাহাড়ীয়া লুংলুঙীয়া বাট, গছে-ডালে-পাতে চৌদিকে লাকাম। লাকামে মৰণক নডৰে বোপাইহঁত, গুলী-গোলাকো নডৰে। ঠেক ঠাইত ঘোঁৰাই আগঠেং ডাঙি দেওধনী দেখুৱাবলৈ ধৰিলে, বঙালৰ গুলীতে বহুতো বঙাল মৰিল। বাকীবোৰে হিলৈ খাজোঁতেই নগাই কচুকটা দিলে। মুঠতে যিগাল বঙাল চাঙত সোমাল, তাৰ এটাও নুঘূৰিল, বাটে-পথে দুই-এটা পলাই হাবিয়ে-জঙ্গলে সোমাই সাৰিল যদিও কব নোৱাৰো। আগদিনা ৰাতি চাঙ্ জ্বলোৱাৰ হোৰ তুলিবলৈ লাকাম জাগি সাৱধানে আছিল—এতিয়া হাতৰ মুঠিত ধৰা দিয়া বঙাল সাৰে কলৈ? লাকামে মনৰ হেপাঁহ পূৰাই শোধ ললে। চাঙত লাকাম বলী, তাত সংশয় নাই।

একদণ্ড পিছত লাকাম নিজম পৰিলত তিপামৰ বাটে ঘোঁৰা মোৰালো। পুৱতি নিশা যেতিয়া তিপাম পাওঁগৈ তেতিয়া তিপামৰ বাট-ঘাট গোটেই পহৰীয়ে-চন্তৰীয়ে উদুলি-মুদুলি। মোক দেখি সিহঁতবোৰে টেলেকা-টেলেকিকৈ চাইছিল, দুৱৰী-চন্তৰীবোৰ ঠিয়ে ঠিয়ে ঠেৰেঙা লাগি আছিল। খেনেক পাছত ভালকৈ পোহৰ হলতহে কাৰণটো বুজ পালো—বোপাইহঁত, মোৰ গাত সৰ্গদেৱৰ পৰিচ্ছদ, মূৰত অসমৰ ৰাজমুকুট, কঁকালত বাখৰ পতোৱা তৰোৱাল। ঠিকেই তো, দুৱৰী চন্তৰীবোৰে যে মূৰ আচন্দ্ৰাই কৰি ঠাইতে ঢেলখাই পৰি যোৱা নাই সিহে আচৰিত কথা।

পুৱাবেলা সৰ্গদেৱৰ সাজ-পোছাক, মুকুট-তৰোৱাল সকলো লৈ

ৰজাবাহৰলৈ গলো। সৰ্গদেৱ তেতিয়াও শেতেলিতে আছিল—চকু মেলিয়েই মোক যেন দেও ভূতহে দেখিলে, শেতেলিতে বহি খন্তেক মৌন হৈ থাকিল। মই সাজে মুকুটে সকলো সৰ্গদেৱৰ পাৱৰ কাষৰ শৰাইতে থৈ আঁঠুকাঢ়ি প্ৰণিপাত কৰিলো, সৰ্গদেৱে উঠি আহি মোক সাৱটি ধৰি হুকহুকাই কান্দি উঠিল, 'উস্—তই আহিলি। মোৰ এতিয়াহে বুকু জুৰ পৰিল, পৰাণ শাঁত হল।' মোৰ সৰ্গদেৱৰ বুকুত মূৰ সুমুৱাই মোৰো চকুপানীৰ বৰভগা ভাগিল, বোপাইহঁত—মোৰা বাহিৰনো কি মন্ধৰাই নেখেলিলো।

সৰ্গদেৱে পিছ সুধিলে দেই, বোলে, 'কালিনো, এইবোৰ কি কৰিছিলি? মইনো মনতে কমটো অসন্তোষ পালোনে?' মই বোলো, 'সৰ্গদেৱ, চেংধৰাৰ বাহৰত মোৰ মনত যি দুখ দিয়ালে, তাতোকৈ বেছি দুখ মইহে দিলোনে?' সৰ্গদেৱে বোলে, 'বেছি, বহুত বেছি। পাছে তিপামৰ বাটত মোক শত্ৰুকে পালে কি হল হয়?' মই বোলো, 'দেৱৰ পোছাক দেখি সাধাৰণ পাইক বুলি এৰি দিলে হয়, আৰু ৰজাৰ সাজত মোক দেখিছে, দেৱক খেদিব কিয়? আৰু সিফালে শত্ৰুক নাই, তিপাম দুৱৰিৰ এমান কাষলৈ একখানা চিপাহীলৈ বঙাল ফৌজদাৰ নেযায।' খানিক বৈ বোলো, 'দেৱৰ সাজ দেখি বঙালে মোৰ পিছ ললে, সিহঁতক চলাই ভুলাই নি লাকামৰ চাঙত কচুকটা দিয়ালোগৈ। লাকাম সাজু হৈ আছিল, আগদিনা বঙালৰ ভেশ ধৰি ময়ে সিহঁতৰ চাঙত জুই দিছিলো। আৰু ইমান ওচৰতে বঙাল আছে, সিহঁতে উমান পাইছিল খাটাং—সাৱধানে চোপ লৈহে আছিল।' হাঁহি এটি মাৰি সৰ্গদেৱে বোলে, 'বাৰু এতিয়া যা—এই দুদিন জিৰাই-শাঁতাই ল। ৰজাশহুৰে বুঢ়া গোহায়ে আহক তেতিয়া আলচ কৰিম।'

চাৰিদিন পাছত বুঢ়াগোহায়ে ৰজাশহুৰে আহি তিপামতে সৰ্গদেৱেৰে মিলিলহি, তাত পাছে বুঢ়াগোহাই তিপামৰ পানী-ফাঁটলৈ গল আৰু তাতে কোঠ দিলেগৈ। সৰ্গদেৱ বাৰদিন তিপামতে থল। আমাৰ বণুৱাই দগাযুদ্ধ কৰি আৰু বাটে-ঘাটে ডকাহকা দি নাওহুনি লুটি বিস্তৰ বঙালক কাটিলে

আৰু বাকীবোৰবো অনেক নগুৰ-নাগতি কৰিলে। ইতিমধ্যতে বৰুৱা পোৱা গল বোলে বঙালত মিৰ্দা আমাৰ মানুহে তুৰুৰি দেখুৱাই দিলত খানখানে বুঢ়াৰজাৰটোকে ধৰি সকলো মৈদাম খানি মাইহাং তাওকিম্ ভোগজৰা আনবেনা হেংদান খেঁৱাখোৱা টেমী-কটাৰী আৰু য'ত যি আছিল সকলো উলিয়াই নিলে। বুঢ়াৰজাৰ হাড়কো বোলে তুলি নিলে। সৰ্গদেৱে তাতে বিস্তৰ অসন্তোষ কৰি আজ্ঞা কৰিলে বোলে, 'বঙালক যিযে য'তে পাই দগা দি কাটক।' তালৈকে মন্ থিৰক বকতালৈ ভেজিলে, আৰু মন্ থিৰেও আহি দিলিহু, নৈৰ পাৰত বঙালক ভেটিলেহি।

সৰ্গদেৱ তিপামত থাকোতেই এদিন ৰজাশহুৰে মোক মাতি নি বোলে, 'সমুখ ৰণতো, ফুকলি মাৰিও বঙালক নিৰ্যাতন কৰি থামুনে গজপুৰ লবলৈ যত্ন কৰি আছে, পিছে বঙালো এৰা বিধৰ ভকত নহয়, নবাৱে আৰু তুই সেনাপতিক ফৌজ-অ্যাছিলা দি পুনৰ পঠায় বোলে। গজপুৰত আমাৰ কোঠ থিতাপি হলেহে ভাল—তেতিয়া বাৰিষা কালত বঙাল পাছ হুহঁকিবলৈ বাটপথ নেথাকিব। কি ব্যৱস্থা কি কথা কৰিছে তাকে তই চাই-চিতি আহ। মোটতে যেনেতেনে প্ৰকাৰে খেতোদিনলৈ গজপুৰ আমাৰ অধীনত কৰি ৰাখিবই লাগিব। বঙাল সাধ্যে বকোবাৰীত থানা দি বহিছে, নবাবো সেইখানে আছে, সোণৰূপৰ মোহৰো বোলে মাৰিছে। গতিকে মথুৰাৰ আগে-পিছে আৰু গড়গাওঁ পাৰ হোৱালৈকে গা-চাই সাৱধানে চলিবি।'

সেইমতে আহি তুদিন মূৰত বকোবাৰী পালোহি। বাটে-পথে তুই-চাৰি আমাৰ ৰণুৱাও পালো—সকলুৱা কোঠ ছাউনীও তুই-এটা আছিল, পিছে থাটাং বতৰা হে একো নেপালো। তাকো চেৰাই গৈ পাহাৰৰ নামনিত মথুৰাপুৰৰ ওচৰে-পাঁজৰে হাবিতে গা-ঢকা দি এদিন কটাবলৈ থিৰাং কৰিলো, কাৰণ বঙালৰ ঘাই কোঠ ইযাতে—যুঁজ-বাগৰৰ সলাপবামৰ্শ সকলো ইয়াতে হয়। তাতে আমাৰ দগা দিয়া দলবোৰবো তুই-এটা লগ পাব পাৰো, তেতিয়া সিহঁতে ভেজা লৈ বঙালৰ ঘাটি চেৰাই গজপুৰলৈ যাবলৈকো সুবিধা হয়।

দিনে পোহৰে যহন তহন, ৰাতি ধিয়জি হাবি-বননিত গা-ঢকা দি থকাৰ অনেক অসুবিধা। তাতে কাষতে বঙাল খুৰেউ খেতেউ, কেউপিনে পিয়াঁপি

দি ফুৰিছে। সেইবাবতে কেইদিনমান ধাৰাসাৰ বৰষুণো হৈছিল। আগতে নামনিয়াল ৰজাশহুৰে সৰ্গদেৱৰ আজ্ঞাৰে পুৱাগুতে আছেগৈ বুলি শুনিছিলো —মনতে ভাবিলো, সকলো বা-বতৰা লবলৈ তেৰাৰ থানিলৈকে যোৱা ভাল। সেইমতে বঙালৰ ছাউনীৰ ফালৰি কাটি হাবিৰ মাজে মাজে সেইপিনে পোনালো।

আমাৰ ৰণুৱা একহাজাৰ মানহে আছিল—দিনে-পোহৰে লুকাই থাকে, ৰাতি হলে যি য'তে পাৰে বঙালক ধৰে। ৰজাশহুৰে বোলে, 'বঙাল ৰক্তবীজৰ বংশ। হওঁতে অ'ত ত'ত ধৰিছো তামীঘৰাতো, বাজতো। শিঙ্গীমুৰী মেলে, যন্ত্ৰণাও দিয়ে। পিছে ইহঁতৰ বল খীণ নহয়। চাৰিংকোঁৱৰে গড়গাঁৱতো কেইবাবাৰো ধৰিছে পিছে ফল পোৱা নাই। দিখৌমুখত লাচিত ডেকাই জানিবা সেই ফালৰ বঙালক ঠেকি ৰাখিছে। আমাৰ থামুনেও মৰঙ্গীৰ বাটেদি গৈ গজপুৰ লৈছে কিন্তু ৰাখিব পাৰে নোৱাৰে কি ঠিক? তাতে মনখিৰক সকলো সৈন্যৰ মুৰে বকতাত বহুউৰা শুনি সবাৰে মনত অসন্তোষ হৈ আছে—যুদ্ধ-বিগ্ৰহলৈ কেঁৰে মন নেমেলে।'

মই বোলো, 'মোক গজপুৰলৈ পঠাইছে'। বোলে, 'এইপাৰৰ পৰা তালৈ যোৱা সুচল নহয়, তই বাকি ৰাতিটো ইয়াতে থাক, কি সুবিধা কৰিব পাৰো চাওঁ।' অগত্যা ৰাতিটো তাতে কটালো। পুৱাবেলা ৰজাশহুৰে বোলে, 'চণ্ডাল থাঁক নবাবে ৰণুৱা চিপাহী দি গজপুৰলৈ ভেজালে বুলি শুনো—হুনো তৰবাটে গৈছে। পিছে গজপুৰ পাবগৈ পৰা নাই—বাটপথ পানীত বুৰি আছে, নাও নাওৰা নহলে টীয়ক পাৰ হব নোৱাৰে। মৰঙীৰ বাটো বন্ধ, লুইতেদি ভটীয়াওঁ বুলিবলৈকো লগত নাও-ভুৰ একো নাই। পাহাৰৰ পৰা টীয়কলৈ গোটেইছোৱা বাট বঙালে ছাটি আছে—আকালত গৰু-মহ মাৰি খাইছে। এতেকে তই মৰঙীয়েদি ঘুৰি-পকি যোৱাহে প্ৰশস্ত। আমাৰ কটকীও সেইপোনেই পঠিয়াইছো।'

মৰঙীয়েদি ঘুৰি গলে গজপুৰ ছুদিনৰ বাট। অৰাজ্য ঠাই, মাজে মাজে নগাৰ গাওঁ, লোক-জন নাই, বাটপথ হাবি হৈ আছে। সেই গতিকে বোলো, 'মই পোনৰাটেই যাওঁ; লগত মাথো বঙালৰ উহ চিনাজনা লোক এটিকে দিয়ক।' তেওঁ বোলে, 'যি ভাল দেখিছ কৰ, মই কথাৰ মাতটোহে

কৈছো। আৰু লগত দিয়াৰ কথা যে কৈছু, তেনে ভাল লোক নাই, তথাপি বাৰু ৰূপাইকে দিম—মাথোন গজপুৰ পাই ঘূৰাই পঠিয়াবি।' ৰূপাই হলগৈ ৰজা-শত্ৰুৰ গা-ৰখীয়া, অতি ধূৰ্ত্ত, সাহিয়াল আৰু পাৰ্গত ৰণুৱা। বোলো, 'দিয়ক, সিয়েই হব।' দুপৰীয়া বেলা ৰূপাইক লগত লৈ ওলাই আহিলো।

বাটত ৰূপায়ে কলে বোলে, 'তৰবাটে কেউপোনে বঙালেৰে ভৰি আছে। দিখৌৰ পাৰে পাৰে গৈ লুইতৰ পাৰ লোৱাহে ভাল। সেইমতে গৈ গধূলা জাঁজীমুখ পালোগৈ। দূৰৈৰ পৰাই নিৰিকি নিৰিকি বঙালৰ তামীঘৰবোৰ পোহৰ দেখিলো। হেজাৰ চেৰেক বঙালে তাত ঘোঁট দি বৈছে। সেয়া বোলে চণ্ডাল খাঁৰ ফৌজ। জাঁজীমুখত ঘাট নাই, নাও ডুনিও নাই। ৰূপায়ে মঁয়ে কলগছ ডুভাল কাটি ভুৰ এখন বান্ধিলো আৰু পানীডোঙ্গা পাৰ হলো। বঙালৰ হাতৰ পৰা এৰাই অহা আমাৰো দুই-চাৰি ৰণুৱাক পাই সুধি-পুচি জানিলো যে সাদিন ধৰি কলহৰ মুখে চলা বৰষুণত সকস্ৰবা জান জুৰিবোৰ তেনেই ওফন্দি পৰি চৌদিশ জলাতক হলত চণ্ডাল খাঁ টীয়কতে ৰ'ল—গজপুৰৰ পোনে পোনে লুইতত থামুনে ঘাঁটি পাতিছে ; চণ্ডালৰ থানাৰ পৰা ভালে মাত্ৰ চাৰি ক্ৰোশ বাট। লুইতেও পানী, তৰেও পানী—গতিকে চণ্ডালে ত'ত লখৌৰ পৰা নাও-নাওৰা উজাই আহিবলৈ বুলি দবক্ লৈ আছে। বঙালৰ মহা বিপৰ্যয হল, বোপাইহত উত্তৰ পাৰে লখৌত থাকিল নাওডুনি, দখিণ পাৰে বকোবাৰী-মথুৰাপুৰত ৰ'ল খাৰ-ছিলৈ-ৰণুৱা, মাজত ডুদিনৰ বাট, দোকোলটকা পানী। এতিয়া বান-বাৰিষা কালত থাৰে-শলিতাই কোনোপধাতে একেলগ কৰিব পৰা নাই। ঘোঁৰা হাতী যি য'ত পায কাটিমাৰি খাই-বই থানিতে থেম্ ধৰি আছে।

ৰূপাইৰ পৰা যি বুজিলো, আমাৰো বলশক্তি দিনক্দিনে হীন হৈ আহিছে—বাৰিষালৈ বঙালক পাছকান্ধি দি ধৰিবলৈ আমাৰো বল থাকেগৈনে নেথাকে সন্দেহ। বহুত লোক ভাগি পলাল, বহুতো বঙালৰ গালে এৰাই পল। এনে সময়ত গাৰ জোৰৰ যুঁজতকৈ বুদ্ধিৰ যুঁজ কৰাহে ভাল—কথাই আছে বোলে 'সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিবা।'

জাঁজীমুখ পাৰ হৈ খন্তেক জিৰণি ললো, চিন্তাও কৰিলো। আগ-পাছ জুগুণাকৈ খোজ দিয়াৰ দিনকাল নহয়। তৰা লুইতৰ পাৰতে আহি

ছুটা বহি আছো, চ'তমহীয়া ৰাতি এপৰ হওঁ হওঁ—হঠাতে দেখোন লুইতৰ বুকুত এহেজাৰ ভোটাতৰা তিৰ্‌বিৰাই উঠিল, বঙালৰ লোক ভটিয়াই আহিছে, নিশ্চয় নবাবে চণ্ডালক সহায় কৰিবলৈ পঠিয়াইছে, ত'ত দিখৌ-মুখৰ পৰা। মনতে বোলো এইবাৰহে শেনৰ এজাত দেই—থামুন যদি এইকোপতি কোনোপধ্যে টিকি থাকিব পাৰিছেও, এইবাৰ বিস্তু ৰক্ষা নাই। পানীযে-তৰে বঙাল সমান গতিত চলিব পৰা হল।

জোৰৰ পোহৰৰ পৰা আন্দাজ কৰিলো যোঁটবন্ধা মাৰনাও কমেও ডেৰকুৰি মান হব—সিবোৰৰ ভিতৰত কি আছে নেজানি। মনতে ভাবিলো এতিযা এই মহানিশাখন কি কৰা যায়। লুইতৰ বুকুত হেজাৰ জোৰবস্তি জ্বলাই চপ্‌চপাই ব'ঠামাৰি ভটিয়াইছে বঙাল, পাৰত আমি মাথো ছুটা অসমীয়া বণুৱা, হাল নাই হলধৰ, লক নাই গদাধৰ এনেহেন অৱস্থা। এটা চকু পোন কৰি আলেখ-লেখ চাই থকাৰ বাহিৰেনো আৰু কি কৰিব পাৰো? ৰূপাইক বোলো, 'কিবা বুধি এটা পাঙ্। এনেকৈ হাতভৰি সাৱটি বহি থাকিলে হবনে এতিযা?' সি বোলে, 'দেখিযেইচোন পেটাতে হাত-ভৰি লুকাল।' মই বোলো, 'এৰা, আমি পথালিচকুৱা নৰমনিচহে; সময় বুজি চোমদেৰে এনেও উপায় দিব।' গতিকে বঙালৰ সমানে সমানে ছুযো লাহে লাহে আগবাঢ়িবলৈ ধৰিলো।

ৰাতি ছুপৰত বঙালৰ নাও-নাওৰা টীযকৰ্ পোন পাই থেমিল হেন পালো। লুইতৰ বহল বুকুত সিচঁৰতি হৈ থকা মাৰনাওবোৰ বালি ঘাটতে একেলগ হলহি, তাতে যোঁটো বান্ধিলে। আমি ছুটাই পাৰৰ হাবিতে গা-ঢকা দি ৰলো—ৰাতি পুৱাবলৈ তেতিযাও ছুপৰ বাকী, ৰাতি পুউৱাৰ আগতে বঙালৰ পাঙৰ আগগুৰি বুজাৰ উপায় নাই। আমাৰ পৰা ছুশ গজ দূৰত বঙাল—জোৰৰ পোহৰত মানুহ-তনু ছুই এটা লৰিচৰি ফুৰা দেখিছো যদিও সিহঁতৰ মতিগতি ঠিৰাংকৈ ধৰিব পৰা নাই। মনতে বোলো এই মহানিশা বঙাল নোলায আৰু। গতিকে ঘোঁৰাৰ পিঠিতে কল্‌মটীযাবলৈ ধৰিলো।

ৰাতি তিনিপৰ হল—হঠাতে দেখোন বঙালৰ নাৱৰ মাজে মাজে ছুই-তিনিটাৰ জোৰ ধনগুলৈৰ দৰে ইফালে সিফালে লৰা ধপৰা কৰিছে—এবাৰ

অঁত, ইযাৰ ত'ত। যেগাই গৈছে, লাহে ধীৰেও আহিছে। তাৰ পিছত দেখিলো দুটাৰ জোৰ যেগাই আমাৰ পোনে আহিল! ৰূপাইক বোলো, 'দুটা বঙাল ওলাইছে হুবলা, তোৰ হাতত চিপ্ আছেনে?' সি উত্তৰ নিদি ঘোঁৰাৰ জীনত বন্ধা কুৰিহাত বেঁৰৰ ডুডাল দৰি উলিয়াই চিপ্ গাঁঠি দিলে। মই বোলো, 'তই নাকৰ পোনে লুইতৰ পাৰ ল। বাটত উশাহ নসলাবি— চাৰিক্ৰোশ গৈ গজপুৰৰ কোঠত হে ৰবিগৈ। থামুনকো মৰঙ্গীকো কবি, বঙালৰ নাওবা দিখৌমুখৰ পৰাহে আহিছে, ত'ত লখৌৰ পৰা আহক বুলি চোপ দি থাকিলে নহব। বঙালে পূবৰ পৰাহে ঠেকা ধৰাৰ পাং পাতিছে—সাৱধানে ৰব লাগে। আৰু মই কালিমানে মিলিমগৈ।

ৰূপাই ফালৰি কাটি গলগৈ। মই হাবিয়ে হাবিয়ে লুংলুঙীয়া বাট ধৰি টীয়কমুৰা হৈ গৈ মাজহাবিতে ৰলো আৰু বাটটো ভেটি ঘোঁৰা বান্ধি কাষৰে এজোপা গছত উঠিলো। তাৰ পিছত হাতত হিলৈটো আৰু চিপ্ দুটা লৈ গছৰ ডালতে বহি ৰলো। ইতিমধ্যে জোৰ দুটা অঁকাই পকাই আহি ওচৰ চাপিছিলহি, হিলৈটোত খাৰ এজাঁই খাঁজি আৰু চিপছুটাৰ খোঁট ভাঙি খেৰাজালৰ জালোৱাৰ দৰে খেও দিবলৈ কিলাকুটীত টিলাকৈ সাঙুৰি লৈ সাজু হৈ থাকিলো।

বঙাল দুটাই খৰ কদমত ঘোঁৰা চলাইছিল, ঘপ্ কৰে চকুৰ আগত মোৰ ঘোঁৰাটো দেখি লেকাম টানি ৰ'ল। ময়ো টপাটপ্ খেওমাৰি দুয়োটা চিপ্ সিহঁত দুটাৰ ডিঙিত লগাই দিলো আৰু ডালটোতে ধোকা লৈ দৰিডাল প্ৰাণপণে টানিবলৈ ধৰিলো। এন্ধাৰে-মুধাৰে কি হল, কি কথা বুজি পোৱাৰ আগতে দুয়োটা বঙাল মাটিৰ পৰা চাৰিহাত ওপৰলৈ উঠিল, ডিঙি আলমোকোটা খালে। প্ৰথমতে চেৰেউ ফেৰেউ কৰি হাতভৰি মাৰিছিল, খানিক পাছত জথৰ হল। তেতিয়া গছৰ পৰা নামি আহিলো বঙালৰ চোলাৰ মোনাকেইটা লুকুকি চাই প্ৰথমটোৰ গাত এডোখৰ তুলাপাত পালো। সিহঁতৰ পোছাক-দুটা খুলি হিলৈ তলোৱাৰ সমেত ঘোঁৰাৰ গাদীতে বান্ধিলো আৰু শ-দুটা নমাই আনি টোঁচোৰাই কিছু দূৰত একাষৰীয়াকৈ পেলালোগৈ। সাপ মাৰি নেগুৰত বিষ ৰখা লোক এই নদাই নহয় দেই—লোকে এইবোৰ কাম একেবাৰে তুংথুংকৈ কৰে। এইবোৰ কৰি মেলি বঙালৰ ঘোঁৰা দুটাৰ

সেকামত ধৰি মোৰ খোঁৰাটোত উঠি থামুনৰ কোঠৰ ফালে যাওনা হলো।" তেতিয়া পুৱতি ৰাতি পচিম আকাশত চকু পৰি দেখিলো কালপুৰুষজনে চকু পিৰিকিয়াই মোৰ ফালে চাইছে, উত্তৰৰ ফালে হালি পৰি যেন বঙালক পোনে থেমু-টন্ কৰিছে। সেয়া এটি জনাই বোলো, 'হে দেৱতা, শৰীলত বল আৰু বুকুত সাহ দিয়া—এইবাৰ যেন বঙাল শতুৰুক ভালকৈ এশিকনি দি মোৰ দুখুনী আইমাতৃকাৰ বুকুৰ পৰা চিৰদিনলৈ বিদায় দিব পাৰো।'

থামুনৰ কোঠ পাই বঙালৰ সাজ-পাৰবোৰ আকৌ এবাৰ লুককি চালো। তাৰ পিছত বজ্ৰাশহুৰক ভেট কৰিলোগৈ, মোক দেখি চঁকি উঠিল—'কিনো কথা বোলো। তই ভটীয়াই আহিলিনে?' মই বোলো, 'কেলেই, ৰূপায়ে কোৱাহি নাইনেকি?' বোলে, 'কোন ৰূপাই? কলৈ আহিছে? কোন বাটে আহিছে? টীয়কৰ পৰা এই চাৰিক্ৰোশ বাট বঙালেৰে ঠাহ খাই আছে, পক্ষয়া এটা সাৰি আহিবৰ সন্ধি নাই—এইছোৱা পাৰ হৈ আমাৰ বণুৱা জীয়ন্তে অহাটো সম্ভৱ নহয।' মই বোলো, 'তেনেহলে ৰূপাই কি বঙালৰ হাতত পৰিল?' এইবুলি সকলো বিবৰি কলো। শুনি বোলে, 'কেনেকৈ ক'ম? বাটপথো হেৰাব পাৰে, বঙালেও ধৰিব পাৰে। কিন্তু কালি ৰাতিযেই টীযকৰ ঘাট চেৰাই অহা ডেকা মুনিহটো আজিও এইখিনি পোৱাহি নাই—সি'হ চিতাঁৰ বিষয হল।' মোৰ মনটো বিষাই গল বোপাইহঁত—সেইকাৰণেহে কওঁ বোলো এটাই এশটা, এনেবোৰ কাৰ্যৰ লগভাগ থাকিলেহে চিন্তা অশান্তি বেছি হয।

মোৰ চাপকানৰ মোনাৰ পৰা তুলাপাত ডোখৰ উলিয়াই দি কলো বোলো, 'সৰ্গদেৱৰ আজ্ঞা হৈছে, আপুনি যেনেতেনে গজপুৰ ধৰি ৰাখিব লাগে।' তুলাপাত ডোখৰ মেলি তভক্ মাৰি চাই থাকি বোলে, 'এইখন বঙলুৱাত লিখা, পঢ়া-বুজা লোক ইয়াত নোলাব। আৰু বঙালক তৰে ঠেকি তৰি আছো—সি কম কথা নহয়, তাকো চোমদেৰৰ কৃপাত বানবাৰিষা আগতীয়াকৈ আহিল বুলিহে। তৰত আমাৰ বল নাই, পানীতেহে জোৰ—এতিযা বঙালে পানীয়েও সবল হৈ ধৰিলে নিগমে মৰিলো।' তেনেবুলি মৰঙিথোৱা গোহাইক মতাই আনি সকলো কলে, 'কথা-বতৰা এনে। এতিয়া কি কৰা হয়?' তুলাপাতকন লিখিকি-ৰিদাৰি চাই মৰঙিয়ে বোলে,

'শলা ববগোহাইব তাত উপায় আছে, তাতে বঙাল ছুটা পুহিছে, তাব ভাঙ্গাত যাব লাগে।' শলা ববগোহাই তেতিয়া দিচৈমুখত ভটিয়াই আছিল, লখৌৰ পবা বঙালব নাও-নাওবা উজাই আহিলে ধৰিবলৈ খাপ দিছিল। আমি তিনিউটা গৈ ছাউনীতে ববগোহাইক ধৰিলোগৈ।

ববগোহায়ে নিমাতে সকলো শুনিলে—মোক গহীনকৈ দুই-এটা প্রশ্নও সুধিলে। তাৰ পাছত বোলে, 'এনেয়েহে ইয়াত খোকা পাতি বহি থকা হল, উজোৱা মাছ ভটীযাইহে আহিল।' মৰডিক বোলে, 'দখিণে পোনাই নগাচাঙেৰে গড়গাওঁ ওলাবগৈ পাৰিনে নোৱাৰি?' মৰডিয়ে বোলে, 'নগাই নেকাটিলে পাৰি।' বোলে, 'সিকথা নহয়, আচলতে নোৱাৰি। নহলেনো এতেদিনে গড়গঞা বজাশহুৰে কটকী নপঠাই থাকেনে? এতিয়াহে ভাল কথা হল, দুয়োপিনে ঠেক ছিগিল।' ববফুকনে 'বাক সিবোৰ যি হয় হওঁক, এতিয়া কাকতত কি লিখিছে তাকেহে চাব লাগে।' বোলাত বঙাল এটাক তাৰৈকে মাতিবলৈ দিলে।

দেখিয়েই চিনি পালো, এইটো তাহানি মই ধৰা বঙাল আহাদি দুটাৰ এটা। বোলো, 'ইটো কি হল?' বোলে, 'আছে, কাকত পঢ়িবলৈ বুলিহে এটা এটাকৈ মাতিছো।' বঙালক বোলে, 'পঢ়, পঢ়ি অর্থবোৰ শুদ্ধকৈ কৈ যা। আকৌ ইটোৰ হতুৱাই বিলগে পঢ়াম। তাৰত অৰ্থ নিমিলিলে দুয়োটাকে কাটিম।'

বঙালটোৱে কাকতডোখৰ পঢ়ি বোলে, 'নবাবৰ সেনাপতি মুৰাদে ছয়ন্দাজ খাঁ সেনাপতিলৈ লিখিছে বোলে দুকুৰি মাৰ-নাৱত ৰণুৱা চিপাহী, আহিলা-পাতি লৈ ববলুইতৰ বালিত ঘাঁটি পাতি থেমি আছে, টাঁযকত থকা দুটা ফৌজ লৈ গৈ ছয়ন্দাজে মিলিবগৈ লাগে—আজি ৰাতিৰ ভিতৰতে, তেতিয়া ধৰিতে পানীয়েদি আগুৱাব পাৰিব।'

পাছত ইটো বঙালেও একে অর্থকে পঢ়িলত বঙাল দুটাক নিজ থানিলৈ পঠাই দি ববগোহায়ে বোলে, 'জোৰ পুৰি দেখোন হাত পালেহি। এবাৰ জানিবা কাকত ধৰিলে, বাৰে বাৰে কি-কৈ ধৰিব? আৰু ছয়ন্দাজৰ মানুহে বাট-পথ ভৰি আছে—সিইঁতেও মুৰাদৰ নাও-নাওৰা আজি নহয় কালি দেখিব, তাৰ পিছত মিলিবলৈ কেত্ পৰ? আৰু দুয়ো মিলিলে আমাৰ

পৰিক্ষ বিষম।'

কিছোপৰ চিন্তা কৰি বোলে, 'হওঁতে এক উপায় কৰা যায়—ইহঁত বঙালেৰে লিখোৱাই বাৰ্ত্তাসন্দেশ এটি ছয়ন্দাজলৈ ভেজাব পাৰি ; তেনেকৰি দুষ্ট সেনাপতিৰ মাজত যদি হোকাপানী অসন্তাৰ কৰোৱা যায়, তেনেহলে কাম সিজিব।' এইবুলি পুনৰ বঙাল এটাক ডকালে, তাৰ হতুৱাই তুলাপাতত বঙলুৱা ভাষাতে লিখোৱালে বোলে, 'পাটচা নবাবৰ আজ্ঞাৰে মুৰাদ বৰ সেনাপতিয়ে ছকুৰি মাৰনাৱত ৰণুৱা আহিলা-পাতি লৈ বৰ লুইতৰ বালিত ঘাঁটি পাতি থেমি আছে, অথচ নবাবৰ বান্দা ছযন্দাজে এতিযাও তস্মিন্ কৰাহি নাই কিয় ? আৰু বৰসেনাপতিৰ আজ্ঞা হয় বোলে নবাবৰ বচদ-পাতি খাই এতেকাল বহি আছে, এতিযা পানী-তুনি শুকাল যেতিয়া তবে খেদি আহোমক গজপুৰত ধৰক, মুৰাদ বৰসেনাপতিয়ে লুইতৰ বালিৰ পৰা ৰংছে চাব , কাৰণ সামান্য কাম—বৰসেনাপতিৰ লাযেক নহয।' তাৰ পিছত ইটো বঙালক মাতি আনি কাকতখন পঢ়িবলৈ দি অৰ্থ শুনিলে , অৰ্থ তাৰত মিলিল দেখি বোলে, 'ঠিক হৈছে, এতিযা এই পত্ৰ-সন্দেশ ভেজাওঁ।'

পাছে যায কোন ? মই বোলো, 'আমি কোনোবা গলে নবাবৰ তামীঘৰাক ভুচুংপছুহে হমগৈ—সাজে-পোছাকে চেহেৰায়ো নিমিলিব, বঙলুৱা মাত কথাও নুফুটে। এতেকে ইহঁত দুটা বঙালৰ এটাকে পঠাওঁক , বাকী আৱশ্যক বুজি আমাৰো এটা কাষৰে-পাঁজৰে থাকিলেই হল।' ৰূপাইৰ কথা মনত পৰি বোলো, লাগে ময়ে যাম।' বৰগোহায়ে বোলে, 'অকল সন্দেশ ভেজিলেই নহব, লগে লগে টীয়কৰে লুইতৰে মাজৰ হাবিত আমাৰ থানা পাতিব লাগিব, যাতে আনো বাৰ্ত্তা চলাচল কৰিব নোৱাৰে। গতিকে থামুন গজপুৰতে থাওঁক, মৰঙিয়ে লগত একুৰি মান বচা ৰণুৱা পাইক লৈ সুবিধা ঠাই বুজি হাবিতে ফুকলি মৰা ঘাঁটি পাতকগৈ। লগত কাকত-পত্ৰ পঢ়িবলৈ ইটো বঙাল ৰাখক—গা-ঢাকি থাকিব পাৰিলে বিপদ নাই।'

সেইমতেই ঠিক হল। প্ৰথম বঙালটোক বৰগোহায়ে সকলো কথা বুজাই কলে , বঁটা বাহন, নিমখ খোৱাৰ কথাও কলে। ছয়ন্দাজৰ থানাত গৈ কি কৰিব মেলিব লাগিব আৰু হাৰামখোৰ হলে তাৰ কি শাস্তি হব তাকো বিতংকৈ বুজালে। দুপৰীয়া বেলা মই অনা বঙাল চিপাহীৰ পোছাক এটা

তাক পিন্ধাই, আনটো নিজে পিন্ধি দাঁড়ি-গোফ লগাই চোমদেও-লগ্নদেৱৰ নাম লৈ আমি দুটাই টীয়ৰুলৈ বুলি ৰাওনা হলো। তাক বঙালৰ ঘোঁৰা এটাত তুলিলো—মই মোৰ নিজৰটোতে উঠিলো—শত্ৰুৰ মাজত অচিন্ ঘোঁৰাত সন্ধাত নাই।

বেলা তিনিপৰীয়া চণ্ডালৰ থানা পালোগৈ। দুৱাৰবৰীয়া চিপাহীক বঙলাটোৱে কিবাকিবি ক'লত সি আমাক মাজৰ মুকলি পথাৰখন পাৰ কৰি নি আঁকাই-পকাই চণ্ডালৰ তামীঘৰাত তুলিলেগৈ। তাতে এটা নভবা নিচিন্তা দৃশ্য দেখিলো।

মাজতে তলিচা দিয়া বৰপীৰাত বহি গুৰ্ গুৰী হুপি আছিল, আধাপকা ডাটিয়ে-গোঁফে, সেইজনেই বোধহয় নবাব চণ্ডাল খাঁ। দাঁতিয়ে-কাষৰে আৰু বহু লোকজনো আছিল, তামীঘৰাৰ একোণত খুটি এটাত হাতে-ভৰিয়ে মেৰাই টোম হেনকৈ বান্ধি থৈছে—কোন হব আৰু। আমাৰ ৰূপাই। আমি সোমাওঁতেই দপ্‌দৰ কাঁহ পৰি ক্ষীণ গলেও বুজিলো তাত কিবা গোচৰ বিচাৰ চলি আছিল। মই দুৱাৰ-মুখতে থেম্ ধৰি তস্মিন্ কৰিলো, কাষ চাপি বঙালৰ গাত গা ঘহাঁবলৈ বৰ সুবিধা নহয়। বঙালটোৱে নবাবৰ কাষত গৈ কুঁজা হৈ কুৰ্ণিচ্ তস্মিন্ কৰি কোমৰৰ পৰা পত্ৰখানি উলিয়াই দি দুখোজ পিছুৱাই দণ্ডৱৎ হৈ বল। মই কেৰাহি-কেৰাহিকৈ এবাৰ নবাবৰ ফালে এবাৰ ৰূপাইৰ ফালে চাই থাকিলো।

পত্ৰখানি পঢ়ি থাকাতে ৰ'দপোৱা ভেজপিযাৰ দৰে নবাবৰ মুখৰ ৰং ঘনাই সলনি হৈছিল আৰু মাজে মাজে গুৰ্‌গুৰীত জোৰেৰে হোঁপা দিছিল। মাজে মাজে 'হুম' 'হুম'কৈ গোঁজৰণিও মাৰিছিল। পঢ়া শেষ হলত পত্ৰখান ছিৰাছিৰকৈ ফালি নবাবে বঙলাটোক কিবা এটা ক'লে আৰু সি ওলাই আহি বাহিৰৰ মুকলিতে বলহি। মযো লগতে ওলাই আহি থিযাথি দি থাকিলো। বঙালক বোলো, 'কি কলে?' বোলে, 'একো কোৱা নাই—পিছে মুখ দেখিযেই বুজিছো, কাম হাচিল। উল্টা জবাব নিবলৈ মোক ৰবলৈ কৈছে।' মই বোলো, 'কাষতে বান্ধি থোৱা সেইটো ৰূপাই, তাকো কিবা উপায়ে লৈ যাব পাৰিলে ভাল।' সি মূৰ ভুপিয়াই বোলে, 'আশা খীণ, চিপাহী-চন্তৰী কেউপিনে ভৰা।' বোলো, 'তই যেনেতেনে বেৱস্থা এটা কৰিবি। তাক যদি আজি লৈ যাব

নোয়াৰোওঁ, কালিলৈ আমি আকৌ আহিব লাগিব। তাক এনেদৰে মৰিবলৈ এৰি দি অন্ততঃ মই ঘূৰি নেযাওঁ; তোৰ যি খুচি কৰ।' সি জেথোন পিন্ধি থকা চোলাটোৰ সিয়নি এটা ফালি ভিতৰলৈ হাত সুমাই কিবা উলিয়ালে। কেইটামান গোট গোট মোহৰ। আকৌ ফটাকানিত বন্ধা টোপোলা এটা উলিয়াই বোলে, 'আপীম্। থানালৈ গলে তুয়োটা বস্তু কামত আহিব।' অ' মোৰ নাকুৰিদেও, বঙালৰ ৰণুৱাই চোলাৰ সিয়নিত মোহৰ আৰু আপীম্ ভৰাই সি থয়।

কিছুপৰ বোন্দাপৰ দি থাকোতে সন্ধিয়া লাগিল—তামীঘৰাই পতি চাকি জ্বলিল, থানাৰ মাজপথাৰতে চিপাহীবোৰে গোটখাই প্ৰকাণ্ড মে-জি এটা জ্বলালে। তাৰে পোহৰত গোটেইখন দিন যেন হৈ পৰিল। খেনেক পাছত আমাক পুনৰ নবাবৰ তামীঘৰালৈ বুলিলত আমি দুয়ো তালৈকে বুলি গলো। এইবাৰহে বঙালটোৱে ভিতৰ সোমাই ৰূপাইৰ ফালে চালে। এদিনৰ ভিতৰতে সি শুকাই-খীণাই হাড জক জক হল। নবাবে বঙালটোৰ হাতত পত্ৰ এখন দিলে, মুখেৰেও কিবাকিবি ক'লে। বঙালেও মূৰ দুপিয়াই শলাগি শুলাগি কুৰ্ণিচ্ কৰি ওলাই আহিল। মই চোলৰ লগৰ টেমেকাও লগে লগে ওলাই আহিলো আৰু বাজ পাই ঘোঁৰাত উঠি দুয়ো বাওনা হলো। ৰূপাই যেনে আছিল তেনেই থাকিল, তাৰ একো উপায় নহল।

জুইকুৰা পাৰ হৈ পিছে বঙালটো ৰ'ল আৰু তাতে ঘূৰি-পকি ফুৰা দুটামান বঙাল চিপাহীৰ লগত কথা-বতৰা পাতিলে। সিহঁতেও ইভিতি সিভিতি আঙুলি টোঁৱাই কিবাকিবি বুজালে, কি সুধিৰ্লে কি দেখুৱালে সিহঁতেহে জানে দেই। বঙালে ঠাইতে ঘোঁৰা ঘূৰাই উত্তৰৰ ডাঙৰ তামীঘৰাটোৰ ফালে পোনালে। মযো পাছে পাছে গলো।

ডাঙৰ তামীঘৰাটোৰ দুৱাৰত পৰ্দা আছিল—ভিতৰত নাচ-গান চলিছিল হৰপায়। জুমি চাই দেখিলো চাৰিউফালে ঘূৰণীয়াকৈ নানা লোকজন বহিছে—এটা মূৰত বহিছে ঢুলীয়া খুলীয়া আৰু কেইজনীমান নাচনী।। ফুলাম তুলিচা এখনত বহি এজন ওস্তাজে গান কৰিছে, সিমূৰৰ মাচিয়া সিংহাসন পিছে তেতিয়াও খালি দেই। নবাব তেতিয়াও দৰবাৰৰ পৰা আহি পোৱা নাই। সাধাৰণ লোকজনে মাটিতে সভৰঞ্চি পাৰি বহিছে। ঢকা-চমকা এন্ধাৰৰ

সুবিধা লৈ আমিও সুট্‌কৰে সোমাই এচুকত বহি পৰিলোঁ।

ওস্তাজে 'হাও' 'হাও'কৈ চিঞৰি বৰ দীঘল গীত এটা গালে, তাৰ পাছত টোকাৰি আৰু খোল বাজিল। বঙালৰ টোকাৰিৰ আৱাজটো হলে বৰ মিঠা দেই; খোলো দুটা—আমাৰ বায়নৰ দৰে গলত ওলোমাই নবজায়, মাটিত থিয়কৈ থৈহে বজায়। শুনিবলৈ হওঁতে ভালেই হৈছিল, পিছে সেইবোৰ সম্বন্ধত তেনে ৰংচঙীয়া মেলত মন নবহে—মই শিলৰ মূৰতিৰ দৰে একে ঠাইতে বহিহে থাকিলোঁ, কোনোবাই চিনি পায় বুলি বৰকৈ মুখ ঘূৰাই ইফালে সিফালে চাবলৈকো নহল।

হঠাৎ এবাৰ সকলো লোকজন ঠিয় হল আৰু কুর্ণিচ্ কৰিলে। আমিও কৰিলোঁ। নবাব আৰু দুই-চাৰি জন বৰ বৰ বিষয় বৰীয়াই হব চাগৈ, ভিতৰ সোমাই ইটোমূৰে সজাই থোৱা মাচিয়া আৰু সিংহাসনত বহিলগৈ। আৰু এটা মানুহে নবাৰৰ ৰূপৰ গুৰগুৰীটো কান্ধত কৰি আনি বহুৱাই থৈ গলহি, নবাবে তাকিয়াত আউজি ধঁপাত হুপিবলৈ ধৰিলে। আৰু এজনে তিনিটা চাপৰি বজালত বাইজী নাচ আৰম্ভ হল। ঘুঙুৰ, বাজনা, চাপৰি আৰু হৈ-হুল্লাৰে তামীঘৰা ভৰি পৰিল। মনতে বোলো এইবাৰ নবাব খানচাহাবৰ কথাই বেলেগ, কামৰ পৰত কাম, ৰং-তামাচাৰ পৰত ৰং-তামাচা।

বাইজীৰ নাচ তালে তালে খৰতালত উঠিছে আৰু, এনেতে মোৰ কান্ধত টোকৰ পৰিল, বঙালটোৱে ঠাৰ-চিঞাৰে বাহিৰৰ ফালে দেখুৱালে আৰু আমি দুয়োটাই চোৰৰ দৰে হাতত সাৰে ভৰিত সাৰে উঠি আহি অলপ দূৰৰ অইন এটা তামীঘৰালৈ গলোঁ। কি কৈছা—? কোনেও মন নকৰিলেনে? হোঃ। কোনে মন কৰিব? বাইজীৰ যি ৰূপ, যি নাচৰ ভঙ্গী। তোমাৰ আমাৰ দৰে ফেদেলা গেন্ধেলালৈ চাই সময় নষ্ট কৰিব কোন মূৰুখে? পিছে বঙালে গৈ দুৱৰীৰ লগত কথাবতৰা হল, হাতৰ টিপতে টুপলি এটিও দিলে, সিও আমাক ভিতৰলৈ লৈ গল।

ভিতৰ সোমাই দেখোন, অ' হৰি। গোট পালেৰে এপাল আমাৰ ৰণুৱা পাইক হাতে-ভৰিয়ে বান্ধি লাঙে লাঙে এৰাল দি থৈছে। বঙালৰ গুৰুলা গুৰুল খুন্দাৰ কোবত কাৰো হুবলা গিয়ান নাই—মুখে-চকুৱে, ভৰিয়ে-হাতে উথহি ভিন্নাকাৰ। দুই-এটাক দিনে-পোহৰে দেখিলে কি জানিবা চিনিও

পালোহেঁতেন নে কি ! তোৰৰ পোহৰত সিহঁতৰ মাজে মাজে খেনোক চেৰাই খেনোক দেই গৈ ৰূপাইৰ গুৰিতে বঙালটো ৰলগৈ আৰু তাৰ নাকতে খোঁচা এটা মাৰিলে। মৰা যেন হৈ পৰি থাকিলেও ৰূপায়ে জানিবা কেতৃকুট্ কৰিলে দেই—তাতে বঙালে ছুৰি চাই তুৰবীটোক কিবা এটা কলত সি ৰূপাইৰ এবালভাল কাটি হাতে-ভৰিযে বন্ধা অৱস্থাতে বাজলৈ উলিয়াই দিলে।

এবালত ধৰি, নাকীলগোৱা বলদৰ দৰে তাক কিছুদূৰে আগুৱাই আনি আমাৰ ঘোঁৰা কেইটাৰ কাষ পাযেই শুনিলো—নবাবৰ তামীঘৰাত অট্টৰোল হুলস্থূল—চাল-বেৰ উৰি যাওঁ উৰি যাওঁ। বঙালটোৱে ৰূপাইক তাৰ ঘোঁৰাটোৰ পিঠিতে তলপেটকৈ শুৱাই মূৰটো এফালে ওলোমাই দি আষ্টেপৃষ্টে বান্ধিলে। তাৰ পিছত মোক ঘোঁৰাত উঠি আগে আগে যাবলৈ কৈ সি তাৰ ঘোঁৰাটোৰ লেকামত ধৰি পাছে পাছে আহিল।

ঘাই তুৰবীক বঙালটোৱে 'কাফেৰ' 'কাফেৰ' বুলি কিবাকিবি বুজালে। পহৰীযে এবাৰ বঙাললৈ এবাৰ ৰূপাইলৈ চাই আমাক যাবলৈ দিলে আৰু আমি তুযো সুকলমে সোঁশৰীৰেৰে বঙালৰ থানাৰ বাহিৰ ওলালো।

হাবিৰ মাজভাগ পাওঁতে বঙালটো ৰ'ল, মোকো ৰখালে। ঘোঁৰাৰ পিঠিৰ পৰা ৰূপাইক নমোৱা হল আৰু তাৰ বান্ধবোৰ কাটি দি মুখৰ সোপা গুচাই কাণমূৰে পানী ছটিযালে। এন্ধাৰতে দেখিলো ৰূপায়ে গিযান পাই এডামুৰি দি ইফালে সিফালে চাইছে। মূৰৰ পৰা ভৰিলৈকে সৰ্ব্বশৰীৰ উখহি আছে—এডামুৰি দিওঁতেও কষ্ট পাই কেঁকাবলৈ ধৰিলে। বঙালটোৱে চোলাৰ মোনাৰ পৰা কনমান আপীমৰ বডি এটা উলিযাই পানীত গুলি তাক খুৱাই দিলে। সি জানিবা কেঁকাবলৈ এৰি কলমটিয়াবলৈ ধৰিলে। পিছে এতিযা যাওঁ কলৈ ? মই বোলো মৰঙ্গিযে চাগৈ ইতিমধ্যে বাহা বান্ধিছেহি তালৈকে যাওঁহক—গজপুৰলৈ ভটিযাই কাম নাই। ৰূপাইক মোৰ ঘোঁৰাতে আগত বহুৱাই এহাতে গবামাৰি ধৰি ঘোঁৰাত উঠিলো, আনটো ঘোঁৰাত বঙাল উঠিল। বাটত গৈ থাকোতে বঙালটোৱে বোলে, 'তুৰবীক মোহৰ আৰু আপীম্ দি ইযাক উলিযাই আনিলো—গুৰ্ গুৰীত তামাখু লগাবলৈ বান্দা এটা লাগে বুলি। ঘাই তুৰবীত, কাফেৰ মৰিল, গোৰ দিবলৈ নিওঁ বুলি পাৰ কৰিলো। পিছে খোদাৰ দৰবাৰত পাপ

কৰিছো—নিমখ খাই নিমখ হাৰামী কৰিছো।' এইবুলি নৰ্বাৰৰ তুলাপাত-চোখৰ মোৰ হাতত দি ক'লে, 'মোৰ জবান ৰাখিলো, ভহুতৰ জেনা মৰিল। এতিয়া তই ভহুতৰ বাট ধৰ, মোক এৰি দে। খোদাই কৰিলে আকৌ দেখা হব। মই পিছে লঢাইত নানামো—ফকীৰ হৈ বাকী দিনকেইটা পাহাৰে-পৰ্বতে কটাম।' এইবুলি মোৰ উত্তৰলৈ অপেক্ষা নকৰি বিশ্বাশবদ্ধে ঘোঁৰা চেকুৰাই গলগৈ। মযে ৰূপাযে বিনামেঘে বজ্ৰপাত পৰা মানুহৰ দৰে হৈ ঘোঁৰাৰ পিঠিতে একেঠাইতে বহি থাকিলো।

হাবিৰ মাজে মাজে লুইতৰ ফালে আমি দুয়োটা আগবাঢ়ি গৈ আছো—অৰ্থাৎ মই ঘোঁৰাৰ লেকাম ধৰি ঘোঁৰা চলাইছো আৰু ৰূপাই মোৰ আগত বহি ঢেলকুচিয়াই আছে—গিয়ান নাই, তাকো এহাতে সাৰটি ধৰিবলগীয়া হৈছে। এন্ধাৰত হাবিতলীয়া বাট বেছি ওখোৰা-মোখোৰা হয়, ঘোঁৰাই এবাৰ উজুটিযায়, এবাৰ তুপিযায়। হঠাতে দেখোন ওপৰৰ গছ এজোপাৰ ডালৰ পৰা নগাজোঁক সৰাদি দুটা মানুহ লুটুপ লুটুপকৈ মোৰ গাৰ ওপৰতে সৰি পৰি মোক জপটিযাই ধৰিলে আৰু ঘোঁৰাৰ পিঠিতে ৰূপাইকো মোকো একেলগে মেৰাই বান্ধি পেলালে। মুখতো কাপোৰ এসোপা দি ডাটিযে-গোঁফে সামৰি বান্ধিলে। মোৰ হাত দুযোখন বন্দী, এহাতে লেকাম এহাতে ৰূপাইক সাৰটি ধৰি আছো, হাত-ভৰি এটা লৰাই যে কনমান বাধা দিম তাৰো সময় সুবিধা নেপালো—হেংদান হিলৈ উলিওৱাতো দূৰৰ কথা। মাত এষাৰো মাতিবৰ উপায নাই, এন্ধাৰে-মুধাৰে এইবোৰ কি ঘটিছে তাৰো তৎ ধৰিব পৰা নাই—ভাবিলো বোলো এনে অৱস্থাত পৰিলে বেছি তৰ্ জৰ্ নকৰাই মঙ্গল।

পোছাক দেখি বুজিলো মানুহ দুটা আমাৰ বগুৰা—এটাই ঘোঁৰাৰ লেকামত ধৰি আগে আগে গল, আনটো পাছে পাছে আহিল। যাই যাই বাটটো এৰি হাবিৰ লোঙ্ ধৰি অলপ দূৰ সিহঁত গছপাতৰ পৰলি এখনৰ কাষতে থেমিল, পৰলিৰ তলতে কেইবাটাও মানুহ ঠিয়হৈ আছিল—এইবাৰ আৰু কেইটামান মানুহ গোট খালেহি আৰু কেউজনে মিলি আমাৰ বান্ধ কাটি ঘোঁৰাৰ পৰা নমাই বেঢ়ি ধৰিলে। আমাৰ সাজ দেখি সিহঁতে টেলুকা-টেলুকি কৰিছিল দেই—ৰূপাইৰ গাত অসমীয়া বগুৰাৰ সাজ,

মোৰ মুখ ডাঢ়িয়ে-গোঁফে ভোবোকাৰ, মূৰত পাগুৰি, গাত বঙালৰ পোছাক। ইতিমধ্যে জানিবা হাতত জোৰ এটাৰ লৈ মানুহ এটা আহি মোৰ মুখৰ বান্ধ খুলি দিলে—লগে লগে ডাঢ়িয়ে-গোঁফে সোপাই খহি পৰিল। খানিক নিলগতে মৰণ্ডি ঠিয় দি আছিল—বৰকৈ হাঁহি বোলে ; 'সভায়ে টিকলিয়ে এই শেহ নিশাখন ভাল বঙাল ধৰিলিহক। এইটো দেখোন নদাই।'

তেতিয়াহে বোপাইহঁত, হাঁহিৰ জাউৰি উঠিল। ৰূপাইৰ তেতিয়াও গিয়ান ঘূৰা নাই—আপীমৰ ৰাগীত লালকাল দি আছে চাগৈ। তাক মাচাঙতে পোনকৈ শুৱাই গায়ে-মুখে পানী ছটিয়াই দিলে। ঘা-ফোঁহুৰ-বোৰতো বনদৰৱ দি বান্ধিলে। মৰণ্ডিয়ে মোক মাতিনি বা-বতৰা, উন্নাদিহ সকলো ললে—মই সকলো বিবৰি কৈ তুলাপাতডোখৰ উলিয়াই দিলত বঙালটোক মাতি তাকো পঢ়ালে, বোলে ছগুাল খাঁই লিখছে যে টীয়কৰ পৰা তেওঁ এক কদমো লৰিবলৈ মাস্তি নহয়। তেওঁ সহায় খুজিলতহে বৰসেনাপতিক নবাবে ভেজিছে—এতেকে বৰসেনাপতিহে আহি তেওঁৰে মিলিব লাগে আৰু সলা-পৰামৰ্শ লব লাগে। তাকে নকৰি লুইতৰ বালিত ভোজভাত খাই বহি থাকিলে কাফেৰে আসৈ পাব। তথাপি তেওঁৰ যি খুচি কৰক।' পত্ৰ শুনি মৰণ্ডিয়ে হাঁহি এটি মাৰি বোলে, 'বটিযা হৈছে। এতিয়া এই পত্ৰ মুৰাদৰ তামীঘৰাত পহুছাব লাগে—তালৈ বা কাক পঠিওৱা যায়। এটা বঙাল ভাগিলেই, ইটোৱে এনে সময়ত হাত এৰি হেতালি খেলিব নোৱাৰি।'

তেতিয়া পুবেৰুণ দিছিল। ঘোৰ অগাইধনি হাবিৰ মাজত পুৱতি হোৱা তোমালোকে দেখিছানে নাই কব নোৱাৰো। বাছাহত, সি এক অপূৰ্ব দৃশ্য। গছে গছে কপৌফুল, ভাটৌফুল ফুলিল, সুগন্ধি মলয়া বলিল—সূৰ্যোদয়ৰ লগে লগে অটব্য অৰণ্য গুচি গোটেইখন নিমিষতে স্বৰ্গপুৰী হল। অলপ দূৰত হাযৈ-বিযৈ শুনি ডিঙিমেলি চাই দেখো তিনিজনা ডেকেৰুৱা বীৰপুৰুষে আৰু এটা বঙালক বান্ধি-কুন্ধি আনি থিয় কৰিছেহি। মৰণ্ডিক বোলো, 'ভয় নাই—এইবাৰ সঁচাসঁচি বঙালক ধৰিছে। ভালকৈ সোধপোচ্ কৰক।

কাকতৰ অৰ্থ লিখি শলাবৰ গোছাইক দিবলৈ বুলি কটকীৰ হাতত

পঠোৱা হল, মুখে মুখে বিশদকৈ বিৱৰিও কৈ পঠালে। দুপৰবেলা অগণ্ড্যা ইটো বঙালকে বুজাইবঢাই ভাৰ হাতত কাকত দি মুৰাদৰ থানালৈ ভেজিলে; বোলে, 'কাকত দি তৎকালে গুচি আহিবি'

সেইদিনা দিনটো তেনেকৈয়ে গল, মাজতে কোনোবাই বতৰা দিলেহি বোলে অনাই-বনাই ফুৰা দুই-চাৰি বঙালক দগা ধৰি গজপুৰলৈকে ভেজাইছে, দুই-এটাই বেছি ইছাটি বিছাটি কৰি কটাও গৈছে। আবেলিলৈ লুইতৰ বালিৰ পৰা পৰীয়া আহি জনালে বোলে বঙাল তামীঘৰা উঠাই পুনৰ মাৰনাও বান্ধিছে। মৰঙিয়ে মযে মহা চিন্তাত পৰিলো। ইফালে তেতিয়ালৈকে আমি পঠিওৱা বঙালটোও ঘূৰি অহা নাই—অৱশ্যে সি ঠিকেঠিকেই গৈ পাইছে বুলি পৰীয়াই বতৰা দিছেহি—তথাপি সি ঘূৰি আহিলে দুই-চাৰি কথা সুধিম বুলি পাঙি আছিলো, তাকেহে আশাত নিৰাশা হল। যাহওঁক, বঙালে তামীঘৰা উঠাই যাবলৈহে আটিমুটি কৰিছে বুলি থামুন আৰু শল্লাবৰলৈ তৎকাল বতৰা পাঠোৱা হল। গধূলাপৰলৈ বঙালে থানা তুলি ভটিয়ালে, আমিও তাত বহিথকাৰ কোনো সকাম নেদেখি লোকজন সহিত তৰবাটে গজপুৰলৈ বুলি ৰাওনা হলো।

ৰাতি এপৰত গৈ থামুনৰ বাহাতে শলাবৰ গোহাইকো পালো। আমাক দেখি বোলে, 'এৰা, তাকেহে বোলে তৰে খৰ, নাৱে লোহম। বঙাল অথনো মাজবাট পাযহিনে নৌ, তহঁত পালিহিযেই। পিছে বঙালটো ঘূৰি আহিলনে নাই?' মই বোলো, 'নাই অহা।' বোলে, 'নাহে। পিছে বঙালৰ এটা গুণ, আমাৰ ভোৰৰ গতেৰে হাৰামখোৰ নকাৰে। গতিকে একো ভয় নাই। আজি ৰাতিয়েই মাজলুইতত বঙালক ধৰা হব, তিনি দিকৰ পৰা। ইতিমধ্যে আমাৰ নাও-নাওৰা উজাই গৈ ঘাইস্মৃতিৰ উত্তৰ পাৰে খাপ দি আছে। এতিযা আমিও যাওঁহক, থামুনে ধৰিব পূবে উজাই, মৰঙিয়ে ধৰিবি পশ্চিমে ভটিয়াই, তিনিওফালৰপৰা একেলগে। তাকে বঙালে ভটিযাই ককিলা পাহাৰৰ নাম পাবহি ৰাতি তেপৰমানত। ককিলালৈ লোক পঠিযাইছো—সেই পাহাৰৰ টিং আমাৰ তিনিউটা ঘাটিৰ পৰা দেখিব, তাতে আমাৰ লোকে শুকান খৰিৰে মে-জি সাজি থাকিব, বঙাল কাষ চাপিলেই তাত জুই দিব। ককিলাৰ টিঙত জুই দেখিলে বঙালক

মাজ লুইতওে ভিনিউ থেদি ধৰিবি—সেইখিনিতে দখিণে পাহাৰৰ গা থিয়, লুইতো ঠেক সোঁতো প্ৰবল। জপটিয়াই ধৰিলে কাম সিজিব—বঙালে ভুৰিমুৰি কৰিব নোৱাৰে, চম্ভালিবও নোৱাৰে।' মই ৰোলো, 'ককিলায় পাহাৰলৈ দুইক্ৰোশ বাট, কাক বা পঠালে?' বোলে, 'শুকুলাকে লঠাইকে।' মানুহ দুটা আগৰ চিনিজানি নেপাওঁ, কাৰ্য্যটিযে বৰ সহজ নহয়, ডাকো কওঁতেই বুজা গৈছে—সিবাই আহঁাতে ককিলাৰ নামত টীয়কৰ পৰাই লেথাৰি নিছিগা থানাদাৰ ফৌজ দেখি আহিছো—মনটো কিবা খুট্‌খুটাই উঠিল। মুখফুটাই বোলে, 'এইটি বৰ জৰুৰী কাম, বাটত পদে পদে কণা বিধি। সিবোৰ গৈছে যাওঁক, ডাঙৰীয়াই যদি মোকো আজ্ঞা কৰে যাব পাৰো। সেইপোনে বঙালৰো ছাউনী আছে।' শলাবৰে বোলে, 'ভাল মানুহ নেপাইহে সিহঁতক পঠালো—তই গলে ভালেই, একপ্ৰকাৰ নিচিন্ত হওঁ।'

আজ্ঞা হলত ততালিকে পুনৰ ঘোঁৰাত উঠিলো, বোপাইঁত, ৰাজ্যৰ এই দুৰ্দ্দিনত ভাগৰ লাগিবৰো আহৰি নাই, জিৰণি লবলৈকো আহৰি নাই। কঁকালত তৰোৱাল, হাতত হিলৈ—ঠেঙৰ তলত পখীৰাজ ঘোঁৰা—এই নদাইৰ নিমিত্তে দিনেই বা কি, ৰাতিয়েই বা কি? ৰাতি এপৰত ককিলা পাহাৰৰ নাম পাই থেনেক থেমিলো—লুইতৰ গাতে গা ঘঁহাই অকলশৰীয়া টিলা পাহাৰ, ওপৰলৈ ঘোঁৰা নুঠে, বাটকুৰি বাই বগাব লাগিব। তলত শিলনি, তাৰ তে বৰ-সৰু গছ-গছনি, ওপৰলৈ টকলা, গা-ঢাকিবলৈকো গছবন এডাল নাই। কেনেকৈ যাওঁ, কি কৰো তাকে ভাবি ইফালে সিফালে চাওঁতে খানিক দূৰত হঠাৎ পোহৰহেন দেখি উচপ্‌খাই উঠিলো। গছৰ মূঢ়া এটাতে ঘোঁৰাটো বান্ধি নতুন চোৰৰ দৰে এখুজি-দুখুজিকৈ ওচৰ চাপি দেখো বঙাল চাৰিটা, ঠেং-ভৰি মেলি বহিলৈ জুই পুৰাইছে। বুজিলো ওচৰে-পাঁজৰে আৰো নিশ্চয় অনেক আছে। পানীত গোটেইখন তল যাওঁতে দুদিন পাহাৰৰ ওপৰত আছিল, এতিয়া পানী শুকালত চাগৈ তললৈ নামিছে। আজ্ঞা হলে বাচি বিচাৰি পাইছেদেই—গোটেই অঞ্চলটোত মাত্ৰ সেইটো এটা টিলা—তাৰ টিঙত উঠিলে প্ৰলয় বানেও ঢুকি নেপায়; কেউপিনে নজৰো ৰাখিব পাৰি, শত্ৰুকে ঠেকাই ৰাখিবলৈ সুচল।

গাৰ ভিতৰেই কাষতে শিলগুটি বাগৰা যেন শুনি ঘূৰি চাই দেখিলো মোৰ গাতে গা লগাই ঠিয় হৈ আছে—আৰু কোন হ'ব? আমাৰ সেই জাগিযোৱা বঙালটো। সি মোক দগা দিব খুজিছিল হ'বপায়, তৰোৱালৰ আগত থেমালো। ফুচ্‌ফুচাই বোলো, 'মই নদাই, চিনি পাইছ?' সি মূৰ ডুপিয়ালে। তাক হাতত ধৰি কিছু দূৰৈলৈ লৈ গৈ বোলো, 'কি কথা বতৰা?' সি বোলে, 'অসমীয়া বণুৱা পাইক দুটাক খেনেক আগেয়ে ধৰি নিছে।' বোলো, 'কোন? শুকুলা আৰু লঠাই নেকি?' বোলে, 'চিনিও নেপাওঁ, নামো নেজানো। ওপৰলৈ উঠাৰ বাট বিচাৰি পকাই ফুৰোতে দেখাপাই দুয়াকে ধৰি নিলে—ছাউনীত ৰাখিছেগৈ।' আৰু বোলে, 'ইয়াত এতিয়া এটা পূৰা পল্টন বহি আছে—ওপৰত খাৰঘৰ পাতিছে। নামনিত দুই-চাৰিটা পহৰীয়া ৰহে; তাকে আজি কেইবাদিনো আছেহি—গজপুৰত খুন্দা মাৰিলে ইয়াতে ভেজা লব লাগিবতো।' বোলো, 'পহৰীয়া চাৰিউফালে আছে নেকি?' বোলে, 'দখিণে-পশ্চিমে আছে। উত্তৰ পাৰে পাহাৰ ঠিয, তাত পহৰা নাই।'

মই বোলে, 'তোৰ সাজ-পোছাক ভাল, তয়ে পোনবাটে খটখটি বগাই ছাউনীলৈ যা। ইহঁত দুটাক মাৰিলেনেকি চাবি। মৰিল যদি পাহাৰ টিঙতে মেজি এটা কৰি ৰাতি পুউৱাৰ আগতে পুৰিবি। জীযাই আছে যদি জ্বলা জুইত পেলাই মাৰিবলৈ বুদ্ধি দিবি—মোক মুঠাত পাহাৰৰ টিঙত মে-জি এটা লাগে। তলত গন্ধক আৰু খাৰ দিবি—ওপৰত শুকান কাঠ। ৰাতি তিনিপৰত মুৰাদৰ নাও এই পোন পালেহি মেজিটো জ্বলাই দিব লাগে।' সি বোলে, 'খাৰ-বাৰুদ ওলাব—মে-জি সাজিবও পাৰিম। পিছে জ্বলাবি কেনেকৈ?' মই বোলো, 'পিঠিত কাফ'াই আছে, হাত হিলৈও আছে, সেইটো দাযিত্ব মোৰ। মাথোন—হাতত সময বৰ কম, সোনকালে কিবা এটা কৰ।' সি গলগৈ।

মাযো পোনবাটে উত্তৰ-পূব ফালৰ পৰা জঙ্গলৰ মাজে মাজে টিলাৰ ওপৰলৈ উঠিছিলো দেই—গৰাহেন ঠিয পাহাৰ, দুখোজ উঠিলে এখোজ পিছলে। কিছুদূৰ উঠাৰ পাছত গছবন নোহোৱা টকলা পাহাৰ ওলাল—গা ঢাকি উঠিব নোৱাৰি। পেটে চুঁচৰি বগুৱা বাযো কিছু উঠিলো—তেজে ঘামে সৰ্ব্বশৰীৰ ভিজিল, মূৰত পিছে তেতিযা হুঁচ্‌ নাই। চকুৰ আগত

জবাজবে সৰিয়হ ফুল ফুলিছে—তাৰ মাজতে এবাৰ দেখিলো মোৰ সোঁহাতে কিছো দূৰত হিলৈধাৰী চন্তৰী, সিফালে সমান মাটি। বুজিলো টিলাৰ ওপৰ পালোহি। মে-জি বা কোন ফালে আছে বুলি সেই অৱস্থাতে ইফালে সিফালে চালো। বাওঁহাতে এটা ডামীঘৰা—তাৰ চৌদিশে পল্টন শুই আছে—মে-জি পিছে নেদেখিলো দেই, এন্ধাৰত ভালকৈ মনিবও নোৱাৰি। এনে পৰতে দূৰৈত লুইতৰ বুকুত চকু পৰি মোৰ কলিজা বন্ধ হৈ গল বোপাইহঁত, মই থক্থক্কৈ কঁপিবলৈ ধৰিলো।

লুইতৰ বুকুত আকৌ হেজাৰ বন্তি টিমিকি টিমিকি জ্বলিছে। ভটিয়নী সোঁতৰ নাও তীৰবেগে চলিছে, ৰাতি তিনিপৰ হোৱালৈ নৰলেই। আৰু খন্তেকতে ককিলা পাহাৰ চোৱে চোৱে—আৰু মই নদায়ে ইযাত অকামিলা হৈ পৰি আছো। ধিক্ ধিক্। বঙাল বা মেজি ক'ত পাতিলে তাৰো উমান নেপালো, হাতত সময়ো নাই। কপালত যি আছে হব বুলি একেলৰেই টিলাটোৰ ওপৰেদি গৈ সোঁহাতে খাৰঘৰলৈ পোনালো। পহৰীটোৱে ততকে ধৰিব নোৱাৰিলেনে কলমটিযাই আছিল কব নোৱাৰো—সি দেখোন একে ঠাইতে খাৰঘৰৰ ঘাই দুৱৰিৰ পৰা অলপ দূৰৈত লুইতৰ ফালে মুখ কৰি ঠিয় হৈ থাকিল।

কাঠৰ খাৰঘৰৰ দুৱাৰ খোলা আছিল। মই চন্তৰীটোৰ পাছ ফালেদি পাৰ হবলৈ বুলি হাতত সাৰে ভৰিত সাৰে আগবাঢ়িলো, সি মম নকৰা যেন দেখি সাহো বাঢ়িল। এইদৰে এখুজি-দুখুজিকৈ গৈ চন্তৰীটোৰ পিছ পাইছোগৈ আৰু, এনেতে সি হঠাৎ ঘপ্ কৰে ঘূৰিল আৰু মোৰ ফালে হিলৈ টন্ কৰি এখোজ এখোজকৈ মোৰ ফালে আগবাঢ়িল।

মোৰ কলখোৱা ধাতু যাওঁ যাওঁ, হিলৈৰ আগেৰে ঠেলি ঠেলি নি সি বঙালে মোক টিলাটোৰ দাঁতি পোৱালেগৈ। ঘটনাটো ইমান হঠাতে ঘটিল যে মই হেংদানৰ মুঠিত হাত দিবলৈকো সময় নেপালো। আৰু এখোজ দিলেই গৰাটোত পিছলি পৰো এতিয়া—মই ঠাইতে আঠুকাঢ়ি বহি পৰি কঁপিবলৈ ধৰিলো—এইহেন শ'লঠেক, এইবাৰ নদাইৰ কপালত নিৰ্ঘাত মৰণ। লুইতৰ বুকুত বঙাল, ককিলাৰ টিলাত মই—ওপৰলৈ চকু পৰি দেখিলো মাজ আকাশত কালপুৰুষ জ্বলিছে। মনলৈ আশা আছিল বোপাইহঁত—ঘোৰ

বিপদত পৰি যেতিয়াই সেইজন দেৱতালৈ মনত পেলাইছো, তেওঁ সকলোৰ আপদৰ পৰা উদ্ধাৰ কৰিছে। এইবাৰ হওঁতে আশাৰ কোনো থল নাই— তথাপি—।

কিনো আচৰিত কথা, বঙাল চন্তৰীটোৱে দেখোন মোক তাতে এৰি থৈ চাৰিখোজ মান আগবাঢ়ি গল। তাতে আঠুকাঢ়ি বহি ছুডোখৰ হৰপায় টিঙিৰি চোলাৰ মোনাৰ পৰা উলিযাই বনকুকুৰাৰ দৰে আঙুলিৰে মাটিত আঁচোৰ কেইটামান মাৰিলে। এডাল শলিতাৰ আগ যেন দেখিলো—তাতে জুই দিলে। শলিতাৰ মূৰটো ভৰ্‌ভৰাই জ্বলিলত সি লৰমাৰি আহি মোক ঠেলামাৰি বগৰাইদি নিজেও হুৰহুৰকৈ নামি আহিল। তাৰ পিছত আৰু কি হল কব নোৱাৰো বোপাইহঁত, মোৰ গিয়ান হেৰাল।

গিযান যেতিয়া ঘূৰাই পালো তেতিযা বেলি উঠিছিল। গছৰ শিপা এডালত লাগি ওলমি আছিলো—ওপৰে-তলে ঠিয় পাহাৰ। গোটেই শৰীৰত ঘা—সেইবোৰেদি তেজ বৈ আছিল, ঠাযে ঠাযে তেজ গোট মাৰিছিল। সৰ্ব্বাঙ্গত বিষ, ভৰি-হাতবোৰ উখহিছিল। গাটো দুৰ্ব্বল দুৰ্ব্বল লাগিছিল, মূৰটো শিলহেন গধুৰ হৈছিল। তথাপি ক'ত আছো কি কথা চাবলৈ বুলি মূৰটো ডাঙি কোনোৰকম চাই দেখিলো আমাৰ পলৰীযা বঙালটো মৰি মোৰ মূৰশিতানতে পৰি আছে—গাত বঙাল চন্তৰীৰ পোছাক—ইযেই যে কালি ৰাতি বঙালৰ খাৰঘৰত পহৰা দি আছিল তাকো বুজিবলৈ বাকী নেথাকিল . সেই একে পোছাক, একে পাগুৰি। হাত-ভৰিবোৰ চুই চালো, শিল হেন চেঁচা। তাক তাতে এৰি বগুৱা বাই চুচৰি নামি আহিলো—এনেযে ঠিয পাহাৰত খোপনি নৰয, তাতে খোজটো দিবলৈকো গাত শকতি নাই। এনে পৰতে তলত জয়ঢাকৰ শবদ শুনিলো, বৈ বৈ বজোৱা আমাৰ অসমীযা ঢাক , আমাৰ ৰণুৱাই ৰণচালি ধৰা বাজনা। গছৰ ঠানি এটা ভাঙি তাতে মোৰ বগা টঙালিডাল বান্ধি বৰকৈ জোকাৰিলো। সিহঁতৰ চকু পৰিল দেই, তিনিটা ৰণুৱা দেখোন পাহাৰ বগাই উঠি আহিল , ধৰি-মেলি চাংদোলা কৰি নি মোক পাহাৰৰ নাম পোৱালেগৈ।

পাছত কোৱা-বখনাহে শুনিলো বোলে কৰিলাৰ টিঙত জুই ঠিক থেনতে জ্বলিল , বোমা-বাৰুদ ফুটিল, পাহাৰৰ ওপৰত প্ৰলয কাণ্ড হল ; লগে লগে

লুইতৰ ঠেকতে বঙালৰ ওপৰত জপটিয়াই পৰি আমাৰ ৰণুৱাই তিনিফালৰ পৰা ধৰিলে। বঙাল গোটেই ছেদেলি-ভেদেলি হল, আমাৰ ৰণুৱাই কচুকটা দিলে। অলেখ নাও-নাওৰা আৰু দুশমান বঙাল বন্দী আমাৰ হাতত পৰিল। বহুতো পানীত ডুবি মৰিল, সেইবোৰ লুইতে উটাই নিলে। আমাৰ ৰণুৱাই ৰণ জিনি বামলৈ উঠা দেখি টিলাৰ ওপৰত বঙালৰ পল্টনো পলাল. খাৰঘৰ জ্বলিলত সিহঁতৰ এনেযে ঠেক ছিগিছিল। পাছতহে লখৌৰ কাণত থকা আমাৰ চৰীয়াই জনাইছিলহি বোলে সেইদিনা পুৱা লুইতৰ পানী তেজেৰে ৰঙা ৰাঙলী হৈ বৈছিল, ওপঙি অহা বঙালৰ মৰা-শাবাৰৰ ওপৰেদি খোজকাটি লুকাই ইপাৰ সিপাৰ হব পৰা হৈছিল, হেজাৰ-বিজাৰ শগুণে পানীৰ বুকুত খেলিছিল, পাৰত দিনতে শিয়ালে হোৱা দিছিল। শ-বোৰ গেলি-পচি লুইতৰ পানী বিহ হৈছিল, তাকে খাই লখৌত থিতাপি লোৱা হেজাৰো বঙাল মহামাৰীত মৰিল।

মনতে এটা দুখ থাকিল বোপাইহঁত, সেই বঙালটোক নিয়মমতে কবৰ দিবলৈ নহল। তাৰ কথা কাকো কবলৈকো নহল। সবাৱে ভাবিলে বঙালৰ খাৰঘৰ মযেহে জ্বলালো—আচল সত্যটো আজিহে কলো বাছাহঁত। সি বঙালৰ যশস্যা-খিযাতিও নৰল, কাজ-কামো নহল, পিছে জাতিদ্ৰোহীৰ তেনে হযেই—দুখ কৰিবলৈ একো নাই।

সেইবছৰ আগবাৰিষা পৰিল—বহাগ-জেঠ মাহতে কেউফালে দোকোল-টকা পানী হল, মোগলৰ কোঠত এবুকু এডিঙি পানী। যেনিয়েই চকু যায় তেনিযেই পানী, খাল-বাম সমান হল, মাথোন পাহাৰৰ টিলাবোৰ ওলাই থাকিল। তেতিয়াহে বঙালে অসমৰ বাৰিষাৰ কৈঁচাইখাতী ৰূপ দেখিলে দেই. জ্বৰ, জহনী গ্ৰহণী মহামাৰী আহিল, চলাচলৰ বাটপথ নাই, এখোজ চলিবলৈকো নাও-ভুৰ লাগে, আকাল হল, ৰচদপাতিৰ অভাৱ, ধানৰ ভঁড়াল, গোলাগঞ্জ যি আছিল আমাৰ পিছুউৱা ৰণুৱাই পুৰি থৈ গল। আনহাতে বঙালৰ কোঠ-বোৰৰ চৌদিশে আমাৰ ৰণুৱাই বেঢ়ি আছিল—এনেযে বহিগুই থাকে, বঙাল

মাজলৈ ওলালেই ধৰি কাটে। বঙাল ওলাবও নোৱাৰে, নোমাবও নোৱাৰে, আপৰাচ্ৰিবও নোৱাৰে, পিছুহুহকিবও নোৱাৰে—এনেহেন বিলাইত ভুগিলে। অলেখ বঙাল মৰিল, অলেখ জীয়াতু হল; বলো টুটিল। আমাৰ লোকজনবো বিলৈ-বিপত্তি কম হোৱা নাছিল দেই—পিছে আমি থানিত সিবোলাক বিথানিত। আমাৰবোৰে তেও ওলাই সোমাই ফুৰিছিল; ঢাকাৰ পৰা অহা সিবোলাকৰ ৰচদপাতি ডকা দি লুটিছিল। পিছে ত'ত ঢাকাতো বোলে বানপানী আকাল; মুঠতে বঙালৰ মহা বিপৰ্যয় ঘটিল।

মাসেক গজপুৰতে ৰলো। দূত-কটকীও নাই, বা-বতৰাও নাই। তাতে মাজে-মধ্যে দুই-এটা বঙাল ধৰি-কাটি দিন বঞ্চি আছো আৰু। মাজতে এদিন শুনিলো বোলে সৰ্গদেউ তেজিনামৰূপৰ পাহাৰ পালেগৈ—গতিকে সেইফালৰ পৰাও নিচিন্ত হলো। ইতোমধ্যে ফুটুকাতলিত বাদুলি আছিল, বঙালক ৰুখিব নোৱাৰি ভাগি চাৰিওলৈ গল। তাৰ পিছত ৰাজমন্ত্ৰী ফুকনেৰে মনান্তৰ হৈ শিলিখাগুৰিত বঙালকো ৰবিলেগৈ। বঙালেও তাক ডেকাৰজা পাতি পাঙ্কীত তুলিলে। এতেমান বিপৰ্যয়ৰ মাজতো বঙাল তস্থি আছে নেযায় দেখি পিছে আমাৰ বহু লোকৰো মন পৰিল। ক্ৰমে ক্ৰমে হৰিডেকাৰ পুতেক, ৰঘুনাথ, উদ্ধৱচুৰবীয়া এইসবেও পাঙ্কীত উঠি ডাঙৰীয়া হোৱাৰ আশাত বঙালৰ ৰুটিপিঠা খালে।

সেইবেলা থামুনে বোলে, 'আমাৰো মানুহ অনেকে বঙালত ৰবে, তেনেহলে বাঁহগড়ীয়া বুঢ়াগোহাইৰ কথা নিসিজিব—এনেকৈ পানীযে-বোকাই হাৰাশাস্তি হৈ বঙালো ইযাতে বহি থাকিব, আমিবোৰো এনেকৈ ডলাৰ ৰগৰীৰ দৰে আজি অ'ত কালি ত'ত কৰি থিতাপি নোহোৱাকৈ থাকিম। তাৰ পিছত বতৰ ফৰকাল হলে বঙালে আকৌ ঘূৰি ধৰিব, তেতিযা পলাবলৈকো বাট বিচাৰি নেপাম। এনেয়ে সিহঁতৰ জোৰ বেছি, তাতে আমাৰ ঘৰ-শত্ৰুবোৰে সিহঁতৰ লগ লৈছে নহয়। এনে সময়ত সৰ্গদেৱে কি বিচাৰ বিবেচনা কৰিছে তাৰো ভু নেপাওঁ। তই তেজিনামৰূপলৈকে যা—আৰু এমাহ পাৰহৈ ভাদ সোমালে বঙালক ভেটি ৰখা টান হব—। সৰ্গদেৱত বুজাই কৰিগৈ—যি হয় এতিয়াই কৰিব লাগে।'

পানীছুনিৰ মাজে মাজে বঙালৰ পৰাও গা বচাই অশেষ কষ্ট সহি তিনি

দিনৰ মূৰত মৰঙিয়েদি তেজিনামৰূপ পালোগৈ। জীউটো হাঁচটিত মঙ্কা, কলিজা শুকাই টুটুবীয়া যাৰিলে। প্ৰথমতে দেখি সৰ্গদেৱে চিনিকে নেপালে— বোলে, 'তোৰনো এনে অ'স্থা হলনে? বাক, মৰ ভাগ্যে বাচিয়ে আছিলি।' সকলো বিৰৰি কোৱাত খেদকৰি বোলে, 'ৰাজমন্ত্ৰী ফুকন আৰু বুঢ়াগোহাইক কথাপাতি তাকেহে গুণি-গাঁঠি আছো। আমাৰ সকল লোকজন ভা-ডাঙৰীয়াই আহোমৰ লোণ তিতা পাই বঙালত মিলিলগৈ। কাকনো দূষিম? বজাটো হৈ পলাই ফুৰিছো—বিষযাৰ ওপৰত আজ্ঞা ৰজাম কিৰূপে? সিহঁতক বঁটা-বাহন দিব পৰা নাই, আগলৈ পাছলৈ আশাৰ থলো মৰিমূৰ হল। বাহুলি-হঁতৰ কথা শুনিছ হবলা? এই দুৰ্যোগৰ মাজতো বঙালে হেঁচা দি আমাৰ সেনাপতিবোৰক হোঁহকাইছে। হয় কেঁৰে মন দি ৰণ নকৰে, নহয় আমাৰ চাউলেই উকলিল—তাকেহে ধুজিছো।'

গধূলাপৰত বজাশহুৰ আৰু বাঁহগৰীয়া বুঢ়াগোহাইদেৱ আহিলত সৰ্গদেৱে বোলে এনে কথা এনে বতৰা। তাতে ৰাজমন্ত্ৰীয়ে বোলে, 'সেনাপতিবোৰে মনকাণ দি ৰণ নকৰা কথাটো সেই মন্‌থিৰক গুৱাহাটালৈ ভেজোৱাৰ পৰা হল। তাতে সেই নিমিত্তেহে আমাৰ পৰিল। পাণ্ডু শৰাইত বঙালৰ গালৈ কাণ্ড-কাঠী এটাও মাৰোতা নোলাল—সকলোৱে ভিৰাই ধৰি পলালহে।' সৰ্গদেৱে বোলে, 'কিনো কৰিম। সিয়েহে পাৰো বুলিলে, বাকী আপোন বঙহবোৰে ভাগজোগ কৰি খালেহে।' বজাশহুৰে বোলে, 'সেই অনা ডে'লে। এতিয়া কালনেমীয়ে ৰাৱণ মৰিবলৈ দিন গণি লঙ্কা ভাগ কৰি আছে বকতাত। যোঁট কৰিছে বাহুলিৰেহে। আগতেওঁ মিত্ৰতা কৰো বুলি কটকী ভেজাইছিল— এতিয়াও শুনো বোলে নন্দাক হৰিগতিকে পুনৰ বঙালৰ গাৰৈ ভেজাইছে মিলো বুলি।' সৰ্গদেৱে বোলে, 'মন্‌থিৰে তেনে কৰিব, ইকথা বিশ্বাসযোগ্য নহয়।' বজাশহুৰে বোলে, 'হয় নহয় পৰখ কৰি চাওঁক। এতিয়া সঁজাতী আহিছে, বেছি দূৰ বাটো নহয়, সৌৱাহে বকতা। ভেজাই কথাৰ পৰিমাণ আনিলেই হল।' সৰ্গদেৱে বোলে, 'যা—। যদি সঁচা হয় মোত কৰিহি; যদি মিছা হয় নাওকে জুলিয়াবি। মই বলিয়া হবলৈ আৰু বেছিদিন নাই।' বুঢ়াগোহায়ে একো নেমাতিলে, মূৰে-কপালে হাত দি বহিহে থাকিল।

সেইমতে গৈ নগাবাটেদি বকতা পালোগৈ। তাত তেতিয়া দিন নাই

বঙালেৰে যেই যেই যুঁজ। ভগুৱা বৰুৱাক লগ ধৰিলো—ৰণথলীত আছিল ; শুকাই-খীনাই অটব চেলাই, দেখিলে চকুলো ওলায়। বোলে, 'বঙালক কোনোপধ্যে ৰুখিব পৰা নাই—ইয়াতো আমাক ভাঙবহে। তাকে সৰ্গদেৱত বতৰা দিবিগৈ। আৰো কেইদিন টিকি থাকিব পাৰো ঠিক নাই—ত'ত সাৱধান হৈ ৰব লাগে।' বোলো, 'বঙাললৈ যেন কটকী ভেজাইছিল তাৰ কি হল ?' বোলে, 'এৰা, সৰ্গদেৱৰ আজ্ঞাৰে বাঘজাপক পঠাইছিলো, পিছে ডেকাৰজাৰ মন্ত্ৰণা শুনি নবাবে ঘূৰাইহে পঠালে। হিতে বিপৰীত হল—তাৰ পাছৰ পৰাই বঙালৰ হেঁচা বাঢ়িল , আমাকহে হীনবল বুলি ঠাৱৰ কৰিলে। সেয়ে যে আৰম্ভ হল, তযাময়া ৰণ এতিয়াও চলিতেই আছে।' সেইদিনাই ৰাতিলৈ বৰুতাৰ পৰা ঘূৰি পাছদিনা নামৰূপ পালোহি। বাটতে কটকী ৰখি আছিল, বোলে, 'ৰাজে বাজে বুঢ়াগোহাইৰ ৰাহৰলৈ বুলিছে।' গৈ দেখো তাতে ৰাজমন্ত্ৰী ফুকনো বহিছে। বোলে, 'সঁজাতী বৰুতাত কি দেখিলি কি শুনিলি ক।' সকলো শুনি বোলে, 'মযো তা'কেহে কওঁ—হলা গছত বাগি কুঠাৰ মাৰিছে—বাৰ্তুঙ্গিৰে যোঁত্ৰ কৰি মনথিৰে বঙালত বৰিব খুজিছে।' চকুৰে টিপ মাৰি বুঢ়াগোহাইক বোলে, 'ইযাক গুচাব নোৱাৰিলে আহোম বিষয়া ৰণুৱাই ভালকৈ ৰণো নকৰে, বঙালকো খেদাব নোৱাৰে, কি কয় ? গতিকে ৰাজ্যৰ মঙ্গলৰ নিমিত্তে সৰ্গদেৱত এই কথা এনেকৈযে কবি— ।' মই বোলো, 'হাড বুঢ়া হল পোনবাট বুলোতে—এতিযাহে ডাঙৰীয়াসৱে বেঁকা বাট বুলিবলৈ কয় ?' বুঢ়াগোহাযে বোলে, 'ৰাজ্যৰ ভালৰ নিমিত্তে যি বাট সিহে পোনবাট। যি বাটে ৰাজ্যৰো সৰ্গদেৱৰো উপকাৰ হয় সি বাটেহে চলিব লাগে। কায়স্থ ফুকৰ্ন সৈন্যৰ মূৰে থাকিলে আহোম বিষযাই কাজকৰ্ম্ম নকৰে, আজ্ঞা মানিবলৈকো টান পায়। এইখন বন্দলতে এতিযা ৰাজ্যও তল যায, সৰ্গদেৱো তল যায। সৰ্গদেৱক অনেক বুজাযো মান্তি কৰিব পৰা নাই—মনথিৰ জীয়িত থকালৈকে তাক ফুকন নেভাঙে। মই বেলো, 'ৰাক , পিছে তাৰ লগৰ অইনবোৰে যে কব।' বোলে, 'সিবোৰত সঞ্জাত নকৰে। আক সুধিলে সিহত ফুকন বৰুৱাই নেজানে বুলি কবি। সিহতেও তাক চকু পাৰি দেখিব নোৱাৰে—তাৰ হুকে নকয়।' এইবুলি উৰিয়া পিক্‌দানক মতাই আনি বোলে, 'সৰ্গদেৱৰ আজ্ঞা হৈছে,

মন্‌থিৰ ভণ্ডাৰী বৰুৱা ফুকনক বৰুতাতে কাটিব লাগে—য'তে যি অৱস্থাতে পায়, হুকুম কৰিছে থুৰি আহিবি—নহলে নাহিবি।' তাৰ পাছত যোৰৈ চাই বোলে, 'ভয় নকৰিবি। সৰ্গদেৱৰ মই সকলো কথা কম, তই মাত্ৰ আগত থাকি হয় বুলিবি।'

তিনিউ গৈ সৰ্গদেৱৰ ওচৰ পালত ৰজাশহুৰে বোলে, 'সৰ্জাতীৰ কথা অতি গুৰুতৰ। মন্‌থিৰে ৰবাতুলিৰে সৈতে যোঁত্ৰ কৰিছে বঙালত বৰিবলৈ। তেনেহলে দুই-এদিনতে বঙালে বৰুতাও লব, বিলম্ব নসয়। গতিকে উৰিয়া পিকৃদীনক পঠিয়ালো মন্‌থিৰক জীয়ন্তে ধৰি আনিবলৈ, ধৰা নিদি বেছি ভুৰিমুৰি কৰিলে কাটিব।' বুঢ়াগোহাঁয়ে বোলে, 'কোঁৱৰ ডাঙৰীয়া ফুকন কাকেও মুসুধিলেও, বন্দী হিন্দুৰে মুগাৰ ঠেনাকৈ মুখে সূতা কাটি মৰে। মই তেহে আগতে কৈছিলো সৰ্গদেউ, কায়স্থ ভণ্ডাৰী বৰুৱাক সবাৰো মূৰে ফুকন পতা পৰুৱাৰ পাখি গজোৱাহে—সি ভালকৈ নহয়।'

সৰ্গদেৱ তামুলী পীৰাত বহি আছিল, বোলে, 'হয়নে? তেনে বাতুলিনো কি? সিও দেখোন শিৰফুটা আহোমৰ ঘৰৰ। সিয়েহে প্ৰথমে বঙালকৈ গলচোন। আৰু কায়স্থ ফুকনে যদি তেনে কৰিছে, বিচাৰ হব, তালৈকে ধৰি আনক।' বুঢ়াগোহাঁয়ে ৰজাশহুৰলৈ এবাৰ কেৰাহিকৈ চাই বোলে, 'আহে নাহে কব নোৱাৰো, কটাই যায় নেকি।' কথা শুনি সৰ্গদেৱ আচম্বিতে ঠাইতে ঢলি পৰিল, মই ঘপহ্‌ কৰে গবামাৰি পোনকৈ ধৰিলো। মাত থোকাথুকিকৈ বোলে, 'ডাঙৰীয়া সবে তেনেহলে আগেভাগেই বিচাৰ কৰিলে? হাঁয হাঁয কালনেমী, ভাল কথা কলিহি। মোৰ গাটো ৰাইজাই কৰিছে, বুকুৰে ধান বনাদি বানে।' 'সৰ্গদেৱৰ চুকুৰেদি দুধাৰি লোতক জৰিল। মই বোলো, সৰ্গদেউ ধৈৰ্য ধৰক, মই বেজবৰুৱাক খবৰ দিওঁ।' বোলে, 'নেলাগে, মোক যমে নিযক।' মনতে বোলো বাৰু, ৰাজ্যৰ ৰোগ গুচক, সৰ্গদেৱৰ ৰোগ নিৰাময় কৰিবলৈ কেতপৰ্‌?

সেইবাৰ বাৰিষাটো যুঁজতে গল। আহাৰত কলেহে আঘোণত দাবলৈ পায়, পুৰণা ভঁড়ালতো শইচ নাই, যি আছিল পুৰি-মেলি থৈ গল; পুৰিব নোৱাৰাখিনি বঙালৰ হাতত পৰিল। গতিকে ৰাজ্যৰ প্ৰজাৰ মাজত আকালৰ হাঁহাকাৰ উঠিল। বঙালৰ ছাউনীত দুই-চাৰিপদ খোৱা বস্তু পায়

দেখি নিজৌ বহুতো প্ৰজাই বঙালত ৰবিৰলৈ ধৰিলে। কাতিমহীয়া জুগাডৌ চিকণ চাউল, মাটি মুগৰ মাহ সেইমতে গুৰ লোণ তেল লোক দেখুৱাই নবাবে সৰ্গদেৱলৈ ভেজালে, বোলে, 'সিবোৰৰ কষ্ট হৈছে, খাই কোনো প্ৰবন্ধে কাঙালী বৰ্ত্তক।' সেয়া বস্তু সৰ্গদেৱৰ হাতত পৰিলত বোলে, 'ডাঙৰীয়া সবে যি প্ৰকাৰে পাৰে বঙালক খেদক, মই নবালৈ যাওঁ।' বুঢ়াগোহাঞে বোলে, 'বঙালে শিলিখা তলত খোপনি পুতি বহিছে—নবাব তিপামৰ পানীকাঁটত, আমাৰো লোকজন কমিছেহে, সিহতৰ বাঢ়িছে। নেজানি বাছুলিয়ে কিবা বুধিকো দিছে—আপোনাৰ বাৰী ভাল হলেনো পৰৰ ছাগলে আছেনে? আগতেও কাল বঞ্চিবলৈ বুলিছে কটকী ভেজালো, তাকো পেচ্‌কচ্‌ ঠিৰাং নহল বুলি ঘূৰাই দিলে। এইবাৰ সঁচাসঁচি সন্ধিৰ কথাহে পাতিব লাগে—নহলে বাৰিষা গলেই, খৰকাল পৰিলেই বঙালৰ গোঁজেই গছ হব।' সেইমতে কটকী পঠিয়ালত বাছুলিযে বাদ সাধিলে। সি নিজে পাটচাহী সৈন্য চল্যাই ৰাঙ্গলী গড়ত আমাৰ লগত যুঁজিলে, মেকুৰীচাঙতো পুংডাঙতো ৰণ হল, পিছে কি বিধাতাৰ ইচ্ছা, কেউঠাইতে বঙাল হাৰিল।

আমাৰ ডাঙৰীযাসবে বঙালৰ সকলো স্বৰ্ত্ত মানি ললত ঘিলাজাৰী ঘাটতে সন্ধি হল, সেইমতে পেচ্‌কচো দিব লগা হল, 'নামনি ৰাজ্যও এৰি দিলে আৰু ৰজাৰ জী-কো বঙাললৈ দিলে। দিবলগা ধন আৰু হাতীৰ কিছো বাকী ৰল, পিছে সেইবাৰ মাঘতে দিল্লীৰ পাট্‌চাহ আৰু আমাৰ সৰ্গদেউৰ মাজত সন্ধি বান্ধিলে। ফটা বাঁহ জোৰা লাগিল সোণাইহত, ৰাইজেও ৰজায়ো উশাহ সলালে, বঙালেও মানে মানে ইদেশৰ পৰা ভটীযাই সাৰিল। বাছুলি, হৰিডেকাৰ পুতেক আৰু মনোহৰ এই তিনিটাই পো-পৰিযাল সহিতে বঙালৰ ভৰিত পৰিলত লগতে সিহতকো নিলে, খুজিলতো নিদিলে। লগত আৰো অনেকো লোকজন গল।

মাঘ মাহ যাবৰ হলত সৰ্গদেৱে নামচাঙৰ পৰা টঙচাং হৈ মেকুৰীখোৱালৈ আহিল। তাৰপৰা বকতালৈ আহিল। বকতাত বহিহে সৰ্গদেৱে বিচাৰ-খোচাৰ কৰিবলৈ ধৰিলে বোলে লোকজন, আহিলাপাতি সকলো উভৈনদী হৈ থাকোতেও বঙালে এনে অত্ৰপালি কৰিবলৈ পালে কেনেকৈ? ইতিমধ্যে দেশান্তৰী হৈ পৰ্ব্বত-পাহৰে লুকাই-পলাই থকা লোকজনক চপাই-কোচাই

আনি বুঢ়াগোহায়ে থান্থিত লগাইছিলহি। পাত্রমন্ত্রী ৰৰাবৰুৱ সবাকে একেঠাই কৰি ৰাজমন্ত্ৰীয়ে সিকথা সুধিলে আৰু সৰ্গদেৱকো জনালে। তাতে অনেকৰো অনেক শাস্তি হ'ল। নামনিয়াল ৰজাশহুৰ বিহখাই মৰিল।

পিছে ৰজাশহুৰে সৰ্গদেৱত বুজালে বোলে, 'যি দেশত ৰজা নাই, সি দেশৰ প্ৰজা দেশান্তৰী হ'লে কি অপৰাধ? বঙালে ৰাজ্য ভাঙি থৈ গল, এতিয়া সৰ্গদেৱে পাতিবাহ লাগে। গতিকে সবাৰে দায়-দোষ-অপৰাধ নিজ গুণে মৰিষণ কৰি ভগাৰাজ্য বাটি শান্তি স্থাপন কৰাহে বিধেয়।'

তাকে শুনি সৰ্গদেৱ কিছো সুস্থিৰ হল—লোকজনক শাস্তি বিহিবলৈকো এৰিলে, মনতে কিন্তু খেদ অনুতাপত দহি-পুৰি মৰিবলৈ ধৰিলে। পুলিন পুথাওৰ হাড়ো নৰল, তেওঁৰ ৰাজ্যত বঙাল ৰজা হলহি, ৰাজ্য বন্ধকত ৰল, নামজানি দেশ অলেখ প্ৰজাও বঙাললৈ গল, এইবোৰ কথা ভাবিগুণি সৰ্গদেৱে মৰ্মান্তিক দুখ পালে। পুনৰ্ব্বাৰ বঙাল আহিলে ভেটাবলৈ বেহাৰৰ ৰাজাৰেও প্ৰীতিগোট কৰিলে, জয়ন্তাৰেও প্ৰীতি কৰিলে। এনে সময়তে পাটচাৰ চিৰপাতলৈ বঙাল কটকী অহা শুনি সৰ্গদেৱে বোলে, 'আতকৈ মৰণোেস ভাল।'

সেইবেলা সৰ্গদেৱে নগৰ চাবলৈ হেঁপাহ কৰাত গণকে বাধা কৰিলে, বোলে, 'সৰ্গদেৱৰ দিন মন্দ, ভাল দিন নহালৈকে এবা নগৰ চাবলৈ শুভ নহয়।' সৰ্গদেৱ পাছে কাৰো কথা নুশুনি গড়গাওঁ চাবলৈ আহিল, লগতে মোকো আনিলে। বহুদিন ধৰি বঙালে দখল কৰি আছোঁতে গড়গাঁৱৰ ভিতৰখন শ্মশানসদৃশ হৈছিল, আতে বুঢ়াগোহায়ে বুজিলে যে চহৰ দেখিলে সৰ্গদেৱৰ বুকুত শোকে খুন্দামাৰি ধৰিব—কলিজাই নসহিব। সেই গতিকে চেংধৰাক লগত লৈ বৰদুৱাৰতে সৰ্গদেৱক ভেটিলে, বোলে, 'দেৱ সোমাব নেলাগে, দেওধাই বাইলুঙে অমঙ্গলৰ চিন দেখি আছে।' অগত্যা উপায়ান্তৰ হৈ সৰ্গদেৱে বোলে, 'বৰদুৱাৰকে মেলি দিয়ক, তাৰেপৰাই ভিতৰখন চাওঁ। সোমাব নেপায় যদি বাৰু নোসোমাওঁ।'

মোক টিপতে কাষলৈ মাতি নি বোলে, 'কালনেমী, ইহঁতে মোক ভগনীয়া ৰজাও বুলিলে এতিয়া নগৰতো সোমাবলৈ নিদিয়ে। মোৰো জলসাৰৰ বিকাৰে উক দিছে, আগৰ কথা-বতৰা তই জানই। হেংদান চোমদেও আৰু

'কালহীৰা ক'ত আছে তাকো মোৰ অবিহনে তইহে জান। মই চকু মুদিলে যাহাতে যুগ্যজনৰ হাতত পাৰে তাকে চাবি।
কালহীৰা এটা ৰজাশহুৰক আৰু এটা বুঢাগোহাইক মোৰহে দিবি—মোৰ কাৰণেও ৰাজ্যৰ কাৰণেও বহুতো কৰিলে, মই একো দিব খৰও নোৱাৰিলো—মনৰ আশা মনতে যায় এতিয়া।'

সৰ্গদেৱে আৰু কিবা কব খুজিছিল, তুধাৰি চকুলো বৈ আহি কণ্ঠ ৰুদ্ধ হল। এনেপৰতে বাৰটা হাতী লগাই ৰবদুৱাৰ খুলিলত নগৰৰ ভিতৰখন দেখি সৰ্গদেৱৰ বুকুত শোক খুন্দিযাখুন্দি কৰিবলৈ ধৰিলে, 'মোৰ এইহেন সোণাপুৰ নগৰখন এৰি অতদিনে ক'ত আছিলো ঐ—' বুলি হুৰ্‌হুৰ্‌কৈ কান্দি মূৰ্চ্ছা গৈ মাটিত বাগৰি পৰিল।

ৰকতালৈ উভটি গৈ সৰ্গদেৱ সম্পূৰ্ণ শয্যাগত হলত এদিন মোক কাষলৈ মাতি নি বোলে, 'মই হেৰালো বুলিযেই ধৰ। এতিয়া নবীন বা কাৰ কথা ভাবিছে?' মই বোলো, 'ডাঙৰীযাসবে কাৰ কথা ভাবিছে নেজানো, মোৰ মনেৰে চাৰিঙীযা ফৈদৰ ৰজা চাৰিং কোঁৱৰেই উত্তম যোঁত্ৰ। বলে বীৰ্য্যেও উত্তম।' সৰ্গদেৱে বোলে, 'গডগঞা ৰজাশহুৰে কুঁৱৰীয লাঙিচণৰ কথাহে কয।' মই বোলো, 'সি স্বৰ্গৰজাৰ বংশ নহয। ডাঙৰীযা বিষযাযো মূৰ দোঁৱাবলৈ টান পাব, ফলত ৰাজ্যতো একোগাট নৰব। সিবাৰ মনথিৰৰ নিমিত্তেহে বঙালে এতেমান আসৈ পালে। ৰাজ্যত একমুঠ ৰাখিবলৈ হলে খুনলুং-খুনলাইৰ তেজহে পাটত উঠিব লাগ, সৰ্গদেউ, লগত অহা তোলনীযা কলীয়া কোঁৱৰ ৰজা হলে সিংহাসন চোমদেও হেংদানৰ মহত্ব যাব—ৰাজ্য ভাগিছিগি থানবান হব।' সৰ্গদেৱে বোলে, 'হয, আগে যি কৰিলো কৰিলো, এতিয়া মৰন্ত কালত বিহপুলি কই ৰাজাৰ ঠেঁঙৰ দোল গলত লগাই নেযাওঁ।' ডাঙৰীযাসকল, ফুকন, বৰুৱা সবাওকে মাতি আনি বোলে, 'মই আপোনাৰ মঙহ আপুনি খালো। এতিয়া সবাৱে একেমত হৈ ভগাৰাজখন যাহাতে ৰক্ষা পাৰ তাকে চাই এজনাক পাটত বহুৱাওঁক।'

গডগঞা ৰজাশহুৰে কুঁৱৰীয বোলে, 'লাঙিচণক সৰ্গদেৱে পো বুলি লৈছে, সিয়েই উঠক।' সৰ্গদেৱে বোলে, 'কুঁৱৰী, সিকথা কেনেকৰি হব? কলীযা কোঁৱৰক মই বেথাকৈ তুলি ললো হয, পিছে ৰাজ্যৰ পাটত বহুৱাই মই ৰজা

বুলিলেই সি ৰজা হবনে ? আনো ডা-ডাঙৰীয়া ফুকনবোৰেও ৰাজ্যয়ো বুলিব লাগিব, তেহে হব।' তাতে সবাৱে বোলে, 'সৰ্গদেৱেই বাচিথৈ যাওঁক।' সৰ্গদেৱে খানিক মৌন হৈ থাকি তিনিবাৰ হুমুনিয়াহ কাঢ়ি বোলে, 'শুনো বোলে, চাৰিঙীয়া হেংদানধৰা, চকৰা ইহঁতেই কিছো আপোন। তাৰে বৰটো ৰজা কোঁৱৰকে আনি থাপি লৈ দেশখন ৰক্ষা কৰিবা। তাকে তোমালোক সকলোৱে যুক্তি হৈ একমতিযে প্ৰবৰ্ত্তি আগত লৈ প্ৰতিপাল কৰিবা ; আৰু বঙাল শক্ৰৰ বুকুৰ শাল উদ্ধাৰ কৰিব,পাৰিলে ভাল হয়।' সুধাৰি লোতক বলে, মুখত আৰু মাত নোলাল। অসুখো বাঢ়িল। তাৰ পাছদিনা দখিণপটীয়া বনমালী গোসাযে মূৰত ধৰি নাম শুনাই থাকোতেই দেৱৰ জীৱন বস্তি সুমাল।

জয়ধ্বজ সিংহ সৰ্গদেউ স্বৰ্গগামী হোৱাৰ পিছত তিনিদিনলৈ ৰাজ্য তল-ওপৰ হল। তেতিয়া বঙাল যোৱাৰ বছেৰেকেই নৌ হয়। ফুন্‌কৰা চুকুলি কৰা গোহাইবোৰৰ পো-নাতি বিনৈগুটিহঁতে ৰজা হবলৈ মূৰ ডাঙি যোঁত কৰিলে। পাছে ৰজাই ভাল পায যাক, দোলা ঘোঁৰা নেলাগে তাক, পূৰ্ব্বাপৰ ৰজাৰ ইচ্ছামতে ডা-ডাঙৰীযাসবে যুকুতি কৰি ৰাজ্য বঙালত বন্ধকী থাকোতেই মানুহ পঠিযাই চাৰিং ৰজা বৰজনাক মূৰত তুলি বকতালৈ অনালে আৰু তাতে ৰজাপতি সাতসেৰা কৰিলে। এমাহৰ মূৰত ন-জনা সৰ্গদেউ বকতাৰ পৰা লেচাঙালৈ গল। ৰজাশহুৰে কুঁৱৰীয়ে মনমাৰি থাকিল।

সেইবেলা লেচাঙত থাকোতেই পুহত বৰজনা ৰাজা ভগনীযা ৰাজা দুযাৰে কুঁৱৰীক ন-জনা সৰ্গদেৱে কুঁৱৰী তুলিব খুজিলত বিমুখ কৰিলে, বোলে, 'যি কোৱাই ধনু দেখি ডৰাই সি কোৱাই মুখ চাই ৰটে।' তাতে বিষম পাই সৰ্গদেৱে বোলে, 'ৰাজ্য অভিষেক হব লাগিছিল, নহলে ৰাজকাৰ্য কেনেকৈ চলে ? কথাইবা ৰজাওঁ কেনেকৰি ?' পাছে দুই কুঁৱৰীকো ল'ৰাটিকো কটাই ভগনীযা ৰজাৰ তামুল কুঁৱৰীকে বৰকুঁৱৰী পাতিলে। বুঢ়াগোহাযেহে ৰাজ্য অভিষেকৰ কথা নুশুনা ভাও ধৰিলে। আতপৰে সৰ্গদেৱে দেওধাই গণক মাতি দিনবাৰ চোৱাই আকৌ এদিন বুঢ়াগোহাইক বোলে, 'মাঘতে উত্তম দিন পাইছে।' এইবাৰো বুঢ়াগোহায়ে আওকণীযা ভাওধৰি আঁতৰি গল।

ৰৰপাত্ৰয়ো হোঁ-হাঁ একো নুবুলিলে।

পুহৰ শেহত সৰ্গদেৱে ডা-ডাঙৰীয়াসবক পুনৰ ডকাই বুলিলে বোলে, 'মই নামতহে ৰজাটো হৈ আছো—লোক দেখুৱাবলৈ। আপোনাসবে কি ভাবিছে নেজানো, কিন্তু ৰাজ্য অভিষেক কৰে যদি কৰক নহলে মই ৰাজপাট এৰোঁহে।' বুঢ়াগোঁহায়ে কওঁ নকওঁ কৈ বোলে, 'বঙাল অথন গৈছেহে, ৰাজ্য থানথিত নৌলাগোতেই ৰাজ্য অভিষেক হব কিৰূপে? আৰু দৈৱজ্ঞই উত্তম দিন গণিছে বহাগতহে, তেতিয়ালৈ ৰাজ্যও থিত লাগিব, যা-যোগাৰো হবগৈ।'

মাঘে-ফাগুণে দুমাহ এনেকৈয়ে গল। ৰাজ্য অভিষেকৰ নামগোন্ধ নাই। সৰ্গদেৱো মহা অসন্তোষ হৈ আছিল। তেনে পৰতে এদিন বুঢ়াগোঁহাযে মোক মতাই নি বোলে, 'কালনেমী, মহা আপদত পৰিলা। জয়ধ্বজ সৰ্গদেৱৰ লগত গড়গঞা ৰজাবাহৰ এবাৰ পৰা মৰন্ত কাললৈকে থকা লোকৰ ভিতৰত আছিলি ৰজাশহুৰ আৰু তই। তালৈকে ৰজাশহুৰৰ গোষ্ঠী উছন্ গল। তইহে আছগৈ!' কথা-বতৰাৰ মোৰ ধৰিব নোৱাৰি সংক্ষেপে বোলো, 'হয়।' বোলে, 'ৰাজ-অভিষেকলৈ সৰ্গদেৱৰ চোমাদেও হে'দান আৰু আঙঠি লাগিব। গড়গাওঁ এৰি যাওঁতে সেইবোৰ কৰবাতে থলে নে লগত নিলে নে বঙালৰ হাততে পৰিল তাকো নেজানো। আজি তিনিমাহে বিচাৰি চলাঠ্ কৰিছো, অলেক লোকজন লগাইছো, পিছে পোৱাহে নাই। আগৰজনাৰো কণ্ঠৰুদ্ধ হৈ আছিল, সুধিবও নোৱাৰিলো, কবও নোৱাৰিলে হয়। পিছে নামৰূপত থাকোতে এবাৰ অসুখ বেছি হলত কৈছিল বোলে পুলিন-পুথাওৰ বস্তুবোৰ তেওঁসবৰ থানিতে ৰাখিছো—ভাল হাতত আছে। ভ্ৰমেই বকিছিল নে কি তাকো ধৰিব নোৱাৰি। তালৈকেহে তোক মাতিলো—তই কিবা সান্ধেদ পাৱনেকি?' মই বোলো, 'নেপাওঁ। পিছে আজ্ঞা হলে বিচাৰি চাব পাৰো।' বোলে, 'তেনেহলে যা—। বহাগতে ৰাজা অভিষেক নহলে ৰাজ্য ৰজা নৰয —তাৰ পাছত আৰু দিনবাৰো নাই।' মই সেইদিনাই ৰাতিলৈ গড়গাঁৱলৈ ৰাওনা হলো।

আকৌ চ'তমাহ—আকৌ মোৰ কালপুৰুষ মূৰৰ ওপৰত জ্বলিছে। মুকলি খবাং বতৰ। নিচিন্তমনে ৰাতিটো গৈ পুৱা গড়গাওঁ পালোগৈ। এৰা নগৰৰ ৰৰদুৱৰি বন্ধ আছিল, দিনটো বাজতে কটালো। সন্ধিয়া ভাগিলত গুকান

খাইয়েদি গড বগাই পাৰ হৈ ভিতৰ সোমালো। এন্ধাৰ ৰাতি, ক'তো জনপ্ৰাণী এটিও নাই, বঙালে লোৰাৰ দিন ধৰি আমাৰ আহোমৰ পক্কয়া পিপৰা এটিও তালৈ সোমোৱা নাই—গোটেই নগৰখন কেউফালে এবুকু ওখ হাবি-জঙ্গলেৰে ভৰি পৰিছে। পিছে হাউলীৰ কাষলৈ গৈ ভগনীযাজনা সৰ্গদেৱৰ খোজতে খোজ মিলাই ঠাইডোখৰো বিচাৰি উলিযালো। হাবি আঁতৰাই গাতটো খান্দিবলৈ বুলি চাবটো মাৰোতেই দেখোন খটংকৈ উঠিল —ঠটা মাটি ভিতৰ ফোঁপোলা, চিপ্ৰাংখন পোনেই এহাত সোমাই গল। চিপ্ৰাঙৰ যুটাইদি হাত সুমাই দি কিবা টান বস্তু এটা যেন পাই টানি উলিয়ালো। বস্তুটো কি প্ৰথমতে এন্ধাৰত দেখা নাছিলো—যেতিযা দেখিলো মুখৰ মাত হৰিল, গাৰ নোম ডালি ডালি হল, চকুৰ আগত এহেজাৰ ভোটাতৰা তিৰ্‌বিৰাই উঠিল, কঁপনিত দাঁতে দাঁতে লাগি কৰ্কৰণি উঠিল। বিশ্বাস কৰিবা বাছাহত, সেই পেৰেতপুৰীত অন্ধকাৰ ৰাতি নদাযে গাঁতত হাত সুমাই টানি উলিযালে এটা মৰামানুহৰ জঁকা—দাঁত নিকতাই সিঞাৰি থকা লাও খোলাটো যেন জীৱন্ত, লিকলিকীযা আঙুলিবোৰ বতাহত লৰি ঠক্‌ঠককৈ বাজিছিল। লগে লগে কেউফালে যেন সৰ্গদেউ সকলৰ পেৰেতবোৰে কিৰিলী পাৰি উঠিল—হেজাৰ লাখ আচন আত্মাই হিঁ—হিঁ-কৈ হাঁহিবলৈ ধৰিলে। অট্টৰোলেৰে আকাশ-বতাহ ভৰিল, নিযতি, ভুত, যমডাকিনীবোৰে সুহুৰিয়াবলৈ ধৰিলে আৰু মই বেঙেমুতা গৰুৰ দৰে ঠক্‌ঠক্‌কৈ কঁপি কঁপি মূৰটো দুই হাতে চেপা মাৰি ধৰি মাটিতে বহি পৰিলো সোণাইহত, এই নদাইৰ জীৱনত এনে দুৰ্ঘটনা কোনো কাহানিও ঘটা নাই।

খন্তেক পাছতে গিযান ঘূৰিল—গালৈকো কিছু থৰ আহিল। বৰ্তমান পৰ চোমদেও নাকুৰিদেও সকলৰ নাম লৈ থাকিলো। মনতে বোলো, এইবাৰহে এইবাৰ নদাই, আচল মহলাত এইবাৰহে পৰিছ। কথা হল দুবছৰৰ আগৰ —জোখতে কেনেবাকৈ কিবা ভুল হল নেকি বুলি চাঙৰ উত্তৰ-পুব কোণাটোৰ পৰা আকৌ জোখমাখ ললো। পুবৰ পিনে দুকুৰি খোজ, দখিণ-পুবৰ কোণাৰ পৰা আঢৈকুৰি খোজ, ঠিকেই আছে। সেইডোখৰেই ঠাই হয়—একেবাৰে খুটি মাৰি খাটাংকৈ কৈ দিব পাৰি। গাঁতটোৰ চিনো আছে, তাতেহে মাটি কোমল, বাকীবোৰ ঠাইত শিলহেন টান। ঠিক দুবছৰ আগতে পোতা ধন,

তাৰ পাছতো কত ধুমুহা গল। বঙাল আহি এইডোখৰ ঠাইতে থাকিলহি এবছৰ, বঙালৰ হাততো পৰিব পাৰে। নতু কোনোবাই আমাৰ ওপৰত চকু ৰাখিছিল—পাছত সুবিধা বুজি খান্দি নিলে। নহলে যথৰ বাঁহ হল, নহলে ধনগুলৈ হল। সেই ঘিট্‌ঘিটীয়া এন্ধাৰত ভূত-পেৰেত দেও-ডাকিনীৰ মাজত মুখৰ আগত মৰা মানুহৰ জঁকা এটা লৈ এৰা নগৰৰ সোঁ মাজতে বিবুধি হৈ বহি থাকিলো বাছাহত, দেও-দেৱতাৰ নাম যিমান মনত পৰিল সকলোকে কৰযোৰে প্ৰাৰ্থনা কৰিলো, 'কিবা এটা উপায় কৰাহক ঐ দেওসকল।' অন্তৰত শোকে খুন্দামাৰি ধৰিছিল, কলিজাত এহেজাৰ ঢেকীয়ে ধান বনাদি বানিছিল, ভয়-দুখে মৰ্ম্মাহত হৈছিলো, কত দাযিত্ব, কত ভৰসা অথলে গল, মই একোকে কৰিব নোৱাৰিলো। এনেকৈ চিন্তা কৰি থাকোতেই তাতে টোপনিয়েই গলোনে মূচ্‌কঁচেই গলো কব নোৱাৰো।

সাৰ পাই দেখো ৰাতি পুৱাবৰ হৈছে। ওৰে ৰাতি ঢেৰ অলীয়া-বলীয়া সপোন দেখিলো, কত্তনা দেও-সৰ্গদেও আহিল গল, ভূত পিশাচে ভয় খুৱালে, পেৰেত-পেৰেতনীয়ে লীলা খেলা কৰি নাচিবাগি গল। এবাৰনে দুবাৰ জয়ধ্বজ সিংহ সৰ্গদেৱকো দেখিলো—একেথৰে মোলৈকে চাই আছে—দুৰ্ব্বল অসহায় দৃষ্টি, জেউতি ভৰা মুখ। ভাবিলেই গা-জিকাৰ খাই যোৱা অলেখ ভয়ঙ্কৰ সপোন, এতিয়া দিঠকত সপোনবোৰ মনত নপৰিলেও ভয়ৰ ভাবটোতে কলিজা ধৰফৰাই আছে, গাৰ শিৰে শিৰে কঁপনি, হাত-ভৰি অলৰ অচৰ, শিলযেন গধুৰ। পিছে কাৰ্যৰ কথা মনত পৰিলত বোপাইহত, হাত-ভৰিৰ কঁপনি মাৰ গল. জকৰী কাম আৰু বুঢ়াগোঁহাইৰ কথা মনত পেলাই ভাগিযোৱা মনটো জোৰা লগাই একেঠাই কৰিলো, বুকুত সাহ বান্ধিলো। অসহায়ৰ চোমদেও সহায়। হোলোঙৰ উত্তৰ চালত কোৱাই বাহ কৰিছিল তাতে কা—কা কৰিলে। দৈত্যহেন বকুলজোপাতে পৰি কুলি-কেতেকী ফেচুৱেও মাতিলে—হোলোঙৰ গাতে লাগি গজা ফুটুকা গছৰ বেঙুনীয়া ফুলবোৰো মলয়া বতাহত দুলি থাকিল। সেইবোৰ সকলো কিবা বৰবিহ যেনহে লাগিল দেই, দেহা অৱশ, মনত দুখ। পুনৰ তাতে বহি চিন্তা কৰিবলৈ ধৰিলো।

জঁকাটোক বোলো, 'তই কোন? তোৰ পৰিচয় কি? বঙাল নে

অসমীয়া ? মৰিলি কেনেকৈ ? পুতিলেহি কোনে ইয়াত ?' সি মাতবোল নকৰি একেথৰে পৰি থাকিল বাকীবোৰ যহন তহন, দাঁত তুপাৰি দেখিলো কিন্তু সঁচাই বুকু কঁপি যায় দেই। দাঁত কেইটা নিকটাই যেন সি মোক মস্কৰাহে কৰিছিল। অৰ্থাৎ মই মানুহ হৈ আছো, সি মৰি দেৱতা হল—তাক মই ধৰিব নোৱাৰো। পচি মাটি হোৱা দুই-এচকলা মঙহ তেতিয়াও হাড়বোৰত ঠায়ে ঠায়ে লাগি আছিল। দেখি বুজিলো সেইটো কমেও বছৰেক আগতে মৰা কোনো মানুহৰ জঁকা হ'ব, ছমাহ নমাহলৈকে মঙহ গেলে-পচে কিন্তু মাটি নহয়। গাঁতটো ফোঁপোলা হোৱাৰ কথাটোও এতিয়াহে বুজিলো। তাৰ মানে বঙাল সোমোৱাৰ আগেপাছে এইটোক হয় কোনোবা আহোমে পুতিলে নহয় কোনোবা বঙালে পুতিলে। কিন্তু ঠাইডোখৰ একে হল বেলৈ ? চৌদিকে এন্তাৰ মুকলি ঠাই, বাচি বাচি এইডোখৰ বিচাৰি পালে কেনেকৈ ? মনতে বোলো সৰ্গদেৱৰ বস্তু যদি বঙালৰ হাতত পৰিল তাক উদ্ধাৰ কৰিবৰ উপায় নাই, কিন্তু যদি ইয়াতে কৰবাত আছে বিচাৰি চোৱাত কি দোষ ? আমাৰ কোনোবাই নিছে যদি বিচাৰ-খোচাৰ কৰিলে ওলাব, চোমদেও হেংদান মন্নাপী বস্তু, কোনো আহোমে লাম লাকটু কৰি লগত লৈ ফুৰিবৰ সাহস নকৰে—সেইবোৰে যাকে তাকে মুসুজেও। বাৰবাৰ হাতত পৰিলেও ইয়াতে কৰবাত লুকাই থৈ যাব। নহলেনো অতসোপা বস্তু থিতাতে ক'ত হৰলুকী মায়া হল।

ফুটুকানিৰ মাজে মাজে গৈ হোলোং পালোগৈ—কাঠৰ খট্‌খটি বগাই চাওঁলৈ উঠিলো। পুৰণা সৰ্গদেৱৰ কুঠৰীত সোমাই পাটনাদৰ সাঁফৰ খুলি চালো, ভিতৰত একো নাই—উদং। সেইবোৰত যি আছিল, নিশ্চয় বঙালে নিলে। নাগিনীগাঁততো জুমি চালো—ওপৰত সাঁফৰ নাই। অতদিনে আহাৰ-পাতি দি যতন প্ৰতিপাল নকৰাতেও তলত সাপবোৰ আছে হবপায়—ফোঁচফোঁচনি শুনিলো। তাৰ পাছত এন্ধাৰে-মুধাৰে উমানতে কিটিপ লগাই শিলৰ দুৱাৰখন মেলি চোৰকুঠৰীত সোমালোগৈ। তাত পাটনাদ কেইটাৰ ঢাকনী মেলা—বাৰৰ শিলচটা কোনোপধ্যে গুচাই সুৰুঙাটোত হাত দি চালো—পিচল কেঁচা শিলত হাত পৰি গাৰ নোম শিয়ৰি উঠিল—গাটো কেনেবা কেনেবা লাগিল, কিবা সাপ-সুপেই সোমাই আছেনেকি ঠিক

নাই—টিঙিৰি এডোখৰকে জ্বলাই কি আছে চাওঁ বুলি হাতটো উলিয়াই আনিলো আৰু পাগুৰীটো সোলকাই মাটিতে থলো—বোলো, সেইটোকে জ্বলাম। চোৰকুঠৰীৰ সেই ঘিট্‌ঘিটীয়া এন্ধাৰত দিনতুপৰতে নিজকে কিবা দেওভূত যেনহে লাগে—সেই পুৱতি ৰাতিখন মোৰ কেনে লাগিছিল নিজেই বুজিবাহক বোপাইহঁত, তাক বৰ্ণাব নোৱাৰি। পিছে টিঙিৰি উলিয়াবলৈ বুলি চাপকানৰ মোনাত হাত ভৰাই সমুখলৈ চকু পৰি মোৰ ঠিয়ে ঠিয়ে মূচ্‌কঁচ্‌ যোৱাৰ উপক্ৰম হল ঐ বাছাহঁত, মোৰ সমুখত দেখোন জয়ধ্বজসিংহ সৰ্গদেউ সোঁশৰীৰেৰে ঠিয় হৈ আছে—দিব্যকান্তি ৰূপ, জ্যোতিৰ্ময় মূৰ্ত্তি, চকুত চাঁট মাৰি ধৰে। সন্মুখত ঠিয় হৈ মোৰফালে একেথৰে চাই আছিল—হেংদানৰ ধাৰ যেন দৃষ্টি, শৰীৰ ভেদি যায়। মুখত মিচিকীয়া হাঁহি। সপোন নে দিঠক একো বুজিব নোৱাৰি চকুহুটা মোহাৰি আকৌ চালো—সৰ্গদেৱেই হয়। তেনেতে মনত পৰিল এই মূৰ্ত্তি সপোনতো কেইবাবাৰো দেখিছিলো হয়। ভৌতিক কাণ্ড কেতিয়াবা ঘটে বুলি লোকৰ মুখে শুনিছাহে বোপাইহঁত, মোৰ জীৱনটো ছকুৰি বছৰে কেতিয়াও এনে কথা দেখা নাছিলো। নিজৰ চকুৰ ওপৰতে বিশ্বাস হেৰাল। যেতিয়া তুবাৰো পৰখ কৰি বুজিলো যে মোৰ গিয়ান হেৰোৱা নাই, আৰু সৰ্গদেৱেই হওঁক বা সৰ্গদেৱৰ ভূতেই হওঁক কিবা এটা অশৰীৰি বস্তু মোৰ সমুখত ঠিয হৈ ঠাৰে-চিঞাৰে মোক মাতি থকাটো সঁচা, তেতিয়া মনলৈ বল আহিল। তেনে সময়ত ভযভীত কৰবালৈ যায়, বুকুলৈ তুৰ্দ্দম সাহ আহে। হাতযোৰ কৰি বোলো, 'সৰ্গদেৱে সকলো জানেই—কিবা এটি উপায দিয়ক।' মূৰ্ত্তিটোৱে একো নেমাতিলে, মাথোঁ আগৰদৰেই মিচিকীয়াই হাঁহি ঠিয হৈ থাকিল।

ময়ো সহজে এৰা ভকত নহয়, বোলো, 'সৰ্গদেৱৰ বিশ্বাসৰ হকে জীৱন উচৰ্গিলো, এতিয়া দেৱে মোকহে ঠগিলে। চোমদেও হেংদান আঙঠি ক'ত লুকাই থৈছে উলিয়াই দিয়ক - নহলে বন্দী আৰু বকতালৈ উভটি নেযাওঁ, ইয়াতে দেহা থম। আৰু সৰ্গদেৱে দেখুৱাই নিদিলে যে সি বস্তু বন্দীয়ে বিচাৰি উলিয়াব পাৰিম সি আশা বৃথা। মই দেৱৰ বিশ্বাস সম্পুৰ্ণে ৰাখিছো—আজিকোপতি কাকো সেইবোৰৰ কথা কোৱা নাই, জানো বোলাও নাই। এনেয়ে বিচাৰোগৈ বুলিহে আহিছো। পিছে আচল কথা দেৱেও জানে

মযো জানো।'

সৰ্গদেৱৰ মূৰ্ত্তিটো কঁপি উঠিল—তাৰ পাছত চোৰঘৰৰ শিলৰ দুৱাৰখনৰ ফালে গৈ দুৱাৰ মুখতে খানিক বৈ মোলৈ ঘূৰি চালে। মময়ো পাছে পাছে গলো—মনত আশা, বুকুত ভয়। দেৱৰ মূৰ্ত্তিটো ঠাইতে নাগিনীগাঁতৰ ফালে ঘূৰিল আৰু গাঁতৰ ওপৰৰ বেৰটোৰ গাতে লাগি ঠিয় হল, লগে লগে সৰ্গদেৱৰ সেই দিব্যকান্তি শৰীৰত পুনৰ দেখা পালো—শিৰত কিৰিটী, কঁকালত ৰাজকুলৰ বাখৰপতোৱা হেংদান. গলত চোমদেও, হাতত কালহীৰাৰ আঙঠি—যেন শিঙৰিঘৰত অভিষেক হৈ সৰ্গদেৱ এইমাত্ৰ নামি আহিছে, চকু জলক্ ভবক্ লাগিছিল বোপাইহঁত, এই ঘোলা পৰা চকুহাল দীপিতিত চাঁট মাৰি ধৰিছিল—এনে সময়তে দেখোন আকৌ এন্ধাৰ হল, সৰ্গদেৱ নাই, নাগিনীগাঁতত নাগ-নাগিনীৰ ফোঁচফোঁচনি শুনিলো—জুমি চাই দেখিলো অন্ধকাৰৰ অঠাই সাগৰ।

বাজলৈ গৈ দেখিলো পূবেক্ষণ দিছে—পূব আকাশ তেজহেন ৰঙা। শুকান বাঁহৰ জোৰবন্তি এটাৰ সাজি তাকে জ্বলাই আকৌ নাগিনীগাঁত পালোগৈ। ৰৰহোলোঙৰ মাজ মজিযাতে এই গাঁতটো পাঁচহাতমান দ হব, পাৰকেইটা ঠিয়, কেউফালে দুহাত ওখ এটা মেৰ—সাপবোৰ বগাই যাতে ওপৰলৈ উঠিব নোৱাৰে। নাগিনীগাঁতৰ পৰা তলে তলে সুৰুঙা কাটি দিখৌত উলিওৱা আছে—সেই সুৰুঙাইদি সাপবোৰ অহাযোৱা কৰে। দিখৌত পানী বাঢ়িলে সুৰঙাটো বন্ধ কৰি দিযে। কোন সময়ত নাগিনীগাঁতত কিমান সাপ থাকে কব নোৱাৰি। তাতে পেলাই বুঢ়াৰজাই ষড়যন্ত্ৰ চক্ৰান্তকাৰী, কুকৌশলী দেশদ্ৰোহীক সবাৰো অজ্ঞাতে শাস্তি দিছিল, শই শই ফেটী-গোমেৰে ভৰা সেই নাগিনীগাঁত সাক্ষাত যমৰ দুৱাৰ। নিযমমতে গাখীৰ খুৱাই সাপবোৰ পোহে, সিহঁতো তাতে থাকে, মাজে সময়ে সুৰুঙাইদি ওলাই গৈ দিখৌত ফুৰিচাকি আকৌ সোমাই থাকেহি। বহুতো সাপ একেলগে থাকে যদিও কেঁৰে কাকো হিংসা নকৰে—এইবোৰ বোল দেওলগা সাপ, ৰজাঘৰৰ আৰু ৰজাঘৰীযা লগুৱালিকচোৰো কাহিনিও অপকাৰ নকৰে। মাজে সময়ে কুঁৱাত একোটা নেউল এৰিদি সিহঁতৰ খংতোলাই থাকে নহলে বোলে সাপৰো হিংস্ৰক স্বভাৱ লোপ পায়। বেজবৰুৱাৰ অ'ষধৰ বাবে লগা বিহ আৰু ফেটী

সাপৰ লাওখোলাও ইয়াৰ পৰাই নিয়ে, সিহঁতো বোলে সৰ্গদেৱৰ আজ্ঞাতহে চলে। সাধাৰণতে গাঁতটোৰ মুখত এখন সাঁফৰ দিয়া থাকে। কোনো কোনো সময়ত তাত সাপ নেথাকেও; তথাপি বৰহোলোঙৰ নাগিনীগাঁত বুলিলে সবাও ৰাজ্যৰ প্ৰজাই ডৰায়, মনতে আতঙ্ক হয়—এনেকুৱা ময়াপী নাম।

সাঁফৰ নোহোৱা নাগিনীগাঁতৰ ওপৰত জোৰটাৰ ধৰি দেখিলো তলিত সাপে হিচ্হিচাই আছে, মুৰাপাতি পকাই আছে বৰ বৰ গোম, মাটিফেঁটী, চকৰিফেঁটী, আৰু ঢেৰ সাপ। জোৰৰ পোহৰ দেখিও সিহঁত তেনেকৈয় থাকিল, ফেঁটো নুতুলিলে, ওপৰলৈ মূৰ তুলি নেচালেও। তাৰ পাছত যেখান এটি-দুটিকৈ সাপবোৰ মুকুভাটাৰেদি সোমাই গল—খান্তেক পাছতে কুঁৱাটোৰ তলি উদং হল—এটিও সাপ বাকী নেথাকিল। জোৰৰ পোহৰতে কুঁৱাৰ তলিত দেখিলো মুগাৰ থান কাপোৰেৰে বন্ধা এটি টুপলি। কিবা এটা ডাঙৰ ঘটনা ঘটিব লগা হলে মানুহৰ মনটোৱে আগতে জানে বাছাহঁত, মোৰো মনে চেবালে বোলে সেই টুপলিতে মই বিচাৰি ফুৰা হেৰোৱা সম্পদ আছে।

বাঁহৰ হাকুটি এডাল কৰি টুপলিটো তুলি আনিলো। হয়। চোমদেও, হেংদান, আঙঠি, অয়-অলঙ্কাৰ সকলো সম্পূৰ্ণ। মনে মনে হেৰোৱাজন সৰ্গদেৱক সেৱা জনাই গডগাওঁ এৰিলো, বোপাইহঁত, পিছে আজিকোপতি ঘটনাটোৰ আগগুৰি একো বুজ নেপালো। সিকাৰ্য কোনে কৰিলে, কাৰ জঁকা ওলাল, বস্তুবোৰ কোনে নাগিনীগাঁতত পেলালেগৈ একোকে নেজানিলো, মোৰ সৰ্গদেৱেই মোক আভুৱা ভাবিলেনে কোনোবা অইনেই কিবা কৰিবলৈ গৈ অইন কিবা কৰি পেলালে তাকো বুজি নেপালো—মাথোন এতিয়াও কথাটো মনত পৰিলেই গা জিকাৰ খাই উঠে—নোমবোৰ ডালি ডালি হয়।

পাছে ৰাজ্য অভিষেকৰ পাছত ৰাজ্য থিতাপি হলত বহাগতে সৰ্গদেৱ গডগাৱলৈ আহিল। বজ্ৰাশঙ্কৰ ফৈদ নেথাকোতে দোলাকাষৰীয়া বৰুৱাও নাওবৈচা ফুকন হল।

সেইবেলা লেচাঙৰ বাহৰত থাকোঁতেই বঙালৰ কটকীয়ে পাটচাৰ বৰুচিচ্ সিয়া চোলাৰ, খেলাত, চিৰপাও, বটাবাহন দিলেহি, বোলে, 'সৰ্গদেৱে চ'ৰাতে পিন্ধিব লাগে।' কটকীয়ে সৰ্গদেৱক সেৱাও নকৰিলে, তস্মিন্‌হে কৰিলে। বটা লওঁতে ঠিয় হব লাগে বোলাত সৰ্গদেৱে বটা আগত ৰাখিব নিদি পাছতহে থবলৈ দিলে। কটকী গলত সৰ্গদেৱ চ'ৰাতে গৰ্জ্জি উঠিল—বোলে, 'এটা সিয়া চোলাৰ সলনি বঙালৰ অধীন হবলগা হল, মোৰ পুলিন পুথাৰে লোকৰ তলপ হৈ যোৱা নাই—আতকৈ মৰণেসে উচিত।' এই অসন্তোষতে সৰ্গদেৱে, গুৱাহাটাৰ থানাদাৰ ৰচিত খাঁই বিচৰা মতে কন্যাও নিদিলে, পেচ্‌কচৰ বাকী ধন হাতীও নিদিলে। বুঢ়াগোহাইৰ বুধিমতে নাও-নাওৰা সৈন্যসামন্ত তিয়াৰ কৰিহে থাকিল। ৰণুৱা-পাইক, ঘোঁৰা-হাতী, খাঞ্জিখোৱা-নাওবৈচা সকলো নিজে আগত থাকি শিকাই-বুজাই আখৰা ললে। কাঁড়ী বান্ধৰতীৰ নিয়ম হল। দুই বছৰ কাল এনেকৈ বঞ্চি থাকোঁতে পাছৰজনা নবাব গুৱাহাটালৈ আহি পেচ্‌কচৰ বাকী ধন খুজিলে, তাকো নিদিলে, কটকী ভালকৈ নুতুলিলে। বঙাল অসন্তোষ হল।

সেইবাৰ শইচ পথাৰে নদন বদন হল, যুঁজ-বাগৰো নাই, ৰাইজে শান্তিৰে মনপুতি খেতিপথাৰ কৰিলে। মাঘৰ বিহুৰ কেইদিনমান পাছতে সৰ্গদেৱে মতাই নি বোলে, 'কালনেমী, বৰলুইতৰ তলে সোঁত। ডা-ডাঙৰীয়া অনেকো পাতিছো, সিবোৰ চিল্‌চিলীয়া ওপৰ সোঁত। তই হোলোঙৰ পুৰণা লোক, আগৰ কেইজনাৰ দৰেই মোৰো বিশ্বাস ৰাখিবি।' বোলো, 'সৰ্গদেৱৰ বচনেই শিলৰ ৰেখ—বিশ্বাস দিলেই হল।' বোলে, 'তোক নামনিলৈ পঠিয়াওঁ। বঙাল ভালুকে মৌ দেখিছে, ঘোৰতৰ ৰণ হব—তাৰেহে যোগাৰ কৰি আছো। পিছ আচলে পিচলে ডা-ডাঙৰীয়াৰ পাও পিছলে, বিশ্বাস সঞ্জাত টুটে। তাতে ৰাজ্যৰ অপকাৰ হয়। তই থাকিব লাগিব কেঁচাৰ দৰে—এন্ধাৰে এন্ধাৰে। ফুকন গোহাইবোৰ বিপথে চলিলে হুকুমাত দি মোক সষ্টম কৰিবি।' মই বোলো, 'সৰ্গদেউ, বয়সে ছুকুৰিৰ ডেওনা ডেলে—আগৰমান বল-শকতি

নাই। দেৱে নতুন তেজহে আনিব লাগে।' সৰ্গদেৱে বোলে, 'হয় তাকো আনিম। পিছে তই পাগত উঠা সঁজাতী—তোৰ মান কোন হব?' খন্তেক বৈ বোলে, 'তোকনো কি বটা-বাহন পিন্ধাম? সোণা ৰূপা বস্ত্ৰ অলঙ্কাৰ দিম, অন্নকালে ঢুকাব।' মই বোলো, 'মোৰ গলত দেৱৰ বিশ্বাসৰ মলা, শিৰত আশীৰ্ব্বাদ, বটা-বাহন, খেল-পাইক নিদি বন্দীক উত্তম পুৰস্কাৰহে দিছে। আগলৈ পাছলৈ নাই, মোৰ নিমিত্তে ধনসোণ এসোপা গাধৰ বোজাহে হব।' সৰ্গদেৱে বোলে 'ভাল আহোমবোৰ মৰি হাজি ঢুকাল, বাং সেতু সীহ যেনে অলপ তপতাত পানী হয, তই তেনে নহবি।'

কেইমাহমান পাছতে সৰ্গদেৱে তলে তলে পাঁচশৈযা হেজাৰ কৰিলে—পোৱা বাঢ়িলে বল বাঢ়ে। দুবছৰে ন-ৰণুৱা পাইক গোটাই ভগাদেশ জোৰা লগালে। ন-শিকাৰু পাইকক হাতত ধৰি কাণ্ডকাঠী মাৰিবলৈ শিকালে। তৰোৱাল হেংদানা চলাবলৈ দিলে, মাজেমধ্যে মহলা লৈ ৰণুৱাক সোণৰূপৰ বটা-বাহনো পিন্ধালে. মাছ পহু মাৰি ভোজভাত খুৱালে, ডঙুৱা-বৰুলাবোৰক গাভৰু এজোৰাকৈ দিলে। সৰ্গদেৱৰ সুনীযা হাতৰ পৰশত দুবছৰতে ধনে-ধানে, শইচে-সাৰে দেশ নদন-বদন হল। গড়ৰ ভিতৰত তামদলৈৰ খাৰঘৰ ভৰিল, কমাৰভাটিও দিনে-নিশাই চলিল। নবীন নাওবৈচা ফুকনে লুইতত সাতোখন নাও এখনকৈ মাৰ বান্ধি তাত বৰহিলৈ কামায়ন পাতিলে।

এদিনাকুপতি সৰ্গদেৱে ৰণুৱা চাই থাকোতে বোলে, 'কালনেমী, বঙালেৰে যুঁজিবলৈ ঢাল তৰোৱাল আৰু সাহপিতবেই নহয, ভাল সাৰথিও লাগে। ভালো ঘৰৰ সাহেপিতেও আগৰণুৱা এনে কোন আছে?' মই বোলো, 'চেংধৰা, চাৰিঙীয়া ফুকন, পেলন ডেকাফুকন এইবোৰ আছে।' সৰ্গদেৱে বোলে, 'বয়সে ভাটী দিয়া ফুকন বৰবৰুৱাৰে নুযুৱায। ফুকন হবলৈ পাহাৰ বগাই আছে, টিংখাপ পালেই টোপনি যাব। ৰাজ্যক কি ৰখিব? আৰু বহুদিন ডাঙৰীযা হৈ থাকোতে আলস্য আযেম হয, মালা ফুলচন্দন পিন্ধিহে চ'ৰাত বহিব—হেংদান কি শাণিব? ডেকাতেজ কোন আছে তাকেহে ক—।' মই বোলো, 'লুথুৰাখুনৰ চেংধৰা গুকুতি বৰবৰুৱাৰ সৰুটো পো সৰ্গদেৱৰ দোলা-কাখৰীয়া হৈ আছে। তাকো চাব পাৰে। আগতে ঘোঁৰাবৰুৱা আছিল—শালৰ অলেখ উতনুৱা ঘোঁৰাকো বইচ্ কৰিলে। পাছলৈ দুলীয়াবৰুৱা, শিমলুগুৰীযা

ফুকনো আছিল।' বোলে, 'বঙাল আহোতে ক'ত আছিলনো?' বোলো, 'দিখৌমুখত। তাতে আমাৰ লোকে হাবামথোৰৰ কাঁইট হৈ কোটকৰাকে পিন্ধিলে বুলিছে। সাহেপিতে উত্তম, ৰণকৌশলত পাকৈত।' সৰ্গদেৱে বোলে, 'মোৰো মনে ধৰিছে, লুখুৰাখুনৰ গুৰিগছ ভাল—মোমাই তামুলীয়ে ৰাজ্যৰ নিমিত্তে অনেক কৰি গল। হাতীমূৰীয়াৰ এঘৰতে বাবটো ৰব, সিও ভাল। এতিয়া বুঢ়াগোহাইকহে সুধি চাব লাগে।' মই বোলো, 'নিযমে জানো কুলাব?' কিছুপৰ তভক্ মাৰি থাকি বোলে, 'সকলো দিনৰ কাৰণে সকলো নিযম বাৰু নহয়। সময়ে সময়ে পুৰণাটো গুচাই নতুন নিযম কৰিলেহে চলে। নহলে নিযমে ৰাজ্যই একেদিকে নচলে। বাৰু, দেওধাইকো সোধা যক।'

দোলাতে উঠি এদিন সৰ্গদেৱে সকজনাক কাষলৈ মাতি বোলে, 'আগে তুলীয়া বৰুৱা আছিল, তুলীযাক শিখা দোলা কেনেকৰি বব লাগে।' তাতে ভালকৈ শিখালত সৰ্গদেৱে সন্তোষ হল। বোলে, 'বঙাল শত্ৰু গাতে আছে, কেমনে ঠেকাব পাৰি? অধিকাৰী যাক দিম, সিও তীখা হেন হব লাগে।' তাতে সকজনাই বোলে, 'সৰ্গদেৱৰ ৰাজ্যত মানুহ নাইনেকি? বঙালনো সি কি?—মানুহহে। ৰাজ্যত নোলাব নেকি তেনে মানুহ? সৰ্গদেৱে মন কৰি চৰণৰ ধূলা দিলেই হয। সৰ্গদেৱে তাতো বাক্যখানি উত্তম পালে।

দেওধাই বাইলুঙে ঠেং কাটি মণ্ডল চাযো ভালেই দেখিলে। বৰচ'ৰাৰ তিনি খুটাযো হয বুলিলে। কথাইবাৰ্ত্তাই তেজী, জাগৃত, তেজে-মুখ ফুটি যাওঁ ফাটি যাওঁ, পূৰ্ণিমাৰ জোনহেন মুখ। চকুৱে বিজুলী চমকে, খন্তেক চালেই চাঁট মাৰি ধৰে—এনেহেন জ্যোতিময দৃষ্টি। পিছে সৰ্গদেৱে বোলে, 'সকলো ভাল, তথাপি বৰফুকনৰ আসন ওখ। তাৰ মান ৰাখিব পাৰে নোৱাৰে বৰচ'ৰাতে পৰিমাণ চাব লাগে।' সেইমতে বৰচ'ৰালৈ মতাই সকলোৰে আগত পাগুৰি খহাই পৰীখাও কৰিলে আৰু সাহেপিতে সন্তোষ হৈ নিজহাতে সুনীয়া হেংদান আৰু খাৰুটেমী দি নিয়মমতে বৰফুকন পাতিলে। লোকজনৰ বল পৰীখা কৰো বুলি জ'জীলৈ আলি বান্ধি খোকোৰাত পুখুৰী খনাযো চালে।

সেইবছৰ শাওন মাহত যুঁজৰ সকলো আয়োজন সম্পূৰ্ণ হলত, দেওধাই,

থাইলুং আৰু দৈবজ্ঞ গণকসকলে দিনবাৰ চালে। সেইমতে পূজা-পাতল কৰি আমাৰ পালি আৰু যুধাৰুৰ দল দুভাগ হৈ ভাদৰ আৰম্ভণিতে গুৱাহাটী বুলি মহা পয়োভৰেৰে লুইতে ভটিয়াই ৰাওনা হল। লাচিত বৰফুকন, ডেকাফুকন, পেলন, মিৰিসন্দিকাই, লালুক আৰু দিহিঙীয়া গল। চৰফুকনে নিজৰ নাৱতে চূড়ামণি দৈৱজ্ঞবো ললে। যাবৰ পৰত নিৰ্ম্মালি লওঁতে সৰ্গদেৱে বৰুৱা ফুকন সবাইকে একেঠাই কৰি বুলিলে বোলে, 'খৰালিৰ আৰম্ভতে বঙালক ধৰিব লাগে। তহঁতৰো ভাৰ্য্যা-পুত্ৰ গো-ব্ৰাহ্মণ ৰক্ষা পৰক, বঙালক যুদ্ধে জিনিলো, ময়ো ই যশস্যা পাওঁ। কাৰ্য্যসিদ্ধি নহন্তে পিছপাও হলে কটা যাবি—তহঁতৰ দৰে ফুকন ৰাজখোৱাৰ আকাল পৰিছেনিকি এই দেশত ?' মোক অকলে মাতি নি বোলে, 'আগতে কোৱামতে বা-বতৰাও দিবি, বুধি-ভাৰসাও ৰাখিবি। এইবাৰ যেন বঙাল সাৰি নেযায়।' পাছে মোক নাৱত দেখি কেৰাহিকৈ চাই বৰফুকনে বোলে, 'তয়ো আহিলিনে ? ভাল হল বাৰু—মোৰো কাষে কাষে থাকিবি, সময় বুজি সঁকিয়াই দিবি।'

দলদোপ হেন্দোলদোপ কৰি লুইতেদি ভটিযাই গৈ আমি কেইৰাতিমান কলিয়াবৰতে খপিলো। তাতে বৰফুকনে সৈন্যৰ আখৰা ললে, বঙালৰ ঘাটিবোৰৰ চক্ আঁকি কোনে কোনপিনে ঠেকা ধৰিব তাকো ফুকনবোৰত বুজাই দিলে। এইদৰে ভাদমাহৰ দো-ভাগ যাওঁতে সৰ্গদেৱৰ আজ্ঞা হল বোলে, 'এতিয়া বঙালক ধৰিব লাগে।' তাতে উত্তৰৰ পৰা ধৰিবলৈ বুলি পাণ্ডিলত দিহিঙীয়া ফুকনে বাঁহবাৰীত বঙাল মাৰি কোঠ পাতিলেগৈ। বাজলীত খুন্দা মাৰি পাঁচোটা চৰ্দ্দাৰবো সমস্তে বঙালবো কাটিলে। সোণাপুৰ তাঁতী-মৰাতো বঙাল পৰিল। দৰঙীৰ কোঠত বঙালে ধৰি আমাৰ বৰা-বুৰুকক কাটিলে, তাতে ফুকনবোৰে বোলে, 'উত্তৰৰ পৰা বঙালক ধৰা টান।' এইবুলি দখিণ পাৰে বোন্দাত্ত নাও ৰখাই তাৰে ভটিযাই জযদুৱাৰত ধৰিলে। তাতো বঙাল ভাগিল। তেহে তৰে গুইমেলা, চাৰিঙীয়া ফুকন আৰু নাৱে বৰফুকন, নাওবৈচা দিহিঙীয়া ও সন্দিকাই ফুকন সকলোৱে আহি চাহবুৰুজতে দুখুন্দা মাৰি বঙাল ভঙালে। তাৰ পিছত ফুকনবোৰে ইটাখুলিত ধৰিবলৈ মন কৰিলে। সেইপৰত যুধাৰু সবাৰে মনত কি সাহস, কি আনন্দ বোপাইহঁত, একেগোট হৈ এটা খুন্দা মাৰোতেই বঙাল ভাগিল—কি

কৌতুকৰ কথা।

ব্ৰহ্মপুত্ৰৰ বুকুতে ইটাখুলিৰ গড—তাতে বঙাল ফৌজদাৰৰ প্ৰধান ঘাঁটি ৰহিছিল। ওপৰত ঠিয় হলে কি মনোমোহা দৃশ্য—পূবে কুকলাৰ পৰা পশ্চিমে, আগিযাঠুটিলৈকে বহল ৰূপালী লুইত, চৌদিকে সেউজীয়া পাহাৰ। পিছে ইটাখুলিৰ কোঠত ধৰিবলৈ টান, তবেও অসুচল, নাৱেও বিপথ। তাৰেপৰাই বঙালে চাহবুৰুজত তুবাখো ধৰিছিল। পেলনে বোলে, 'ইটাখুলিৰ কোঠ যি জিনিব পাৰে মই তাৰ বন্দী হওঁ।' কথাই আছে বোলে, 'ইযাত মাৰিলে টিপা, গডগাওঁ পালেগৈ শিপা।' এইকথা ত'ত সৰ্গদেৱৰ কাণত পৰিলত বোলে, 'এনে কাপুৰুষ ফুকন, তাৰ হিয়াফালি কাউৰী শগুণক খুৱক।' তালৈকে বৰফুকনে সোধপোচ কৰিলত তাক মাৰে বুলি ভয খাই সবাৱে আসৈ মাতিলে, বোলে, 'সি তেনেকথা কোৱা আমি শুনা নাই।' তাতে সাৰিল।

সেইবেলা গোৰ্লা সকলো ফুকনবোৰক গোটাই বৰফুকনে মেল কৰি কলে বোলে, 'কাৰ্যৰ যোগেদিহে মানযশ বাঢে, সি বিচাৰি লোৱা বস্তু নহয। আৰু ভাল কামতো যেনেকৈ বটাবাহন আছে বেযাকামতো তেনেকৈ শাস্তি আছে। গতিকে আমি সবাৱে একেআগী হৈ এক সৰ্গৰজাৰ নামত এক উদ্দেশ্য কৰি ধৰিলে কাজ সিজিবই। আমাৰ জনম হৈছে এদিন পাঁচহাত মাটিত শুবলৈকে। কিন্তু ৰাজ্যও নমৰে, যশস্যা-গৌৰৱো নমৰে। ৰাজ্যৰ সেৱাত মৰিলে সি মৰণ যশস্যা হয। তাকে ভাবি আগুৱাব লাগে। আজি পুৱতিলৈ ইটাখুলিত ধৰিম। চূডামণিযে খেন চাই ভাল পাইছে।' তাতে সন্দিকাইফুকনে বোলে, 'ইটাখুলিত বঙালৰ ঢেৰ বৰতোপ কেউফালে টন কৰা আছে।' বৰফুকনে বোলে, 'একো ডঁৰি নাই, সপোনত সমুদ্ৰখৰিক দেখুৱাইছে বোলে বঙালৰ তোপ আই কামাখ্যাই গিলিব—আহোমৰ নাৰত নপৰে। এতেকে চাহবুৰুজৰ টিঙত পোহৰ দেখিলেই সবাৱে কেউদিশৰ পৰা ইটাখুলিত ধৰিব।'

ফুকনবোৰ যোৱাৰ পাছত মোক কাষলৈ মাতি নি বৰফুকনে বোলে, 'কালনেমী, সৰ্গদেৱে তোক কি নিমিত্তে পঠাইছে তাকো মই জানো. তই সমুখ ৰণলৈ যাব নেলাগে, কিন্তু আজি এক বিশেষ কাৰ্য্যত তোৰ সহায নহলে নহব। কৰিবি বুলি কথা দে।' মই বোলো, 'কৰিম।' বোলে,- 'কাজ

উলামূলা নহয়, ভালকৈ চাইচিত্তি ল।' এইবুলি ইটাখুলি কোঠৰ এখন হুবহু চিত্ৰ উলিয়ালে, তাতে কেইবাঠাইতো ক'লা দাগি দি থোৱা আছিল। মোক বোলে, 'এই দাগিবোৰ যে দেখিছ এইবোৰ বঙালৰ কামান বৰছিলৈৰ ঘাটি। ইটাখুলিৰ উত্তৰে-পূবে-পশ্চিমে এনেকৈ আঠোটা বৰতোপ পাত্তি থোৱা আছে—এইবোৰেৰে ত'ত এন্ধাৰ বালিৰ পৰা অশ্বাক্ৰান্ত উমানন্দ হৈ সিফালে সিদ্ধেশ্বৰী ছত্ৰাকাৰলৈকে সামৰি ধৰিব পাৰে। আজি পুৱতিলৈ বঙালক আচম্বিতে ধৰিম বুলি ভাবিছো—। কিন্তু বঙালৰ পহৰা নাও লুইতত থানা দি আছে, কিবা স্বৰূপত বঙাল যদি জাগে, এই বৰতোপবোৰৰ মুখত আমি খেৰকুটা উৰাদি উৰিব লাগিব। আনহাতে, এবাৰ যদি ইটাখুলি অধিকাৰ কৰি বহিব পাৰো, দেশ ৰক্ষা পৰিল নিশ্চয় জানিবি।' বোলো, 'কিনো উপায় কৰা যায়? বঙাল নবাবৰ খানদানী বৰতোপ, তাক জানো লৰাব পাৰি?' কিছুপৰ চিন্তা কৰি বোলে, 'এটা উপায় আছে, বৰছিলৈবোৰত পানী ভৰাব পাৰিলে কাজ সিজে।' চিত্ৰখনত ভালকৈ চকু ফুৰালো, আঠোঠাইত ওপৰে-তলে আঠোটা দাগি—অৰ্দ্ধচক্ৰাকাৰ। মুখফুটাই বোলো, 'সিওতো সহজ যেন নেদেখি। তোপবোৰ থানিযে থানিযে সিচৰতি, বঙাল সাৱধানে আছোতে সিহতৰ বেহুত সোমাই এনে কাৰ্য্য কৰা কঠিন।' বোলে, 'সেইটো দায় দিবলৈকে বাচি বাচি তোক মাটিছো, কেনেকৈ কি পাৰ কৰ, মাথো বঙালৰ বৰতোপে যাহাতে আমাৰ যুধাৰু নাওবোৰক মাজলুইতত ধৰি ছেদেলি-ভেদেলি কৰিব নোৱাৰে, তাৰেহে ব্যৱস্থা কৰিব লাগে।'

হাতত সময় কম, ভালকৈ আহৰি উলিযাই বহি যে এচমকা চিন্তা কৰি চাবা, তাৰো উপাই নাই। এন্ধাৰ পৰাৰ লাগে লাগে নাৱত বৰটোপ বান্ধিছে, ছিলৈদাৰ কাঁড়ীযে আখৰা দিছে, কোঁঠত হুৱামুৰা লাগিছে, কাৰো গাত চুণ্টি নাই। বঙালৰ গতিগোত্ৰও নেজানো—কেনেকৈ কি কৰিলে কি হব চিন্তাত বিবুধি, এনেপৰতে মনত পৰিল সৰুপতীয়া আৰু লখাইৰ কথা। সিহত দুটা বঙালৰ বন্দী হৈ বহুদিন ইটাখুলিৰ ঘাটিত আছিল—সিহতক পৰাই বঙালৰ গতিবিধিৰ আলেখলেখ পাওঁনেকি বুলি মতাই অমালো।

সিহতে বোলে, 'বঙাল আগনিশা জাগি থাকে। ৰাতিদুপৰতহে ভা

ধুতুৰা দাৰু খাই টোপনি যায়, আৰু পুৱাবেলা চাবিদণ্ডলৈকে সুঠৈ।’ কান্তিমতীয়া হাভীযেন বাড়িটো আগত দেখি মনলৈ সাহ আছিল। বোলো, ‘আপনিশ্পানো কি কৰে?’ বোলে, ‘মদ নিচা খাই নাচ-গান কৰি তামাচা কৰে, তাকে পাহাৰৰ ওপৰতহে। দুই ঘাটত দুই নাৱে পহৰা দিয়ে।’ মই বোলো, ‘পাহাৰত উঠিবলৈ বাট কেনি?’ বোলে, ‘পুবে-উত্তৰে দুইঘাটে উঠিব পাৰি। পূবে উমানন্দৰ কাষে উজাই গৈ কৰ্ম্মনাশাৰ দখিণেদি ভটিয়াব পাৰিলে ঠিয় গৰা পাহাৰ পায—উঠিবলৈ টান। সেইপোনে লুইতৰ বুকুত তৰপে তৰপে শেলুৱৈ ধৰা শিলনি—কোনো চস্তৰীও নেথাকে। বাকী চৌদিকে পানীযে- তৰে নাও-চস্তৰী ভৰি আছে—যাবলৈ সুচল নহয।’

মই বোলো, ‘আজি ৰাতি এপৰত সেইপোনেই উঠিব লাগিব, ভহুত দুটাও লগতে ওলা।’ এইবুলি সকলো বুজাই কলো। ‘লাগিলে আৰু দুই-চাৰি লোক চাই বাচি ল। ৰাতি তিনিপৰৰ আগতে কাম শেষ কৰিব লাগে।’ সিহত হালে পোনাতে কেৰঘেঁহাইছিল, পাছে পেলনৰ কথা মনত পেলাই দিলত মান্তি হল জানিবা। সেইমতে লগত কেইপদমান বস্ত্ৰ-বেহানি বান্ধি-কুন্ধি লৈ ৰাতি ডেৰপৰত উমানন্দৰ পূবে উজালো। দুটা নাৱৰীযাৰে এৰেকৈয়া নাও—উজাওঁতেও তীৰ হেন ভটিযাওঁতেও। কৰ্ম্মনাশাৰ দখিণেদি ভটিয়াই আমি পাঁচোটাই ইটাখুলি পাহাৰৰ পূবফাল পালোগৈ। কৃষ্ণপক্ষৰ এন্ধাৰ নিশা, কাতিমতীযা কুঁৱলীত উমানন্দ কৰ্ম্মনাশা ইটাখুলি লুইত সকলো ঢাক খাই আছিল। ঠিযকৈ শিলনি পাহাৰৰ তলতে শুকান লুইতৰ বুকুতো পকনীযা। ঠাইডোখৰ দ, ঠোকাঠুকলি খাই নাও দুনিও শিলৰ কেৰেপত সোমোৱাৰ ভয। পাকৈত গুৰিযালে বজ্ৰটিপা ধৰিলেও মনে মনে ত্ৰাহি ত্ৰাহি সুঁৱৰিলো।

ওলাই থকা জোঙা শিল এটাতে নাও বান্ধিলো। ঠিযৈ ঠিয়ৈ ওপৰত তৰপা বন্ধা শিল। লগত কঁই নিছিলো—মাৰনাও জোঁটা ৰিহাসূতাৰ কঁই, আঙুলিটোমান শকত। তাৰে মূৰত কেঁকোৰা এটা লগাই নাৱৰ পৰাই ঠিয়ৈ ঠিযৈ উমানতে ওপৰলৈ দলি মাৰিলো। এবাৰ দুবাৰত নেলাগিল দেই—কেইবাবাৰৰ মূৰতহে শিলৰ কেৰেপত কেঁকোৰা লাগিল। লথাইহতক লৈ তিনিউটা ওলমি চালো—কেঁকোৰা টানহৈ লাগিছে। মই বোলো, ‘এটা

এটাকৈ উঠোঁহক—আগে মই, তাৰ পিছত লখাই তাৰ পাছত বাকী তিনিটা।
নাৱৰীয়া দুটাক তাতে বৈ গম-গতি লৈ থাকিবলৈ কলো—বোলো, 'তিনি-
পৰতো আমি ঘূৰি নাহিলে যাবিগৈ—বৰফুকনকো কবি।'

খৰপাকত পকোৱা বিহা সূতাই হাতৰ এচাল নিলে। তেওবুলি বগাই
ওপৰ পালোগৈ দেই। পাছে পাছে বাকী কেইটাও উঠিল। তেতিয়াও পিছে
টিং পোৱাগৈ নাই—এটলীয়া পাহাৰচোৱা বগাবলৈ বাকী। শেলুৰৈ ধৰা
শিলত সাৱধানে খোপনি লৈ এখোজ এখোজকৈ শিলে শিলে বগাই যেতিয়া
আমি পাঁচোটা পাহাৰৰ ওপৰ পালোগৈ, তেতিয়া বঙাল নিঃপালি দি শুলে।

ডাঠ কুঁৱলীৰ মাজেদি দুই-এটা চাকিৰ পোহৰ বহলহৈ এন্ধাৰৰ মাজে মাজে
জিলিকিছিল, আমি ইটোৱে সিটো ক'ত আছে তাকে ঠাৱৰ কৰিব পৰা
নাছিলো—বঙালতো দূৰৰ কথা। শুই থকা বঙালৰ মাজে মাজে ঘোঁৰা
দৌৰাই ফুৰিলেও দেখা নেপায়, এনেহেন এন্ধাৰ আৰু কুঁৱলীৰ খেল। সেই
অন্ধকাৰ নিশা অসমী আইৰ ভাগ্যলক্ষ্মী উদয হৈছিল বোপাইহত—সেই পুণ্য-
খেনত মোৰ আইমাতৃকাৰ শিৰত দেওসকলৰ আশীৰ্ব্বাদ বৰষিছিল।

টিঙৰ ওপৰৰ সমানডোখৰ পাযেই বৰতোপবোৰ ক'ত আছে ঠাৱৰ কৰিবৰ
চেষ্টা কৰিলো। এটা ওলালেই বাকীবোৰ উলিযাব পাৰিম—বৰফুকনে
দেখুউৱা চিত্ৰখন মনতে একেবাৰে চাপমৰা আছে। পিছে আমি আছো
কোনখিনিত তাকেহে বুজি পাবৰ উপায নাই। এনেপৰতে জানিবা সৰুপতীযাৰ
শেনচকুৱে খানিক নামলৈ থকা তামীঘৰা এটাৰ জোংটো দেখিলে। মোক
কাণে কাণে ফুচ্ ফুচাই বোলে, 'উত্তৰ-পূবৰ কামাযনটো সোৱা তাতে।' মই
কেইখোজমান নামি গৈ দেখিলো তামীঘৰাত চাকি জ্বলিছে—ভিতৰত
দুটা বঙাল লালকাল দি পৰি আছে। ইহঁতকেইটাও পাছে পাছে গৈছিল,
সবাৱে ধৰিমিলি কামাযনটোৰ মুখখন ঘূৰাই তামীঘৰাৰ কাষতে থকা
ঢোলটোৰ পৰা কেমলামান পানী ঢালিলো, কাষতে খাৰৰ দ'ম আছিল,
তাকো তিযালো। বঙাল দুটাই গমকে নেপালে। মনতে বোলো আৰু
সাতোটা আছে—সেইবোৰতো এনেকৈ নিৰাপদে কাম সিদ্ধি কৰিব পাৰিলে
হয। তাৰ পাছৰ বৰতোপ তিনিটা উমানন্দ, সৰ্ব্বেশ্বৰী আৰু দীৰ্ঘেশ্বৰীৰ পোনে
টন্ কৰা আছিল—সেই তিনিটাতো একো অসুবিধা নহল। কলি লাগিলহি

পঞ্চম বৰতোপটোত—সেইটো নবাবৰ তামীঘৰাৰ কাষতে—চাহবুৰুজৰ পোনে টন্ কৰা। তালৈ যাওঁতে নবাবৰ তামীঘৰা চেৰাই যাব লাগে অথচ সেই মাজনিশাও নবাবৰ তামীঘৰাৰ সমুখত দুটা বঙাল হাতত ছিলৈ ধৰি আছে—এটা ঠিয় হৈ, আনটো মূঢ়া এটাত বহি।

লথাইক বোলো, 'এইটো সৰ্ব্বশেষতহে চুমহি—আগতে বাকী তিনিটাৰ লেঠাটো মাৰি আহো।' সি বোলে, 'বাকী তিনিটালৈ এইপোনে নগলে বাট নাই।' অগত্যা কুঁৱলীৰ আঁৰে আঁৰে কায় চাপি খন্তেক তাতে থেম ধৰি চন্তৰী দুটাৰ আলেখলেখ চালো।

চাৰিহাত ওখ দুটা বঙাল চিপাহী, বৈ বৈ মাজে মাজে সিহঁতৰ ভিতৰতে ঠাই সলায়। বহাটো আহি ঠিয় হয়হি, ঠিয় হৈ থকাটো গৈ মূঢ়াটোতে বহে। তামীঘৰাৰ ভিতৰত চাকি জ্বলিছে—নবাব চাগৈ শুলে। খন্তেক নিৰীখণ কৰি বুজিলো, বহা চিপাহীটোৱে মূঢ়াৰ কাষৰে কলহ এটাৰ পৰা উলিয়াই কিবা খায়, পাছত সি গৈ ঠিয় হয়, ইটোৱে আহি এঢোক খাই বহেহি। সৰুপতীয়াক বোলো, 'বৰবিহ এডোখৰ আনিবলৈ নহল—বৰ কামত আহিল হয়। পিছে খৰা হেংদান আছেনে নাই?' সি বোলে, 'আছে।' বোলো, 'একেকোবে সৰকাব পাৰিবি?' বোলে 'এবাৰত এটাক পাৰিম।' বোলো, 'ত্বৰিতে কৰিব লাগে, তিনিপৰত আমাৰ যুধাৰুৱে ধৰিবহি—ইহঁতৰ পহৰীযা নাওবোৰে দেখিলেই লেঠা হব।' তাতে তামীঘৰাৰ দাঁতিয়ে দাঁতিযে আমি তিনিটাই হাতত সাৰে ভৰিত সাৰে গৈ দহগজমান দূৰত গছজোপাৰ আঁৰ ললো। তাৰেপৰা সৰুপতীয়াই খৰা হেংদান মাৰিলে, বহি থকাটোৰ পিঠিলৈ। তাৰ কি চিকণ হাত সোণাইহত, বঙালৰ বাওঁ পিঠিতে আঁৰপাৰ শালিলে—খৰা হেংদান নাললৈকে এমুঠন পোত গল। মুখৰ মাতো নোলাল, বুকুত হাত দি ঠাইতে ঢলি আউজি পৰিলত চুচুক-চামকৈ ইটো বঙাল আগবাঢ়ি আহিল। মৰাটোৰ বুকুৰেদি হেংদানৰ জোংটো ওলাই আছিল হবপায়, তেজ বৈছিল যদিও সিমান ধৰিব নোৱাৰি, সিহঁতৰ পোছাকবোৰেই তেজহেন ৰঙা। ইটো আহি এক নিমিষ বৈ চালে। মনতে বোলো এইবাৰ মৰিলো—ই এতিয়া বৌজাল-বৌজাল লগাই সোপাকে জগাব—পহৰা নাও কৰবাতে থাকিল, আইধৰতকৈ বাইধৰহে চাব হল।

পিছে আচৰিত কথা বোপাইহঁত, সি একো গণ্ডোগল নকৰিলে, মদৰ জালত্তে চাগৈ লগৰটো যে মৰি ভূত হল তাকো ভং ধৰিব নোৱাৰিলে। আলসনিয়ে পোৱা মানুহৰ দৰে টেলুকা-টেলুকিকৈ মৰাটোৰ ফালে চাই লৰালৰিকৈ কলহটো দুইহাতে কেকোঁজকোকৈ ডাঙি লৈ আমি থকাৰ ওচৰৰে জোপাটোৰ ফালে আহিল। কলহটো গধুৰেই হব, তাৰ খোজবোৰ ফেৰেকা ফেৰেক হৈছিল, বোধহয় লোকজন গোটখোৱাৰ আগতে সেইটো লুকাব খুজিছিল দেই। পিছে সেইদৰে আহোঁতেই পাছফালৰ পৰা খেদামাৰি বাওঁহাতে তাৰ মুখখন চেপিধৰি সোঁহাতে বুকুতে ঘালিলো। কলহটো লখাযে আলাসতে ধৰিলে আৰু পঞ্চম বৰতোপটোৰ মুখত পানীৰ সলনি বঙালৰ দাৰুকে ঢলা হল। ওচৰে-পাজৰে পানী আছিল যদিও বিচাৰিবলৈ নহল, সিহঁতৰ নবাবৰোৰে পানীতো নাখাযেই, তাৰে হাত-ভৰিও নোধোৱে হবপায। দুযোটা মৰা টানি নি পাহাৰেদি লুইতলৈ বাগৰাই দি আমি আগবাঢ়িলো।

বাকী তিনিটা বৰতোপৰ এটা চাহবুৰুজৰ ফালে, এটা আশ্বাক্রান্তৰ ফালে আৰু এটা আগিযাঠুটিৰ ফালে টন্ কৰা আছিল। তাৰে প্ৰথম দুটা সতকাই ঢুকি পোৱাতে সেই দুটাতো একো অসুবিধা নহল। তলত লুইতত্তো পহৰীযা নাই।, সেইবোৰ তোপৰ তোপদাৰবোৰো ঘুমটিত লালকাল। শেহৰ বৰতোপটো পচিমৰ টিলা পাহাৰটোত খানিক ওপৰলৈ আছিল—তালৈ বগাই উঠোঁতেহে কিছু কষ্ট হল। ওচৰে-পাজৰে পানীও বিচাৰি নেপালো। গতিকে আমি পাঁচোটাই ধৰি সেইটো বৰতোপৰ গুৰিটো খান্দি উলাহি লুইতৰ বুকুলৈ বগৰাই দিলো। হাতীহেন বৰতোপ, হিৰ্ হিৰাই খহি গল—লগতে টিলাটোৰো এচোৱা নিলে। কওঁতেহে পাছে উজুদেই, বৰতোপ খান্দোতে আমি পাঁচোটাকৈ মুনিহ সেই কাতিমহীয়া নিশাও জৰ ঘমাদি ঘামি জুৰুলি জুপুৰি হৈ ভাগৰি পৰিলো। গা ৰাইজাই লাগিল—বুকু ধপ্ ধপাই গল। তত্রাচ ৰবৰ সময নাই—ৰাতি তিনিপৰ হওঁ হওঁ। আমি কেউটাই অহাবাটেদিযেই পুৰুঘাটৰ ফালে ততাতৈযাকৈ ৰাওনা হলো।

শিলে শিলে বগাওঁতে দূৰত চাহবুৰুজৰ টিঙত পোহৰ এটা দেখিলো—ঢকাচমকাকৈ জ্বলিছে মুমাইছে। এই ফালে নবাবৰ তাম্ৰীঘৰাৰ মুখত

কেইবাটাও চিপাহী ঠিয়হৈ কথন মথন কৰি থকা দেখিহে ভঁৰুক লবলগা হল। এতিয়া কেনি যাওঁ, কোনবাটে পলাওঁ তাকে ভাবোতেই নিমিষতে মহাপ্রলয় হল বোপাইহঁত, চাহবুৰুজৰ পিনে লুইতৰ বুকুত হেজাৰ কামাযন গৰ্জ্জি উঠিল, জাউৰিযে জাউৰিয়ে গোলা-বাৰুদৰ দুৰ্দ্দম আঘাতত ইটাখুলিৰ পাহাৰ থকৃথকৃকৈ কঁপিবলৈ ধৰিলে, শিল-বালি হিৰ্‌হিৰ্‌কৈ খহিল। বঙালৰ পহৰা নাৱৰ পৰাও গোলাগুলী গল, ততালিকে মাটিতে পেট পেলাই পৰি চুচঁৰি-বাগৰি গৈ আমি কেইটাই ঢলীযা পাহাৰৰ আঁৰ ললো। তাৰ পৰা লুইতকহে নেদেখি, ইটাখুলিৰ পাহাৰটো দেখি। এইখিনিতে দুটা পাহাৰৰ মাজত খাল এডোখৰ পৰিছে—তললৈ খাপে খাপে সৰু-বৰ কেইবাটিও তামীঘৰা। সৰুপতীযাই বোলে তিনিশ মান আমাৰ যুধাৰু বন্দী কৰি তাতে ৰাখিছে। চিপাহী-চন্তৰী ঢেৰ আছিল, পিছে কথাষাৰ শুনি আৰু ৰবলৈ নহল বোলো, এনেও কাণী তেনেও কাণী, ভালকৈ দিওঁ শাকত পানী। 'আহহঁক' বুলি চোঁ-চোঁকৈ নামি গৈ খালটোৰ তলি পালোগৈ।

ইটাখুলিৰ বঙালৰ কোঠত তেতিয়া জানিবা কোঁদোবাহতহে জুই লাগিছিল। ঘন কুঁৱলীৰ মাজে মাজে এন্ধাৰে-মুধাৰে পিয়ঁাপি দি বঙালৰ ৰণুৱা চিপাহী লৰি ধাপৰি ফুৰিছিল। জাকে জাকে পাহাৰৰ ওপৰলৈ বগাইছে, মাজে মাজে দুই-এটা হিলৈ ফুটিছে—কামাযন ববতোপ হলে এটাও নেবাজিল দেই।

খালটোৰ তলিত প্ৰথম তামীঘৰাটোৰ মুখতে চাৰিটা চিপাহী আছিল—মনতে বোলো আমি পাঁচোটা আছো যেতিয়া সমুখ সমৰেই প্ৰশস্ত। সেইমতে ঠিক কৰি সিহঁতৰ মুখৰ আগতে ভটংকৰে জঁপিযাই পৰিলত সিহঁতে হিলৈ তৰোৱাল মাটিত পেলাই হাত দাঙি ৰল। আমাৰ কেইটাক দেখি চাগৈ ভাবিলে বোলে ইহঁত এমানখিনি পালেহি যেতিয়া ইটাখুলিত বঙাল পৰিলেই। সিহত চাৰিটাৰ হাতবোৰ পাছ ফাল কৰি একেজোঁটে বান্ধি লৈ তামীঘৰাৰ ভিতৰ সোমালো। তাত আমাৰ অনেকো লোক আছিল, খেনোৰ হাতে-পায়ে লোৱা লগোৱা, খেনোক দড়িৰে আঁটি আঁটি বন্ধা। সেইবোৰ মুকলি কৰি দিয়া হল, বাকী কেইটা তামীঘৰাতো সোমাই তাকেই কৰিলো। তাৰ পিছত আমি তিনিশ লোক গোটখাই বঙালৰ মালখানাৰ পৰা তৰোৱাল বাৰু

উলিয়াই লৈ বঙালক সিহঁতৰ থানাৰ ভিতৰৰ পৰাই জুমুৰি দি ধৰিলো।

সাতথন মাৰনাৱেৰে বঙালে আমাৰ ৰণুৱাক লুইতৰ মাজতে খেনেক ৰুধিছিল—পিছে আমাৰ ৰৰতোপৰ আগত তিষ্ঠিব নোৱাৰি থানৃবান্ হল। পুৱতিৰ লগে লগে আমাৰ লোকজন ইটাখুলিত উঠিলগৈ—আমি ওপৰৰ পৰা নমাই দিয়া কঁই বগায়ো কিছো উঠিল। বহুতো বঙাল মৰিল, ঢেৰ বন্দী হল, আৰো অনেকে ঘোঁৰাত উঠি আগেভাগে গড়ৰ বাজ হৈ তৰে পলাল। তিৰীৰ ভেশধৰি পীৰোজ, চানা তুজন নবাবো পলাইছিল, আমাৰ ৰণুৱাৰ শিশুপাল খেদাত চুৰ হেকৱাই আন্ধাক বালিযেদি লুইত পেৰি অশ্বাক্রান্তত উঠিলগৈ। তাতেও ধৰিলে। বন্দী খেতোবোৰক তাতে মাৰিলে, বাকীবোৰক গড়গাঁৱলৈ ভেজিলে। হাতী ঘোঁৰা হিলৈ কামাযনো ঢেৰ পালে, অলেখ সোণা-দানাও পালে। তাৰেপৰা বঙালক মানাহামুখত খেদি থৈ আমি অসমীযাই হেৰোৱা ৰাজ্য ঘূৰাই ললো বোপাইহত, আৰু আই কামাখ্যাক সমুখ কৰি কাললৈ খিযাতি ৰাখি ইটাখুলিতে খোপনি পুতি বহিলো। চৌধুৰী পাটোৱাৰী পতাই সৰ্গদেৱে তদন্তৰে নামজানিত আহোমৰ ৰাজত্ব নিকটৃকটীযাকৈ থাপিলে।

এই গোটেই মাঘমহীযা নিশাটো জুৰি বহুতো কথা কলো বোপাইহত, তোমালোকে ৰঙকে পাইছা নে আমনিহে পাইছা নেজানো, মোৰ বোৱাৰ বাব, এফালৰ পৰা পকটিয়াইহে গৈছো। কথাবোৰ বখানোতে এই মাঘমহীয়া ৰাতিও বুঢাদেহাৰ শিৰত তেজ তপত হৈ বৈছে বোপাইহত, তুখন দগধা কঁথাৰে গুচাব নোৱাৰা শীত, হাড়কঁপোৱা ঠেটুৰৈ—সিও এই পাঁচকুৰি বছৰীযা শৰীৰৰ ওপৰেদি কেনি পাৰ হৈ গৈছে তাৰ উমানকে পোৱা নাই। পিছে কথা কওঁতে উশাহে বুকুত ধৰিছে, মূৰটো আচন্দ্ৰাই কৰিছে, গাটো তুৰ্ব্বল লাগিছে, আৰু যে বহলাই বঢাই কব পাৰিম তাৰ আশা নাই, সোণাইহত, মনতে ভাব হৈছে যেন যমে চুলিত ধৰিছেহি। কবলৈ ঢেৰ কথা আছিল বাছাহত, পিছে গাত শকতি নাই, হাতত সময় নাই। সেইকাৰণে আৰু বহলাই নধৰো, অকল শৰাইঘাটৰ কথা কৈয়েই বকলা সামৰিম। শেষ কৰিব

পাৰো নোৱাৰো নেদেখাজনেহে জানে। পাছত হয়তো কৰলৈ সুৰুঙা নেপাৰও পাৰো এতিয়াই কৈ থৈছো বোপাইহঁত, মই মৰিলে তোমালোকে এই বুঢ়াহাড কেইডাল কাউৰী-শগুণে চুৱা কৰিবলৈ দলিয়াই পেলাই নিদিবা, যেনে হলেও চাৰিহাত মাটিত গাঁত এটা খানি পুতি থবা, কাৰণ মৰা দেহাটো শিয়াল-কুকুৰে চুবলগা কোনো অকাৰ্য্য এই বুঢ়াই কৰা নাই, জানি-শুনি পাপৰ ভাগীও হোৱা নাই। মনত ৰাখিবা আজি তেল নাইকীয়াত ফপৰীয়া হোৱা এই দেহাটোৰ লগতে মোৰ আইমাতৃকাৰ বহুত বুৰঞ্জীও মাটিৰ গৰ্ভত পোত যাব—তাক কালে পচাব নোৱাৰে।

পাছে গুৱাহাটী লোৱাৰ পিছতহে আচল ৰণৰ যো-জা চলিল দেই—বৰফুকনে ভগা গডপ্ৰাঞ্চি বাঁটি সৰ্গদেৱৰ আজ্ঞাৰে নতুনো অনেক পাতিলে। বোলে, 'বঙালেও আমাক দেখে, আমিও বঙালক দেখো। এতেকে আঁৰ লৈ এক যুদ্ধৰ নিমিত্তে গড কিছু কৰিলে ভাল হেন দেখি।' চামধৰাতো অৱশ্যে গড আছিল, পাছে চামধৰাত হুইঁকি ধৰাত কৰি গুৱাহাটীত হলে বাহাতে থাকি যুদ্ধ কৰিব পাৰি বুলি ফুকনে সেই আচিলাতে বাঁহগডীয়া বুঢ়াগোহাইকো বৰপাত্ৰকো নামিৰালৈ ভেজিলে। ঠাই বুজি লুইতৰ পাৰে পাৰে উত্তৰে শৰাইৰ পৰা কুকুৰালৈ আৰু দখিণে অসুৰৰ আলিৰ পৰা পাণ্ডুলৈকে পাহাৰৰ ওপৰে ওপৰে বৰতোপ কামাযন বহুৱাই থানি কৰি লোক থলে, নদীৰ পাৰত গড পাতিলে, বুকুত কেঁকোৰা পেলাই ভুৰ বান্ধি থলে। বৰফুকন দখিণে ইটাখুলিত আৰু বুঢ়াগোহাই উত্তৰে লঠিয়াত ৰলগৈ। আগতে সুচল চাই বুঢ়াগোহাই দীৰ্ঘেশ্বৰী পাহাৰত আৰু বৰফুকন ছত্ৰ পাহাৰত থকাৰ কথা আছিল, পিছে চূড়ামণিযে বোলে, 'দেখিবলৈ সুচল হলেও সি ঠাই ভাল নহয—ওলাযেই মুখৰ আগতে কলি পাহাৰটো কৰ্ম্মনাশা, সৰ্ব্বদা যাত্ৰা নাস্তি। গতিকে ভটিযাই ইটাখুলিতহে বহিব লাগে, আই গোসানী কামাখ্যা আগত থাকিব—এইপোনে অশ্বাক্ৰান্ত, সেইপোনে উমানন্দ, আতেহে সুবিধা। আহযাহো সুচল। আৰু বুঢ়াগোহাই কিছু ভটিযাই লঠিয়াত বহকগৈ।' তাতে বৰফুকনেও গমিপিতি চাই বোলে, 'এনেযেও কিছু ভটিযাই থকা ভাল—ৰঙালক এবেগেতো শিপাবলৈ দিব নোৱাৰি।' তাতে ইটাখুলিত বহি সবাৰে কামাখ্যা সেৱা কৰি বোলে, 'মাও, বঙালখনি খাই দিয়া, সকলকো ৰক্ষা কৰা'

আৰু ৰবফুকনে বোলে, 'ৰণত পাছ হুহঁকিলে এই হেংদানেৰে তাক কাটিম, পাছতহে দেৱলৈ জনাম।' তাতে বুঢ়াগোহাঁই পৰ্য্যন্তে সবারে ডবিলে। পাছত গুৱাহাটাৰ পৰা মানাহামুখলৈ লুইতৰ দুয়োপাৰে সমস্ত ৰাজ্যতে যুঁজৰ কাৰণে সাজু কৰি মানুহ আৰু আহিলাপাতিও থৈ বঙাল আহিবলৈ সবারে চোপ দি থাকিল।

ইটাখুলিত বঙাল পৰাৰ পাছত এনেকৈয়ে এবছৰ গল। আঘোণত চৰীযাই আহি বতৰা দিলেহি বোলে ৰামচিং ৰজাৰ তলত বঙাল আহি ঢকাতে জিৰাইছেহি। তাকে শুনি ৰবফুকনে নিজেও গড়প্ৰাঞ্চি চাবলৈ ধৰিলে। তেতিয়া আমাৰ যোধাৰু পাইকৰ কি উছাহ, কি তেজ। যেনে আছিল ৰবফুকন, তেনে আছিল ৰবাবুরুক, ৰণুৱা-পাইক। উত্তৰ পাৰে গড় বান্ধি আছিল ৰবফুকনৰ মোমায়েকে—তাতে লেহেম কৰাত তাকো কাটিলে। যতমান পাইকৰ ভয়ত জীউ উৰিল। বোলে 'আনকো কাটিম, দেৱত পৰে জনাম।' বুঢ়াগোহাই পৰ্য্যন্তে কটকীত কৈ সৰ্গদেৱত বতৰা দিলত সৰ্গদেৱে সোধাইছিল। তেতিয়া বোলে, 'মোমাইনো সি কি? দেশভকৈও ৰবনে? ডাঙৰীয়া বিষযা সবাকো নিজ নিজ কাম তুখ্ৰুংকৈ বাটি দিলে, বোলে 'নিজ নিজ জাজ্ঞাত বহিব, নিজ নিজ কাম কৰিব, নহলে মুৰ কটা যাব।' ফুকনবোৰে বোলে, 'ৰবফুকনে মানুহ কাটিব নোৱাৰে, ৰজাইহে পাৰে।' ৰবফুকনে বোলে, 'বঙাল মাৰি ৰাজ্য ৰাখিবলৈ মোক সৰ্গদেৱে সেনাপতি পাতি পঠিযাইছে—ইযাত ৰণুৱা পাইক মইহে চলাম। নিযম-নীতিও মইহে কৰিম। আগৰ নিয়মমতে চলি কি ফল হল? গৰজ বুজি নসলালে মই সেনাপতিটো কিহৰ—মাৰ্বনাৱৰ আগত বন্ধা কাঠৰ ঘোঁৰা নিকি? আৰু নিযম যি সি পকীবাট, কোনপিনে যায চাইহে বান্ধিব লাগে। এতেকে আগেভাগে কাটিম, পাছতহে দেৱত পুচিম।' এই বতৰা গড়গাঁৱত সৰ্গদেৱৰ কাণত পৰিলত বোলে 'সি ঠাইত ফুকনক অধিকাৰ কৰিছো। শত্ৰুৱে যাহাতে ছিদ্ৰ নেপায় সেইমতে কৰিব। মোৰো ফুকনৰ কথাইহে কথা।' আতে সবারে মনে মনে থাকিল।

ৰণুৱাবোৰ মাটিত ছহাতকৈ থলে, পাহাৰত ন-হাত। ফুকনবোৰক চিত্ৰ আঁকি লিখি পঢ়ি সকলো বুজাই দিলে। চোৰবচা আৰু পাজি নদীৰ পাৰে

পাৰে বহুৱালে। দখিণে অমৰাজুৰিৰ পৰা পাণ্ডুলৈ খহুৱাপাত্ৰ গোহাই, ৰাঙলী বুৰুজৰ পৰা কামাখ্যালৈ লুথুৰিচেতিয়া, তাৰপৰা হুৱাৰ গৰিলালৈ লাটুম দোলাকাথৰীয়া, ফটাশিলৰ পৰা অসুৰৰ আলিলৈ নেওগ-গোহাই, আৰো অনেকো থাকিল। উত্তৰেও তেনেকৈ জুৰিয়াৰ পৰা শৰাইলৈ চেন গোহাই, শৰাইৰ পৰা কেঁকুৰিলৈ ফুলবৰুৱাৰ ভতিজাক, লঠিয়াৰ পৰা চিলালৈ মিৰি সন্দিকাই এইসকল থাকিল। সেইবাৰ মাঘমাহত ৰজা ৰামচিং বঙাল ৰঙামাটিতে কোঠ দি বহিলহি।

মানাহামুখত থকা আমাৰবোৰে ৰামচিঙক ৰঙামাটিতে ধৰিলে, পিছে চুৰ্চ্চুৰীযা। এটা-দুটা বঙাল জাঞ্জা চাবলৈ মাজে মধ্যে ওলায়, তাকে কাটে। লোকজন কম—সমুখে ধৰিবলৈ সুবিধা নহয়। তাতে গুৱাহাটালৈ উজাই গোটখালেহি। ইতিমধ্যতে ৰামচিং উজাবৰ শুনি বৰফুকনে ৰাজখোৱা তিনিজন পাচিলে বোলে, 'বাৰেপইতা আগচকীলৈ যাইঁক, গা দেখা দি থাকিবি, ধৰা নিদিবি। যেনেতেনে বঙালক শৰাইলৈকে আনিবি। তেহে বলে পৰা যাব।' ইহঁতেও ৰাতি লুইতৰ বালিত কলাগছ পুতি হেজাৰে হেজাৰে জোৰবস্তি জ্বলাই থয়, পুৱা হলে গা-দেখা দি উজায়। এনেকৈ শিযাল বাগি দি আনিলত দিহিঙীযা ৰাজখোৱাৰ লগুৱা দুটা ঘুমটিতে আছিল, সিহঁতক ধৰি নি ৰামচিঙে বোলে, 'বৰফুকনত কবি একঘড়ী লেঢাই দিব লাগে।' —এইবুলি এৰি দিলে।

মানাহামুখৰ বৰুৱাবোৰ গুৱাহাটালৈ ভাহি অহাৰ নিমিত্তে আমাৰ ৰণুৱাবোৰৰ উছাহ কমি গৈছিল। পাছে সেইদিনা ৰাতি বৰফুকনে সপোনত দেখিলে বোলে আই কামাখ্যাই হাঁ কৰি মুখ মেলি বঙালক খেদি গৈছে আৰু গোটে গোটে গিলিছে। দৈবজ্ঞ সকলেও দেওধাই বাইলুঙেও বোলে, 'এইবাৰ শেনৰ এজাত, বঙাল নিগমে মৰিব।' তাতে যোধাকবোৰে তিনিগুণ উছাহ পালে। লুইতৰ বালিত বঙালৰ পয়োভৰ দেখি পিছে বৰফুকনে অকলে অকলে পাহাৰৰ টিঙত দুখ কৰিলে বোলে, 'কালনেমী, মই বৰফুকন হোৱাৰ দিনতেহে ৰাজ্যৰ কপালত এনে ঘটিল। এতিয়া সৰ্গদেৱকো ৰাজ্যকো কেনেকৰি ৰাখো? উত্তৰ-পুৰুষকে বা বচাওঁ কিমতে?' মই বোলো, 'দেৱ মহাবীৰ; মুখত এনেকথা নোশোভে। ধৈৰ্য্য ধৰক—

সকলো ৰক্ষা পৰিব।' তাতে বিমৰিষ হৈছিল, আনো কাকেও পিছে নজনালে—হাঁহি মাতি থাকিল।

দুই-এপদ গড়প্ৰাপ্তি বাকী আছিল—তালৈকে কেইদিনমান সময় লৈ বৰফুকনে বঙালক চলাই ভুলাই থাকিল। নিমৰে ৰামচৰণকেও পঠালে; পীৰোজ খাঁ বন্দী হৈ আছিল, তাকো ৰামচিঙৰ গালৈ ভেজালে। তেনেতে হুণ্ডলভণ্ডা লহ্‌কৰে বতৰা দিলেহি বোলে, 'গড়প্ৰাপ্তি দেখি বঙালে ডৰাইছে। পাহাৰে পাহাৰে লাগি গড়, মাজৰ মাটি ঠেক যুঁজিব নোৱাৰি। বঙালক টোপে ঢুকি নেপায়—এনেহেন থানিবোৰত ঘাঁটি।' বুঢ়াগোহায়ে এইকথা সদৰী কৰিলত সবাৰে বোলে, 'বৰফুকনে আজ্ঞা কৰক, আমি প্ৰাণপণে যুঁজিবলৈ সাজু আছো।'

সিদ্ধিৰ মুখলৈ শিয়াল আহিল—চ'তৰ শেষত ৰামচিং উজাই আগিয়াঠুটি পালেহি আৰু লেঢাই আৰম্ভ হল—গোলা বাৰুদ, কাঁড়-যাঠীয়ে চ'তমহীয়া আকাশ ঢাকি ধৰিলে। সেইবেলা চৰীযাই বতৰা দিলেহি বোলে, 'শৰাইৰ কোঠলৈ বঙালে আগিয়াঠুটিৰ পৰা সুৰুঙা খানিছে।' বৰফুকনে বোলে, 'কিমানদূৰ পাইছেহি?' বোলে, 'আধামান আহিল।' তাতে বৰফুকনে একো নকৈ থাকিল। চাৰি দিনৰ দিনা বোলে, 'এতিয়া খাৰৈত পানী ভৰাইক। পানী ভৰালত পানী নৰয় তেনেদেখি ভুৰত তুলি কামায়ন খেদি গড়ৰো কিছু ভাঙিলে—পিছে লগে লগে আমাৰ বাঁটিলেও। ইফালে খাৰৈৰ পৰা বঙালৰ সুৰুঙাইদি পানীগৈ ৰামচিঙৰ ঘাঁটিত দোকোলটকা পানী হলত বঙাল পিছুৱালে। তাৰপিছত মাজতে ৰাঙলী বুৰুজত ধৰি বঙালে তাৰ কিছো খহালে। বঙালে যিমান খৰকৈ খহায, তাৰ তিনিগুণ খৰকৈ আমাৰ লোকে বাঁটে। পাছৰ তিনিমাহ বঙালো তেনেকৈ তম্ভি থাকিল, আমিও তম্ভি থাকিলো, মাজতে মাথোন ৰাণীৰ ৰজাই বঙাল এগাল ধৰি আঙুলিবোৰ কাটি বৰফুকনলৈ ভেজিলে।

আহাৰৰ শেষত বঙালে কালজৰা পাহাৰত ধৰিলে, তাতপৰে দবঙেদি গুৱাহাটাত সোমাবলৈ প্ৰচেষ্টা কৰি বাঁহবাৰী পালেগৈ। তাতে ৰাণীৰ ৰজাই পাহাৰৰ ঠেকত পেলাই সোপাকে কচুকটা দিলে। দিহিঙীয়া ফুকনেও চেচাইদি নাৱৈতৰে ধৰিলে। তেনেতে ৰামচিঙে নিজে ওলাই

ধৰিলত আমাৰ ভাগিল। বাৰিষাৰ লগে লগে নদনদী খালদোং পানীৰে ভৰিলত বঙালৰ এটা ঘাটিৰ পৰা আনটোলৈ যোৱা-অহা কৰা টান হল। বৰফুকনে অ'ত এখুন্দা ভ'ত এখুন্দা মাৰি মাথো কাল বঞ্চিছিল ; বোলে, 'বঙালৰ বস্তু-বেহানিও কমক, মাৰিয়ে-মৰকে বানে-ঢলে লোকজনো কমক। হাতী আগে বিলত পৰক।'

ইতিমধ্যতে ৰংমহলত হেঁচা দি বঙালে অনন্তৰাইকে ঘোঁৰাসন্দিকাইকে মাৰিলে। তাত তেতিয়া গোহাই ফুকন আছিল। শাওনে-ভাদই নায়ে কিছো যুঁজ হল। ৰাতি যুঁজ হয় দেখি বঙালে বোলে, 'দিনে পোহৰে লেটাই নকৰে কিয় ?' আমাৰ উকীলে বোলে, 'আমাৰ লগত এহেজাৰ ৰাক্ষস আছে। সিহঁত দিনত মৰি থাকে, ৰাতিহে উঠি যুঁজে।' ভাওনা এটা কৰি বঙালক ৰাক্ষস দেখুৱালেও। এনেদিনতে পিছে ঘোঁৰাকোঁৱৰক পেলনে বোলে, 'বৰফুকনে এনেযে লেহেম কৰি থাকে, বঙালক খেদিহে ধৰিব লাগে, বাৰিষা গলে ধৰা টান হব।' এই কথা ততালিকে সৰ্গদেৱৰ কাণত পৰিলগৈ। তাতে ৰামচিঙে কৌশল কৰি মিৰিসন্দিকাইৰ হাতত বৰফুকনলৈ পত্ৰ দিলে বোলে, 'বৰফুকনে গুৱাহাটী এৰি দিম বুলি আগতে একলক্ষ ৰূপ নিলে— অথচ এতিযাও এৰি নিদিযে কিয় ?' বৰফুকনে বোলে, 'তোৰ তেজটোপা পিবলৈ পোৱা নাই কাৰণে।' পাছে সেইকথা সৰ্গদেৱৰ কাণত পৰিলত দেৱ অসন্তোষ হৈ বোলে, 'গুৱাহাটীত ছমাহ ধৰি বহি আছে, তত্ৰাচ এবেও আগবাঢি বঙালক নধৰে, নামিৰা পালেই সকলো ফুকনবোৰ এনে হয কিয ?' এইবুলি বেটীৰ কাপৰ পঠিযাই বৰফুকনক কোৱালে বোলে, 'হয বঙালক খেদক, নহয ফুকনবোৰে সেইবোৰ কাপৰ পিন্ধক। আৰো বঙাল নেখেদি ঘূৰি আহিলে সিহতৰ হিযা ফালি চাম।' ঘোঁৰাকোঁৱৰে আহি কলে বোলে, 'নাৱৈতৰে বঙালক ধৰিব দিছে।'

সেইপৰত বঙাল দলিবাৰীৰ কাষৰ আলাবৈ পাহাৰত আছিলগৈ। 'বঙালৰ ঘোঁৰা অধিক, তবে খেদি ধৰা টান। মুকলিত যুঁজিলে আমাৰ এটি বণুৱাও নেসাৰে। 'তথাপি সৰ্গদেৱে কেঁচা বৰলৰ বাহত জুই দিবলৈ কৈছে যেতিয়া যাহঁক।' এইবুলি ছকুৰি হেজাৰ লোকেৰে শেনগোহাই, চক্ৰপাণি আৰু ভঙ্গচু তিনি ৰাজখোৱাক ভেজালে। বঙালেও মদনাৱতী নামৰ তিৰীক

সেনাপতি পাতি পঠিয়ালে, বোলে, 'হাৰিলে লাজ নাই, জিতিলে শত্ৰুৰ লাজ।' পিছে বঙাল একেঠাই হৈ সাৱধানে আছিল, ৰাতি গৈ আমি আলাবৈৰ দখিণে পথাৰত ধৰিলত তাতে ভযাময়া ৰণ হল। আমাৰো বিস্তৰ লোক কাটিলে, ৰঙালৰো কিছো পৰিল। লুথুৰিয়ে বঙালৰ সেনাপতি মীৰনবাবক ধৰি আনিলে, পিছে উভটি আহোতে হঠাৎ পচিমৰ আকাশ ক'লা কৰি ৰামচিঙে অপাৰ নতুন ফৌজ পঠিয়ালে। আচম্বিত আক্ৰমণত আমাৰ সৈন্য-সেনাপতি সোপাই ছেদেলিভেদেলি হল। ঘোঁৰাত উঠা অসংখ্য বঙালে আমাৰ সৰ্ব্বাংতৰ্ব্বাং যোধাৰুৰ মাজত সোমাই কচুকটা দিলে, লুইতৰ বালি তেজেৰে ৰাঙলী কৰি দহ হেজাৰ অসমীযা ৰণুৱাই সেইদিনা আইমাতৃকাৰ কাৰণে জীৱন বলি দি গল।

অতকাল পাছত এতিয়া বখানোতেই মোৰ দুধাৰি চকুলো বৈ আহিছে— বাছাহত। সেইদিনা গোধূলা বৰফুকন শোকে-দুখে জৰমাৰ হল। বিস্তৰ দুখ কৰি বোলে, 'আমাৰ মানত একোটা মানুহ একোটা হাতী—তাৰে ঘাটিপিতি হয় বুলিহে আগপাছ চাওঁ।' এইবুলি গোচৰ লিখিলে বোলে, 'ডাঙৰ কাৰ্য্যকামত এভোমান লোক নপৰিল, অল্পকাৰ্য্যত দহ হেজাৰ লোক পেলালে ঘোঁৰাকোঁৱৰে আহি।' তাকে শুনি জানিবা বুঢ়াগোহাযে বোলে, 'ৰাৰীৰ পুথুৰী এটি সিচোঁতেও দুই-চাৰিক শিঙিযে ফুটে। এইখন ৰণহে, তাতে আঠ-দহোটা লোক কিয নপৰিব? আতে দুখ কৰিবলৈ নাই। মাছ কিমান ধৰে তাতেহে কথা।' বৰফুকনে সৰ্গদেৱত গোচৰ নিদিলে যদিও দুখ কৰি থাকিলত বোলে, 'বঙালক নভঙালে দেখোন ৰাজ্যাই মৰিব, যদি বঙালক ভঙাব পাৰো দহহেজাৰ পাইক মৰাটোহে বৰ কথা হলনে।"

ইতোপৰে ৰামচিঙে কটকী পঠালে বোলে, 'ৰাজ্য ছাডি দিযক।' বুঢ়াগোহাযে বোলে, 'আমি ৰাজ্য ছাডি দিবৰ কোন—সিকাম সৰ্গদেৱতহে যুৱায়। আৰু সেৱকৰ নিবন্ধ স্বামীজনে কিসক ৰাখিব?' ৰামচিঙে ফুকনবোৰলৈ অনেক ধণসোণ বটাবাহন উপহাৰ দি মাধচৰণৰ লগতে পণ্ডিতৰাইকো পঠালে, পাছে কাম নিসিজিল। ইফালে আগিয়াৰপৰা পাণ্ডুলৈকে কোনো প্ৰবন্ধে আহিলেও তাৰপৰা বালিৰ গড পাৰ হব নোৱাৰে, ঘোঁৰাৰ ঠেঙ্ বালিত লাগি লাগি ধৰে। পাহাৰে পাহাৰে লগা বালিৰ গডৰ

জোৰা, বঙাল সোমাবৰ সন্ধি নাই। আন্ধাৰু বালিতে পিছে কনমান ছিদ্ৰ থৈছিল, তাত গড নাই। গতিকে বুজি ৰামচিঙে সেইপোনেদি ইটাখুলিলৈ সোমাবলৈ মন কৰিলে। অশ্বাক্ৰান্তৰ পৰা লুইত পাৰ হৈ কামাখ্যা পাহাৰৰ তলতে অমৰাজুৰিত সৈন্যসামন্ত তুলি থলেদি ইটাখুলিত সোমাবলৈ উজু হব বুলি টিমক নবাবে বুজি পালে। এনেদৰে আটিমুটি কৰি থাকোতেই সেইবেলা বহাগত হঠাতে খবৰ ওলাল বোলে সৰ্গদেৱ ঢুকাল। আকাশ ফুটি যেন চৰগ পৰিল বোপাইহঁত, এনেজনা সৰ্গদেউ, চাৰি বছৰ কালো ভালকৈ নেপালে। তাতে ৰাজ্যৰ এই দুৰ্দ্দশা—সবাৰে মন বিমৰিষ হল।

ভাএক ৰজা হৈ উদযাদিত্য নাম ললে। পাছে ডা-ডাঙৰীয়া সকলবো যোধাৰু সকলবো উত্তম কমি গল। তেনেপৰতে ৰামচিঙে মিৰা, ৰামহৰি আৰু পণ্ডিতৰাইকো পঠালে প্ৰীতিগোট বান্ধা কৰি। আমাৰো নিমকে মাধচৰণকে পঠালে—সিহঁতক বঙালে অতি শ্ৰদ্ধাৰে তুলিলে। সিহঁতৰু কটকীকো আমাৰ ভালকৈ তুলিলে। নতুনজনা সৰ্গদেৱে সোণা-ৰূপাৰ বটাবাহনো বঙাললৈ ভেজিলে। তাতে বঙালে আমি বলহীন হোৱা যেন পাই অধৈৰ্য্য হল। নবীনজনা সৰ্গদেৱৰ মতিগতি একো ধৰিব নোৱাৰি, বঙালক টু-টুৱায আকৌ হুমিযাযো, বৰফুকনৰ কটকীক হাতীশালত লোৱা লগাই থয। বঙালেও সীমনা ৰক্ষা কৰিবলৈ শপত খাইছে, গডগাঁৱতো সৰ্গদেৱক সলা-পৰামৰ্শ দিবলৈ ভাল পাত্ৰমন্ত্ৰীও নাই—বৰফুকনে বোলে, 'আমি বঙালক গুৱাহাটা এৰি দি গুচিহে যাওঁহক।' তাতে বুঢাগোহায়ে বোলে, 'নবাবৰ শপত পাটচা ৰাখে কি নেৰাখে। এতিযা গুৱাহাটা এৰি দিব লাগিলে আগেনো এৰি নিদি কি নিমিত্তে যুদ্ধ কৰি আহিলা-পাতি হানি কৰিলো? আৰু গডে সহিতে গুৱাহাটা এৰি দি আমিবা কত থাকিম? যদি গুৱাহাটাৰ গড এৰি দিযা যাব, তেবে আমি গডগাঁৱকো এৰি তেজিনামৰূপলৈকে যাব লগাহে হল।' সৰ্গদেৱে এই নিৱন্ধ শুনি তাতে হয বুলিলে।

এইবেলা কিন্তু ৰামচিঙৰ ধৈৰ্য্য হেৰাল। তাতে বৰফুকনৰ টান নবীযা আৰু আন্ধাৰু বালিত গড নাই—এই দুই কথা শুনি নাৱত ঘোঁৰা ৰণুৱা তুলি আনিছিল, আগে আগে হিলৈ কাণ্ড মাৰি আমাৰ নাওবোৰক অমৰাজুৰি

পাৰ কৰি উজাই ঠেলিলে। মাজৰ বালিত বৈছিল, পাছে আমাৰো বালিতে গড় বান্ধিলত ঘোঁৰা তুলিব নোৱাৰি উত্তৰ পাৰে জুৰিয়ালৈ উঠিল—আমাৰো ভাগি-উজাই আহি অশ্বাক্রান্তত ৰলহি। পাণ্ডুৰ হাজৰিকীয়াই তাৰেপৰাই বৰফুকনলৈ কোৱালে বোলে, 'ৰাজ্য ভাগিল। ফুকনদেও নাহিলে তল যাওঁহে।' নৰীয়াপাটিতে সিকথা শুনি বৰফুকনে বোলে, 'ৰাজ্যক কৰি, চিলাৰ পৰ্ব্বতত চাৰি কড়াৰ মাটি কিনিছো—মই নেযাওঁ, মৰাৰ কাল আছে, মৰিলে ইযাতে মৰিম। যদি যাওঁ, ৰাজ্যতকৈ পাছতহে যাম।'

তেনেপৰত নৰা হাজৰিকীযাই আহি অশ্বাক্রান্তক ৰাজ্যত হাত জুৰিলে বোলে, 'মুনীয়া কাঁহীত বিহ নাঢালকহত ঐ—ৰাজ্য নেভাগ।' বৰফুকনে শুনি দুই হেজাৰ লোক নৰাক দিলে। থাকনিযাৰ অশ্বাক্রান্তত আছিল, বুঢাগোহাই লথিয়াত। ৰাজ্য ভাগিবৰ হুলত সবাৱে নাও দুনিত বস্তু ভৰালে। বুঢাগোহাই বৰফুকনৰ বস্তু জাতো হাতীবৰুৱা ডেকাই নাৱত ভৰা দিছিল— বৰফুকনৰ বস্তু ভৰা দিযা নাও উজাই লতাশিলা পালেগৈ।

কাঁড়ঘৰৰ লোটতে বৰফুকন শেতেলিত পৰি আছিল—কাষৰতে মই আৰু অচ্যুতানন্দ দলৈ। তীৰকঁপে জ্বৰ, বৰফুকনৰ শৰীৰত কালজুইৰ দাহ। মাজতালু খুৰাই বেজবৰুৱাই ভৰণ দিছিল, কপালতো পটী দি আছিল—বাৰে বাৰে তিযাই দিওঁ, পলকতে শুকাই খৰ্খৰীযা হয। মোৰ বাওঁহাতত ধৰি বৰফুকন কঁপিছিল, মাজে মাজে দুই-এটা ভ্ৰম বলকিছিল, 'সৰ্গদেউ ঐ, মোকো লৈ নগলা কিয?' 'ৰাজ্য ঐ, মোক এৰি কলৈ গলি?' মাজে মাজে ক্ষণেক থিৰ হৈ মোৰফালে চালে ৰণৰ দুই-এটা বতৰা দিছিলো—'এইবাৰ বঙাল জুৰিয়াত উঠিছে, এইবাৰ আমাৰ নাও উজাইছে, ৰাজ্য ভাগিছে। বঙালে নাৱেৰে অশ্বাক্রান্তৰ ফালে উজাইছে, আমাৰো নাও দুনি বান্ধি উজাইছে—নাৱে নাৱে লাগি লুইত পাৰ হব পৰা হল।'

ভ্ৰম বকাৰ মাজে মাজে বৰফুকনে এবাৰ মোৰ ফালে চায, এবাৰ দলৈৰ ফালে চায। এবাৰ বোলে, 'ধৰিব লাগে, খেন মিলিছে নে নাই?' দলৈযে বোলে, 'নাই।' বৰফুকনে পাটীতে তিনিটা চিপ্ মাৰিলে—উঠিব নোৱাৰিলে। বোলে, 'কোন আছ মোক চালপীৰাৰেই তুলি বাটঘৰলৈ নে—বঙাল কোনখান পাইছেহি স্বচক্ষে চাওঁ।' তাতে চাৰিটা ভূঞাপোৱালিয়ে ধৰি চালপীৰাৰেই

জুলি বাটঘৰ পোৱালেনি।

বঙালৰ নাৱে অশ্বাক্রান্তৰ পৰা মাজলুইত জুৰি অমৰাজুৰি চোওঁ চোওঁ—কাণ্ড দেখি বৰফুকনে বোলে, 'মাজলুইততে খেদি ধৰিব লাগে।' দলৈয়ে বোলে, 'ৰবা, খেন মিলা নাই।' বৰফুকনে বোলে, 'গণক, সৰ্গদেৱে নৌকাটোতেই মযে কাটিম।' দলৈয়ে বোলে, 'কাটিবা।' বৰফুকনে বোলে, 'মই এজাঁই খাৰ উবাই ইঙ্গিত কৰিলেই সমস্তে ৰাজ্য বঙালৰ ওপৰত জপটিয়াই পৰি গোটেইখন তহলিং কৰিব।' দলৈয়ে মুগুনা ভাও ধৰি একেথৰে বঙালৰ ফালে চাই আছিল, চাই থাকি বোলে, 'খেন মিলিব এতিয়া, কতোপৰ ৰওঁক।' বৰফুকন অধৈৰ্য্য হৈ পৰি চাটিফুটি কৰি আছিল। কিন্তু দলৈ নিৰ্ব্বিকাৰ। অসম ৰাজ্যৰ ভাগ্য আকাশত বেলি মাৰ হওঁ হওঁ,—সেইপৰত সেযা বৰফুকন আৰু সেযা ৰাজজ্যোতিষী গণক। ঈশ্বৰৰ ৰাজ্যত কি বিডম্বনা। মোৰ গাতো কঁপনি উঠিছিল বোপাইহত, বুকু ধৰ্ ফৰাইছিল—জানো কি হয এতিযা।

বঙাল অমৰাজুৰি পাৰ হল, ৰাজ্য উজাই লতাশিল পালেগৈ। বৰফুকনে বোলে, 'গণক, তযো কটা গলি, মোৰো কুযশ আনি চাউল কানি মাৰিলি। বঙাল মাজলুইত পাৰহৈ আন্ধাৰুবালি পায়হি—আৰু ধৰিম কেতিযা?' দলৈয়ে নিৰ্ব্বিকাৰ চিত্তে বঙাললৈ চাই আছিল। বঙালৰ নাও অশ্বাক্রান্তৰ পকনীয়াটোৰ পৰা অমৰাজুৰিলৈকে লানিশাৰী পাতি আহিছিল। কামাখ্যা পাহাৰৰ তলিতে ঘাটৰ নামনিত বৰলুইতত এটা ৰাক্ষস পকনীয়া পৰে—আধাক্রোশ পুতল পকনীয়া, নাওতুনি পালে মাজলৈ টানি নি ঠিয় কৰি ডুবায। বঙাল আহি পকনীয়াটোৰ পোন হলত দলৈয়ে বোলে, 'স্বৰোদযত উত্তম পাইছো, এতিযা ধৰিবহে লাগে।'

এই কথা শুনা মাত্ৰকে বৰফুকনে ঘপ্ কৰে পাটীৰ পৰা উঠি মোৰ কান্ধত ধৰি নাৱত উঠিলহি—মোৰ এই কান্ধত ধৰি বোপাইহত, একণো বঢাই কোৱা নাই। সোঁহাত কঁকালৰ হেংদানত, বাওঁহাতেৰে মোৰ কান্ধত ভৰদি আহিল, মযো এইখন হাতেৰেই কঁকালতে সাৱটি ধৰি আছিলো—সকজনা ফুকন থৰ্থৰ্কৈ কঁপিছিল। কগীযা মানুহ তত্ৰাচ সেইকেইটা কি ফেঁটীসাপৰ মুৰচিঙা খোজ। বাটঘৰৰ পৰা নাৱলৈকে যেন গুলীপাত যোৱাদি গল। শেষ

মুহূৰ্ত্তলৈকে তীৱৰঁপে জ্বৰত গা থৰক্-বৰক্, দেহাৰ ভৰ সৰলৈ ডৰি তুখনত শকতি নাই, সেই খেনত কিন্তু আই কামাখ্যাই কি শকতি যোগালে বোপাইহত, নাৱত উঠিয়েই উজাই মেলিব খোজা চাৰিটা চহিয়ালক নাকৈদাকে গদিয়াই পানীত পেলালে, চাউডাঙকো টঙনিয়াই পানীত মেলিলে। তাকে দেখি-শুনি ৰব উঠিল বোলে, 'বৰফুকন মুজ্জায, বঙালক নধৰি ভাগিবৰ দেখি ৰাজ্যক কাটিছে মাৰিছে, বান্ধি পানীত পেলাইছে।" লগে লগে সাতখান নাও ছিলৈমাৰি একেলগে বঙালৰ সমুখে মেলিলে। উত্তৰে-দখিণে সকলোৱে বৰফুকনৰ নাও ছিলৈ মাৰি আগুৱাবৰ দেখি ভটীযাই ধৰিলে, তৰেও গোলাগুলী মাৰিলে। আচম্বিতে উভটি ধৰালৈ বঙাল সাজু নাছিল দেই, লৰ্ব্বাংতৰ্ব্বাং হৈ কিছুমান পকনীযাত পৰি লুইতৰ তললৈ সোমাল, ঘোঁৰাবোৰে চিঞৰ-বাখৰ কৰি মাজ পানীলৈ জঁপিযালে। ভাল নাও-বৈচাৰ নিমিত্তেই ভটিযনি লুইতত নাও চম্ভালি ৰখা কঠিন, বঙালৰ নাৱৰীয়াই লুইতৰ কি পাৰ পাব? ৰচিদখাঁ পৰিল, পিঠিত কাণ্ড সোমাল। আমাৰ নাৱে বঙালৰ মাৰনাও ফালিলে, গোলা-বাৰুদেৰে তলি ফুটালে। অজস্ৰ বঙাল মৰিল, লুইত ৰঙা ৰাঙলী হল, দূৰৰবোৰে দূৰতে পাছ কান্ধি দি পাণ্ডুৰ নামে ৰলগৈ। ৰামচিঙে বিচৰামতেই মাথো একঘড়ীৰ লেঢাই হল বাছাহত, সেই একঘড়ীৰ লেঢাইতে যোৱা চাৰি কুৰি বছৰে নোহোৱা কথা হল, অসমৰ চিকুণী মাটিৰ পৰা বঙাল শতুৰু চিৰকালৰ নিমিত্তে ভাগিল। ভটীযাই খেদি ধৰিবলৈ বৰফুকনে হাক দিলে বোলে, 'বছোৰেক যুঁজত বলে নোৱাৰি ভটিযাই যায, এনে শতুৰুক খেদা ধৰাও লাজ। গৈছে যেতিযা এনেও যাবগৈ—আৰু নাহে।'

তাৰ পাছতো বৰফুকন কেইবাদিনো নবীযাপাটীত আছিল। এদিন মোক কৌতুক কৰি বোলে, 'কালনেমী, শৰাইৰ ৰণ কোনে জিতিলে কব পাৰ?' মই বোলো, 'বৰফুকনে।' বোলে, 'সেনাপতি বিচক্ষণ হলেহে ৰণ জিতে, সি সত্য। তাতে ৰণুৱা পাইকে ভাবে সিহঁত জিতিলে, ৰাজখোৱাবোৰে ভাবে সিহঁতহে জিতিলে। ডাঙৰ সেনাপতিৰ গুণেই এনে, যেনে লুইতৰ তলে সোঁত। পিছে শালৰ গৰকা, দোৰপতি, মাকো সকলো ভালকৈ চলিলেহে শিপিনীযে সুকলমে তাঁত বয, পাছত কাপোৰ ওলালে মাকোটোৱে বোলে মইহে বলো, দোৰপতি নাচনীযে বোলে মইহে বলো। দলৈযে কিন্তু

বঙালৰ বুধি বুজি পাই সিহঁত অমৰাজুৰিৰ পকনীয়াটো পাৰ হব লৈ ধৈ আছিল , টিমক দলৈ, মুখত বোলে খেন মিলা নাই। আচলতে পকনীয়াটো পাছত থাকোতে ভটিয়াব নোৱাৰিহে বঙাল শলঠেকত ক্টা গল, নহলে ভটিয়াই পলাল হয। এতিয়া গমি-পিতি চাইছো—মাজ লুইতত ধৰি বঙালক হটাবলৈ কঠিন। পিছত আই কামাখ্যাই মুখমেলি ধৰিলে।

উস্—বুকুখন বৰকৈ বিষাইছে বোপাইহত, আৰু বেছিকৈ বলকিব নোয়াৰো। গাটোও কিবাখন লাগিছে। পিছে সেই বছৰাত ৰাজ্য থানথিত লগাই সকজনা বৰফুকন স্বৰ্গগামী হল। কবায়ক নিমাতিক বৰফুকন পাতিলে। আমাৰ সোণৰ দেশত বঙাল শক্ৰৰ পুলি পোখা চিৰদিনৰ নিমিত্তে মৰিল পিছে ঘৰশতুৰুবোৰেহে জাকে জাকে পাবত গজি মূৰডাঙি উঠিল। দেশ ছাৰখাৰ হল বোপাইহত, সৰ্গদেউ সকলে পাতি থৈ যোৱা ৰাজ্য থান্‌বান্ হল। ডেবৰাৰে কুমন্ত্ৰ কৰি সৰুজনা গোহাযে মাজিউজনা ৰজাক পৰ্ব্বতলৈ নি মাৰিলে। নিজে ৰজা হল। পিছে দুৰ্ব্বল ৰজা, শাসনৰ বান্ধ কুমলিল, বিষয-বৰীযাবোৰেহে ৰজা হল—সিহতৰ আজ্ঞাতহে সৰ্গদেৱে উঠা-বহা কৰিছিল। আমাৰো চাউল-কানি উকলিল, তেল নাইকিযাত ফপৰীষা হৈ পৰিলো। ৰজাঘৰত স্থান নেপাই অনাই-বনাই ফুৰিলো, খুজি-মাগি ভাতমুঠি মোকলাওঁ, একো নেপালে লাঘোণে থাকো। অত গুণ অথলে গল, শৰীল-বলো টুটি আহিল। বাটপাথে দেখিলেও পাবত গজা বিষযা-ডাঙৰীযাবোৰৰ কেঁৱে নিচিনা হল—এইখন সোণৰ ৰাজ্যত আমাৰ কাৰণে এমুঠি ভাত এটি পঁজাঘৰৰ অভাৱ ঘটিল। গৰাকী নাই, গাত বল নাই, আমাৰ অৱস্থা হালৰ বুঢা বলদৰ দৰে হল বোলে, 'উঠি ৰজাৰ লিক্‌চৌ হাতীত উঠি যায, বহিৰজাৰ কটকীয়ে শুদা ভাত খায।' পাছে পিথপীয পাপ নসহিলে, সেই বছৰতে সৰু-জনা গোহাইকো ঔষধত বিহ দি মাৰিলে, লাউ, হৰাপোৱা আৰু তাড়ুবাজুক পঠিযাই ঘোঁৰাকোঁৱৰ, লুথুৰিৰ পুতেক, তঙ্গচুৰ পুতেকহতক মাৰি শৰাইঘাটৰ চিন মোকামো মোহাৰি পেলালে। ডেবেৰাযে নামৰুপীযা ৰজাকো মাৰিলে, সৰুজনা গোহাই ৰজাৰো বংশছেদ কৰিলে। ভুংখাঙৰ পৰা চামগুৰীযা কোঁৱৰক আনি ৰজাপাতি কেইদিন পাছতে তাক মাৰি গোবৰক ৰজা পাতিলে। পিছে ডেবেৰায়ে নিজেহে ৰজা হল বোলে, 'চেংদেৱক পানীত

পেলাম, হাতীটিহঁত মেলিম, কাকতখানিহঁতত জুই দিম।' শৰাইঘাটৰ ৰণত ৰঙালক অশেষ যশস্যাৰে হুকুৱাই দেশৰ শত্ৰু নিৰ্মূল কৰি অসমীয়াই সাগৰ পাৰ হৈছিল বোপাইহঁত, পিছে এতিয়া ঘৰশত্ৰু বিভীষণৰ কুচক্ৰত পৰি গৰুখোজৰ পানীতো থাউনি নোপোৱা হল। ৰাজ্য ভাগিবৰ পৰত এনেকৈয়ে ভাগে সোণাইহঁত, এবাৰ ঘূণে ধৰিলে নাহৰ কাঠো উৰঁলে, তাক ৰাখিবৰ কাৰো সাইধ্ নাই।

তাৰ পাছতো দেশত আৰু বহুত অথান্তৰ গল বাছাহঁত, সেইবোৰ ৰখানিবলৈ গাত শকতি নাই, কলিজাত জোৰ নাই। বহুতো কথা কলো; পুৰণি কথা, তোমালোক কেঁৰে নজনা নুশুনা কথা। এইবোৰ কবলৈকে জীয়াই আছিলো হবপায়, মূৰটো দেখোন বৰকৈ ঘূৰাইছে। মোক ধৰিমেলি বাজলৈকে নিয়া বোপাইহঁত-মুকলি আকাশৰ তলত মোৰ কালপুৰুষলৈ চাই চাই মৰো। আজিহে হিয়াখন পাতল পাতল লাগিছে মোৰ সোণাইহঁত, তোমালোকক মোৰ নিজৰ নাতি-পুতি হেন লাগিছে। মই বুজি পাইছো মই মৰিলে তোমালোকে মোৰ কাৰণে এটোপাল চকুৰ পানী পেলাবাহঁক, খন্তেক বেজাৰ কৰিবা। তাৰ বেছি এই বুঢ়াই এৰা নিবিচাৰে—। মোৰ কেওঁ কিছু নাই, মোৰ কাৰণে কান্দিবলৈকো তিনিউ কুলত কোনো কুটুম-বঙহ নাই কিন্তু অসমী আইৰ হেজাৰ পো-নাতি মোৰ নিজৰ। কি কৈছা? জাৰ? মোৰ জাৰ লগা নাই। দেখা নাইনে মোৰ সৰ্ব্বশৰীৰ জ্বৰ ঘমাদি ঘামিছে। ওঁহো—কঁথাখন গাত নিদিবা—মোক ঢাকি নিদিবা, সকলো বান্ধোন কাটিব খোজাজনক হেঁচামাৰি নধৰিবা। মই বুঢ়া হৈছো বুলি ভাবিছা? নাই হোৱা, বাছাহঁত, হেঃ হেঃ আমি বুঢ়া নহওঁ। কালে আমাক বুঢ়া কৰিব নোৱাৰে—আমি কালপুৰুষ। আমাৰ চাৰিউফালৰ পিথপীখনহে বুঢ়া হৈ যায—আমি সদায় একেদৰেই থাকো। বালিঘৰ সাজি খেলি থকা কেঁচুৱা লৰাবোৰ ডেকা হৈ আদহীয়া হয, ডেকাবোৰৰ চুলি পাকে, দাঁত সৰে, চকুত চলিহা পৰে; আমাৰ নিমিত্তে পাহাৰবোৰ আগতকৈ যেন বেছি ওখ হৈ যায, বাটপথবোৰ বেছি দীঘল হয়। গীতৰ সুৰবোৰত আগৰ দিনৰ মান ৰং-তামচা নেথাকে, কুলি-কেতেকীৰ মাতবোৰ আগৰ মান মিঠা নেলাগে। জাৰকালি বেছি জাৰ পৰে; জহৰ দিনত জহ বেছি হয। কালচক্ৰত পৰি আমাৰ কাৰণে চউপাশে

জগতখনৰ সকলোৱেই সলনি হৈ যায় বোপাইহঁত, মাথো আমি সলনি নহওঁ। আমি ইতিহাস, অমৰ, আমাক কালে পৰশিব নোৱাৰে। এতিয়া মোক মোৰ কালপুৰুষে ডাকিছে—সৌৱা ওপৰত চকু টিপিযাই আছে, মোৰ শিৰত এতিয়া দেৱতাৰ তেজ। সৌৱা বুঢ়াৰজা, ভগনীয়া ৰজা সবাৰে আকাশৰ পৰা হাত বাউলদি বুলিছে, কৈছে, 'কালনেমী, হল আৰু আহ। বহুদিন ধৰি বৈ আছো—বেলি নকৰিবি—।'

* * *

এই কাহিনী শুনি মে-জিঘৰৰ দপ্‌দপীয়া জুইৰ উত্তাপ আৰু পোহৰবোৰ থকৃথকৃকৈ কঁপিছিল, আৰু কঁপিছিল বহুতো অসমীযাৰ অন্তৰ—উত্তেজনাত, গৌৰৱত, আনন্দত।

## ॥ শুদ্ধৰপি ॥

| পৃষ্ঠা | শাৰী | হৈছে | হব লাগে |
|---|---|---|---|
| ২৪ | ২৫ | ভাল | ছাল |
| ২৬ | ২২ | সোমাই | মোমাই |
| ৩৪ | ১৫ | নাজোনে | নেজানে |
| ৩৬ | ২০ | লাখাংই | লাংখাই |
| ৩৭ | ৬ | পালেগৈ | পালোগৈ |
| ৩৯ | ২৭ | ডাঙৰীযাবোৰ | ডাঙৰীযাবোৰে |
| ৪০ | ২১ | ভৈযাম | ভৈয়াই |
| ৪১ | ১৬ | নাপোয | নাপায |
| ৪২ | ২৭ | নাচোই | নাচাই |
| ৪৩ | ১৮ | নাথোকিব | নাথাকিব |
| ৪৮ | ৯ | পুৰাতি | পুৰতি |
| ৪৯ | ১৩ | বান্ধ | বান্ধি |
| ৫১ | ১৯ | গৈ | লৈ |
| ৫৪ | ১ | খুৰৰ | খুৰাৰ |
| ৫৭ | ১১ | দোখিলে | দেখিলে |
| ৬০ | ৯ | গেটেপাতে | গোটেপাতে |
| ৬১ | ২১ | লাকোহতক | লাকোইতৰ |
| ৬২ | ১৭ | টি·ডিযা | টিডিযা |
| ৬৯ | ৬ | ধৰিবলৈ | কৰিবলৈ |
| ৬৭ | ১৫ | তোমালোক | তোমালোক |
| ৬৮ | ১৭ | বহুতে | বহুতো |
| ৬৯ | ২০ | শাৰীপতি | শাৰীপাতি |
| ৭৩ | ৬ | ঘা | ঘাটি |
| ৮২ | ২ | পলাস | পলস |
| ৮৪ | ৯ | কুটৰীটোও | কুঠৰীটোও |
| ৮৫ | ৯ | কেনে | কোনে |
| ৮৫ | ১১ | চেষ্ট | চেষ্টা |

| পৃষ্ঠা | শাৰী | হৈছে | হব লাগে |
|---|---|---|---|
| ৮৫ | ২১ | এগন | গগন |
| ৮৭ | ৮ | লগত | লগৰ |
| ৮৮ | ৮ | কাযমান | কামাযন |
| ৮৯ | ১৬ | পুটপাত | লুটপাত |
| ৯৬ | ৯ | জয়ধনীয় | জযধনীযা |
| ১০৪ | ৭ | ইকাৰৰ | ইকৰাৰ |
| ১০৪ | ১০ | অৰ্থাৎ | হঠাৎ |
| ১০৮ | ৩ | পলাই | ওলাই |
| ১১৪ | ২৮ | লৈ বিচাৰি | বিচাৰি লৈ |
| ১১৫ | ৮ | ছুটামাম | ছুটামান |
| ১২৯ | ২২ | যাত্ৰা | যাত্ৰাত |
| ১৩০ | ২৮ | কোনেবাটে | কোনবাটে |
| ১৩১ | ১০ | সৰ্গেদেব | সৰ্গদেব |
| ১৪৪ | ৬ | ৰঙলাটোৰে | বঙালটোৰে |
| ১৫১ | ২৮ | শত্ৰুককে | শত্ৰুককো |
| ১৫২ | ১৪ | বোলে | বোলো |
| ১৫২ | ২৪ | মাযো | ময়ো |
| ১৬৩ | ১৬ | ৰজাপতি | ৰজাপাতি |
| ১৭১ | ১৪ | কটকী | কটকীও |
| ১৭৩ | ৩ | পিঙ্কিলে | বিঙ্কিলে |
| ১৭৪ | ১৭ | সৰ্গদেৱৰ | সৰ্গদেৱৰ |
| ১৮৪ | ২ | বুঢাগেহাই | বুঢাগোহাই |
| ১৮৫ | ১৯ | ভাহি | ভাগি |
| ১৯০ | ৮ | অশ্বাক্ৰান্তক | অশ্বাক্ৰান্তত |
| ১৯০ | ৮ | ৰাজ্যত | ৰাজ্যক |
| ১৯০ | ১৪ | লোটতে | টোলতে |

## প্ৰমাণপঞ্জী

এই উপন্যাসখনি লিখোতে বুৰঞ্জীবিষযক তথ্যপাতিৰ ক্ষেত্ৰত তলত উল্লেখ কৰা পুথিসমূহৰ সাহায্য লোৱা হৈছে। এইবিলাকৰ লিখক আৰু সম্পাদকসকললৈ আমাৰ ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰা হল।


১ An Account of Assam , Francis Hamilton

২ অসম বুৰঞ্জী ঃ সং ডঃ সূৰ্য্যকুমাৰ ভূঞা।

৩ মীৰজুম্‌লাৰ অসম আক্ৰমণ ঃ ডঃ সূৰ্য্যকুমাৰ ভূঞা।

৪ Lachit Borphukan and his times
Dr S K Bhuyan

৫ আসাম বুৰঞ্জী ঃ গুণাভিৰাম বৰুৱা।

৬ Aton Buragohain and his times
Dr S K Bhuyan

৭ অসম বুৰঞ্জী ঃ হৰকান্ত সদৰামিন।

৮ কামৰূপৰ বুৰঞ্জী ঃ সং ডঃ সূৰ্য্যকুমাৰ ভূঞা।

৯ দেওধাই অসম বুৰঞ্জী ঃ সং ডঃ সূৰ্য্যকুমাৰ ভূঞা।

১০ অসম বুৰঞ্জী ঃ শ্ৰীশৰৎকুমাৰ দত্ত।

১১ কছাৰী বুৰঞ্জী ঃ ডঃ সূৰ্য্যকুমাৰ ভূঞা।

১২ জয়ন্তীযা বুৰঞ্জী ঃ ডঃ সূৰ্য্যকুমাৰ ভূঞা।

১৩ অসম বুৰঞ্জী ঃ কাশীনাথ তামুলীফুকন।

১৪ লাচিত বৰফুকন ঃ ডঃ সূৰ্য্যকুমাৰ ভূঞা।

১৫ আহোম বুৰঞ্জী ঃ ৰায়চাহাব গোলাপচন্দ্ৰ বৰুৱা।

১৬ History of Assam · E. A Gait

১৭ Studies in the History of Assam ·
Dr S K Bhuyan


—দেবেন্দ্ৰনাথ আচাৰ্য্য